


অসম সাহিত্য সভা

# অসমৰ ভাষা পৰিচয়

মুখ্য সম্পাদক ঃ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

সহযোগী সম্পাদক ঃ নাহেন্দ্ৰ পাদুন

# অসমৰ ভাষা পৰিচয়






মুখ্য সম্পাদক ঃ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

সহযোগী সম্পাদক ঃ নাহেন্দ্ৰ পাদুন

অসম সাহিত্য সভা

**ASAMAR BHĀ SĀ PARICAY:** A Collection of phiological essays, Published by **Dr. Jagadish Patgiri,** General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat. Frist Published 17th Feb. 2005, **Price : 170/- only**



প্ৰকাশক ঃ ড° জগদীশ পাটগিৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

প্ৰকাশ কাল ঃ ১৭ ফেব্ৰুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ

মূল্য ঃ ১৭০ টকা মাত্ৰ

বেটুপাত ঃ চন্দন চুতীয়া

মুদ্ৰক ঃ বাহাৰুল ইছলাম চৌধুৰী
নৰ্থ ইষ্ট প্ৰিণ্টাৰ্ছ
উত্তৰ শৰণীয়া, গুৱাহাটী-৩
ফোন ঃ ২৬৬৩৮০৩, ২৬০৬৬৯১

# প্ৰধান সম্পাদকৰ নিবেদন

অসমীয়া ভাষা ভাৰতীয় সংবিধানৰ স্বীকৃত ভাষা। অসমত অসমীয়া ভাষাৰ উপৰিও ইয়াত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ সুকীয়া সুকীয়া মাতৃভাষা আছে। অসমীয়া ভাষাটো আৰ্যমূলীয়। সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলতেই এই ভাষা আজিও সংযোগী ভাষা হৈ আছে। অসমত বাস কৰা মূল জনগোষ্ঠী বড়ো, ৰাভা, কাৰ্বি, তিৱা, মিচিং, দেউৰী চুতীয়া আদিয়ে কোৱা ভাষা-উপভাষাবোৰ চীন-তিব্বতীয় গোষ্ঠীৰ ভোট-বৰ্মী শাখাৰ ভিতৰত পৰে। আহোমসকলৰ কোনো কোনো সম্প্ৰদায়ে 'থাইকাদাই' শাখাৰ বিভিন্ন উপভাষা ব্যৱহাৰ কৰে। গোৱালপাৰা (অবিভক্ত) জিলাৰ লোকসকলে কোৱা ভাষা মান্য অসমীয়াতকৈ পৃথক। তেওঁলোকৰ ভাষাটোক ড° গ্ৰীয়াৰ্চন চাহাবে 'ৰাজ বংশী ভাষা' আৰু ড° বীৰেন্দ্ৰনাথ দত্তই 'দেশীভাষা' বুলি কৈছে। আদিতে কামৰূপত প্ৰচলিত ভাষা আৰু উজনি অসমত প্ৰচলিত ভাষা উভয়েই অসমীয়া মান্য ভাষা আছিল। পিছৰ কালত মিছনেৰীসকলে শিৱসাগৰত ছপাশাল স্থাপন কৰি তাৰ কথ্য ভাষাটোক মান্য ভাষাৰূপে ব্যৱহাৰ কৰিবলৈ লোৱাত অসমীয়া মান্য ভাষাটো কামৰূপী ভাষাতকৈ পৃথক হৈ পৰিল আৰু সাহিত্যত কামৰূপী ভাষা প্ৰয়োগৰ বাট ৰুদ্ধ হ'ল। ফলত শংকৰ-মাধৱৰ দিনত মান্য ভাষাৰূপে পৰিচয় লাভ কৰা ভাষাটো পৰৱৰ্তী কালত 'কামৰূপী ভাষা' বুলি এটা উপভাষাৰহে মৰ্যাদা লাভ কৰিলে।

অসমত বাস কৰা প্ৰতিটো জাতি-জনগোষ্ঠীৰ ভাষা-সাহিত্য সংস্কৃতিৰ উমৈহতীয়া বিকাশ সাধন কৰা অসম সাহিত্য সভাৰ অন্যতম লক্ষ্য। সেই লক্ষ্য পূৰণৰ বাবেই ১৯৯১ চনতেই অসমৰ সকলো জনগোষ্ঠীয়ে কোৱা ভাষাসমূহৰ পৰিচয়সূচক এখন গ্ৰন্থ প্ৰকাশৰ আঁচনি লৈ অসম সাহিত্য সভাই ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যক মুখ্য সম্পাদকৰ দায়িত্ব অৰ্পণ কৰে। ড° ভট্টাচাৰ্যই নিষ্ঠাৰে যথা সময়ত সেই কাম সম্পন্ন কৰি সভাৰ হাতত জমা দিয়ে। কিন্তু পৰিতাপৰ বিষয় পূৰ্বসূৰী কেবাগৰাকীও প্ৰধান সম্পাদকৰ অৱহেলাত গ্ৰন্থখন ছপাশালতে পৰি থাকিল। গ্ৰন্থখনৰ অক্ষৰ বিন্যাসৰ কামো হৈছিল। গ্ৰন্থখন ছপোৱাৰ বাবে একাধিকবাৰ একাধিক ছপাশালত দিয়া হ'ল। কিন্তু গ্ৰন্থখন বাস্তৱত প্ৰকাশৰ মুখ নেদেখিলে। গ্ৰন্থৰ মুখ্য সম্পাদককে ধৰি লেখকসকলে গ্ৰন্থৰ কোনো কপি নাপালে। ইতিমধ্যে এগৰাকী লেখক ড° উপেন্দ্ৰনাথ গোস্বামীৰ পৰলোক প্ৰাপ্তি ঘটিল। কেবাগৰাকীও বিশিষ্ট পণ্ডিতে যুগুতাই দিয়া মূল্যবান

প্ৰবন্ধৰাজি ছপাশালত পোকৰ খাদ্য হোৱাত মুখ্য সম্পাদক ড° প্ৰমোদ ভট্টাচাৰ্যই মনতে বৰ দুখ পাই আমি প্ৰধান সম্পাদক নিৰ্বাচিত হোৱাৰ লগে লগে বিষয়টো আমাৰ দৃষ্টিগোচৰ কৰে। আমিও আমাৰ পূৰ্বসুৰীসকলে কৰি থৈ যোৱা অপৰাধৰ ভাৰখন কান্ধত লওঁ আৰু ছপাশালৰ পৰা পোকে কুটা পাণ্ডুলিপি আৰু অক্ষৰ বিন্যাসৰ পিছত উলিওৱা আৰ্হি কপি আনি নতুনকৈ অক্ষৰ বিন্যাসৰ দায়িত্ব দিওঁ। সভাৰ তীব্ৰ আৰ্থিক সংকট স্বত্বেও কেৱল মূল্যবান গ্ৰন্থ বুলিয়েই এইখন মৰসাহ কৰি আমি প্ৰকাশৰ ব্যৱস্থা কৰিছোঁ। আশাকৰোঁ, গ্ৰন্থখন পাঠকসমাজে আদৰি ল'ব।

সভাৰ পক্ষৰ পৰা আমি গ্ৰন্থখন প্ৰকাশৰ এই মুহূৰ্তত মুখ্য সম্পাকদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যকে ধৰি আটাইকেইগৰাকী ব্যক্তিলৈ শলাগ জ্ঞাপন কৰিছোঁ আৰু প্ৰয়াত ড° উপেন্দ্ৰ চন্দ্ৰ গোস্বামীলৈ শ্ৰদ্ধা নিৱেদন কৰিছোঁ। সভাৰ মাননীয় সভাপতি ড° বীৰেন্দ্ৰনাথ দত্তই গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত আমাক উৎসাহিত কৰিছে। তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত বিভিন্ন দিশত সহায় কৰা বাবে সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক শ্ৰীজয়ন্ত বৰুৱা, কাৰ্যনিৰ্বহক সদস্য শ্ৰীগোপাল কাকতী, শ্ৰীৰণজিৎ বৰ্মণ, চৰ-চাপৰি উপ-সমিতিৰ আহ্বায়ক ডাঃ ছাইদুল ইছলাম, সুকুমাৰ উপ-সমিতিৰ আহ্বায়ক শ্ৰীগীতাদেৱী গগৈ, জাতীয় ন্যাস পুঁজিৰ কোষাধ্যক্ষ শ্ৰীসোণাৰাম সাউদ আৰু সৰ্বতোপৰি সভাৰ কাম কাজত সকলো প্ৰকাৰে আমাক সহায় কৰি অহা এগৰাকী একনিষ্ঠ কৰ্মী শ্ৰীভৱেশ দাসলৈ শলাগ জ্ঞাপন কৰিছোঁ।

সদৌ শেষত গ্ৰন্থখনৰ আৰ্হি কাকত চাই দিয়া বাবে শ্ৰীমানবেন্দ্ৰ ভট্টাচাৰ্য, প্ৰচ্ছদ অলংকৰণৰ বাবে চন্দন চুতীয়া আৰু নৰ্থ ইষ্ট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰ বাহাৰুল ইছলাম চৌধুৰী আৰু কৰ্মচাৰীবৃন্দক ধন্যবাদ জনালোঁ।

(ডক্টৰ জগদীশ পাটগিৰী)
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

১৯ জানুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

## বিষয় সূচী

# অসমৰ ভাষা পৰিচয়

## আগকথা

অসম সাহিত্য সভাৰ পক্ষৰ পৰা ১৯৯১ চনৰ জুলাই মাহতে 'অসমৰ ভাষা পৰিচয়' বিষয়ক গ্রন্থ এখন সংকলন কৰি প্রকাশৰ অৰ্থে তৎকালীন প্রধান সম্পাদক অধ্যাপক শ্ৰীনাহেন্দ্ৰ পাদুনৰ প্ৰযত্নত আঁচনি লোৱা হৈছিল। অধ্যাপক পাদুনে সহযোগী সম্পাদকৰূপে কাম কৰিবলৈ আৰু মোক মুখ্য সম্পাদকৰ দায়িত্ব দি এই আঁচনি ৰূপায়ণৰ চেষ্টা চলোৱা হ'ল। আঁচনিৰ অন্তৰ্গত ভাষাসমূহৰ ভিতৰত পোনতে অসমীয়া মান্য ভাষা, কামৰূপী উপভাষা, গোৱালপৰীয়া উপভাষা, বৰো, মিচিং, কাৰবি, ডিমাছা, তিৱা, ৰাভা, দেউৰী, টাই, খামতি আৰু নাগামিজ ভাষা সামৰি লোৱা হৈছিল। শেষৰ ভাষা দুটিৰ বিষয়ে আঁচনিমতে প্ৰবন্ধ পোৱাটো সম্ভৱ নহ'ল। টাই ভাষাৰ পৰিচয় শিতানত শ্ৰীনবীন শ্যাম ফালুঙে লিখা প্ৰবন্ধটিত টাই ভাষাৰ সৈতে খামতি, আইতন, শ্যাম, ফাকে, নৰা, খাময়াং শব্দৰো তুলনামূলক বিচাৰ চমুকৈ কৰা হৈছে। আঁচনিখন তৰোঁতে আলোচ্য ভাষাটিৰ মূল ভাষা পৰিয়াল আৰু সেই পৰিয়ালৰ সৈতে ভাষাটিৰ সম্বন্ধ, সম্ভাৱিত ঐতিহাসিক পৰিবৰ্তন, বৰ্তমান অৱস্থান, ভৌগোলিক বিৱৰণ, ভাষা-ভাষীৰ লোক আৰু জনসংখ্যা, ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক তথা বাক্য-বিন্যাসৰ বৈশিষ্ট্য, স্বৰধ্বনি, ব্যঞ্জন ধ্বনি, সুৰ, সুৰ লহৰ, বিভক্তি, বচন, লিংগ, পুৰুষ, পদবিভাগ, প্ৰত্যয়, বাচ্য, ক্ৰিয়াৰ সংগতি, জতুৱা ঠাচ, শব্দ সম্ভাৰৰ চিনাকি আদি বিষয়-সূচী সামৰিবলৈ প্ৰবন্ধ লেখক-লেখিকাসকলক অনুৰোধ জনোৱা হৈছিল। সকলো লেখক-লেখিকাই এই বিষয়-সূচীৰ ক্ৰম যথাৰৎ ৰক্ষা কৰিবলৈ নোৱাৰিলে যদিও, অসম সাহিত্য সভাৰ এই প্ৰচেষ্টাক অসমৰ ভাষামূলক পৰিচয়ৰ প্ৰাৰম্ভণি বুলিয়ে সুধী সমাজে গ্ৰহণ কৰে যেন। 'অসমৰ ভাষা পৰিচয়'ত এঘাৰটা প্ৰবন্ধৰ সমাৱেশ ঘটিছে আৰু দহজন লেখক-লেখিকাই এই প্ৰবন্ধবোৰ লিখি উলিয়াইছে।

ভাৰতীয় গণৰাজ্যৰ অন্তৰ্গত অসম ৰাজ্যত ঘাইকৈ ইণ্ডো-ইউৰোপীয়, দ্ৰাবিড়ী, অষ্ট্ৰিক আৰু চীন-তিব্বতীয় ভাষা পৰিয়ালৰ ভাষা-ভাষী লোকৰ বসতি যুগে যুগে প্ৰতীয়মান হৈছে। ১৯৭১ চনৰ লোকপিয়ল অনুসৰি অসমৰ বিভিন্ন ভাষা-ভাষীৰ সংখ্যা প্ৰায় এক কোটি ছয়াল্লিশ লাখ ধৰা হৈছিল। ১৯৯১ চনৰ লোক পিয়ল অনুসৰি অসমৰ জনসংখ্যা তথা বিভিন্ন ভাষা-ভাষীৰ সংখ্যা প্ৰায় দুই কোটি তেইশ লাখৰ ওচৰ চাপিছে। অসম ৰাজ্যৰ মাটিকালি ১৯৯১ চনত ৭.৮৪৩৮ বৰ্গ কিলোমিটাৰ আৰু ৰাজনৈতিক-প্ৰশাসনিকভাৱে জিলাৰ সংখ্যা হৈছেগৈ তেইশখন। এই জিলাবোৰ হৈছে— ধুবুৰী, বঙাইগাঁও, কোকৰাঝাৰ, গোৱালপাৰা, বৰপেটা, নলবাৰী, কামৰূপ, দৰং, শোণিতপুৰ, লক্ষ্মীমপুৰ, ধেমাজি, ডিব্ৰুগড়, তিনিচুকীয়া, শিৱসাগৰ, যোৰহাট, গোলাঘাট, কাৰ্বি আংলং, নগাঁও, মৰিগাঁও, উত্তৰ কাছাৰ পাহাৰ, কাছাৰ, কৰিমগঞ্জ আৰু হাইলাকান্দি। আমি লক্ষ্য কৰিছোঁ যে স্বৰাজোত্তৰ যুগত অবিভক্ত অসম ৰাজ্যৰ পৰা অৰুণাচল, নগালেণ্ড, মণিপুৰ, মিজোৰাম, তথা মেঘালয় ৰাজ্য সৃষ্টি কৰি খণ্ডিত ৰূপত বৰ্তমান অসম ৰাজ্যৰ আকাৰ-পৰিধিৰ সংকুচিত আৰু পৰিৱৰ্তন ঘটোৱা হৈছে। ধৰ্মৰ ভেটিত ভাৰতীয় গণৰাজ্য আৰু পাকিস্তান সৃষ্টি তথা ভাষাৰ ভেটিত পাকিস্তান খণ্ডিত হৈ বাংলাদেশৰ সৃষ্টি আদি ৰাজনৈতিক সিদ্ধান্তৰ ফলত সৰ্বসাধাৰণ জন-গণৰ দুৰ্যোগ সংঘটিত কৰাৰ দৰে ভাৰতীয় গণৰাজ্যতো ভাষাৰ ভেটিত ৰাজ্য পুনৰগঠনৰ সিদ্ধান্তই বিবিধ অনিষ্ট সাধন আৰু অনৈক্যৰ প্ৰশ্ৰয় দিছে।

১৯৭১ চনৰ লোক পিয়ল মতে অসম ৰাজ্যত কথিত তথা প্ৰচলিত প্ৰধান ভাষাৰ তালিকাত অসমীয়া, বঙলা, হিন্দী, মালায়ালম, উৰিয়া, পাঞ্জাবী, তামিল, তেলেগু, উৰ্দু, বৰো, দেউৰী, ডিমাছা, গাৰো, নেপালী, মাৰ, কুকি, খাচিয়া, ভূমিজ, খাছি, কুৰুক (ওৰাওঁ), তিৱা(লালুং), মিজো (লুছাই), মেইথেই (মণিপুৰী), কাৰ্বি (মিকিৰ), মিচিং (মিৰি), মুণ্ডা, নগা, পাৰিজ, ৰাভা, চাওতালী, শৱৰ, ত্ৰিপুৰী (কক্ বৰক্) ভাষাৰ উপৰি বিষ্ণুপুৰীয়া সমন্বিতে চৌত্ৰিশটা ভাষাৰ লেখ দিয়া হৈছে।

১৯৭১ চনৰ লোকপিয়লৰ সংগৃহীত ভাষাগত লেখ আৰু তথ্যবোৰ প্ৰকৃত ভাষা বৈজ্ঞানিক বিশ্লেষণৰ বাবে নিৰ্ভৰযোগ্য বুলি ল'ব নোৱাৰি। কিয়নো লোকপিয়লৰ সময়ত গণনাকাৰীসকলে জন-সাধাৰণৰ মাতৃভাষাহে লিপিবদ্ধ কৰে। বোবা আৰু কেঁচুৱাৰ ক্ষেত্ৰত মাকৰ ভাষাকে মাতৃভাষাৰূপে লিখিব লাগে। জনসাধাৰণ আৰু গণনাকাৰীয়ে ভাষা-উপভাষা, মাতৃভাষা, আঞ্চলিক ভাষা, ৰাজ্যভাষা আদিৰ বিষয়ে প্ৰকৃত জ্ঞান নথকা বাবে লোকপিয়লৰ তথ্যবোৰ বেছিভাগ ক্ষেত্ৰতে নিৰ্ভযোগ্য নহয়। মাতৃভাষা লিপিবদ্ধ কৰোঁতে জাতি, ফৈদ, গোষ্ঠী, জনজাতি, ধৰ্ম, সংস্কৃতি তথা ৰাজনৈতিক ধ্যান-ধাৰণায়ো কিছুমান ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়। গতিকে ভাষাগত, ভাষাতাত্ত্বিক তথা ভাষা-বিজ্ঞানৰ চৰ্চাৰ বাবে পোনতে নিৰ্ভৰযোগ্য তথ্য-সম্বল পাবলৈকে হ'লে, ভাৰতীয় গণৰাজ্য তথা অসম আদি অংগৰাজ্যবোৰত নতুন ভাষাসমূহৰ সমীক্ষামূলক তথ্য সংগ্ৰহৰ প্ৰয়োজন বুলি আমি অনুভৱ কৰিছোঁ। কুৰি শতিকাৰ আৰম্ভণিতে খৃষ্টাব্দ ১৯০৩-২৮ চনৰ ভিতৰত জৰ্জ আব্ৰাহম গ্ৰীয়াৰছনৰ সম্পাদনাত 'লিংগুইষ্টিক ছাৰ্ভে অব্ ইণ্ডিয়া'ৰ গ্ৰন্থসমূহ প্ৰকাশিত হৈছিল। এই গ্ৰন্থাৱলীত

দিয়া তথ্যমতে স্বৰাজপূৰ্ব অখণ্ড ভাৰতবৰ্ষত ১৭৯ টা ভাষা আৰু ৫৪৪ টা উপভাষাৰ লেখ দিয়া হৈছে। এই ভাষাবোৰৰ ভিতৰত পোন্ধৰটা ভাষাক মুখ্যভাষা বুলি চিহ্নিত কৰা হৈছিল ঃ হিন্দী, উৰ্দু, বঙালী, উৰিয়া, মাৰাঠী, গুজৰাটী, সিন্ধী, পঞ্জাবী, নেপালী, অসমীয়া, কাশ্মীৰী, তেলেগু, কানাড়ী, তামিল আৰু মালায়ালম। এই পোন্ধৰটা মুখ্য ভাষাৰ প্ৰথম এঘাৰটা ইণ্ডো-ইউৰোপীয় পৰিয়ালৰ ভাৰতীয় আৰ্যগোষ্ঠীৰ আৰু পিছৰ চাৰিটা দ্ৰাবিড়ী ভাষা পৰিয়ালৰ অন্তৰ্গত। অষ্ট্ৰিক আৰু চীন-তিব্বতীয় ভাষা পৰিয়ালৰ ভাষাবোৰক গৌণ ভাষা ৰূপেহে ধৰা হৈছিল। এনে পটভূমিত ভাৰতীয় গণৰাজ্য তথা অসম আদি অংগ ৰাজ্যত প্ৰচলিত ভাষাসমূহৰ উত্তৰোত্তৰ চৰ্চা স্বৰাজোত্তৰ যুগত উন্নত পদ্ধতিৰে, বিশেষকৈ দৃশ্য-শ্ৰব্য যন্ত্ৰাদিৰ সহায়ত ধ্বনিতাত্ত্বিক গৱেষণাগাৰত সম্ভৱপৰ হৈ উঠিছে। ১৯৭১ চনৰ লোকপিয়ল মতে অসমত খাছি, মুণ্ডা, ছাওতালী আৰু শবৰ ভাষী লোকৰ সংখ্যা এক লাখ পঁচাশী হেজাৰৰো অধিক বুলি দেখুৱা হৈছে। মেঘালয়ত অধিক সংখ্যক খাছি লোকৰ বসতি যদিও, অসমৰ কাছাৰ, কৰিমগঞ্জ, কাৰ্বি আংলং, উত্তৰ কাছাৰ পাহাৰ, কামৰূপ আদি জিলাতো খাছি ভাষী লোকৰ বসবাস আছে। 'অসমৰ ভাষা পৰিচয়' নামৰ বৰ্তমানৰ পুথিখনত খাছি, মুণ্ডা, চাওতালী আদি ভাষাৰ কোনো প্ৰবন্ধ সংযোগ কৰা নাই। অসমৰ চাহবাগান অঞ্চলত বনুৱাৰূপে নিযুক্ত মুণ্ডা, ছাওতালী, শবৰ আদি ভাষীয়ে 'চাদ্ৰি' (ভঙা অসমীয়া) ভাষা উমৈহতীয়া ৰূপত ব্যৱহাৰ কৰে পাৰস্পৰিক ভাব-বিনিময়ৰ কাৰণে, অৱশ্যে মাতৃভাষাৰূপে মুণ্ডা, ছাওতালী আদিৰো স্থানীয় ব্যৱহাৰ চলি আছে।

১৯৭১ চনৰ পিয়ল মতে অসম ৰাজ্যত চীন-তীব্বতীয় ভাষা-ভাষীৰ লেখ প্ৰায় তেৰ লাখ জন ধৰা হৈছে। ইয়াৰ ভিতৰত বৰো ভাষী ৫৩৩,৭১৩ জন, ডিমাছা ৩৮,৫০৭ জন, দেউৰী ১২,১৯০ জন, তিৱা ৯,৯৫৪ জন, কাৰ্বি ১,৯১,৩৫৪ জন, মিচিং ১,৭৭,২২৬ জন, ৰাভা ৩২,৪০০ জন, গাৰো ৭৬,০৫৪ জন, মাৰ ১০,৪,৮৩৫ জন, মিজো ৪০০১ জন, মেইথেই (মণিপুৰী) ৮৭,১৬৭ জন, নগা ৭,১২৪ জন, কুকি ৫০৯৮ জন আৰু তিপ্ৰা (কক্‌বৰক্) ৮,৮৪৩ জন অন্তৰ্ভুক্ত কৰা হৈছে। আমাৰ 'অসমৰ ভাষা পৰিচয়' পুথিখনত বড়ো, ডিমাছা, দেউৰী, তিৱা, কাৰ্বি, মিচিং আৰু ৰাভা ভাষাৰহে প্ৰবন্ধ সংযোগ কৰা হৈছে। মাৰ, কুকি আদি ভাষা উত্তৰ কাছাৰ পাহাৰ জিলা অঞ্চলত অসমৰ ৰাজ্যাঞ্চলত কথিত যদিও এই পুথিত আলোচনা কৰিব পৰা নহ'ল। ১৯৭১ চনৰ পিয়ল মতে অসম ৰাজ্যত দ্ৰাবিড়ী ভাষা পৰিয়ালৰ তামিল ভাষী ২,৫৪৭ জন, তেলেগু ভাষী ২০,০৮৩ জন, মালায়ালম ভাষী ৪,১৩৮ জন, কুৰুক (ওৰাওঁ) ভাষী ৩৩,০৩১ জন আৰু পাৰিজভাষী ৩,৭৮৫ জন ধৰা হৈছে— কানাড়ী ভাষাৰ লেখ দিয়া নাই। বৰ্তমানে অসমৰ চাহ বাগান, কয়লা, তেলখনি আদি উদ্যোগৰ লগত জড়িত বনুৱাসকলৰ মাজতে এইবোৰ ভাষী লোকৰ বসতি আছে আৰু এওঁলোকেও দ্বিতীয় ভাষাৰূপে অসমৰ ৰাজ্যিক ভাষা অসমীয়াৰ স্থানীয়ৰূপ ব্যৱহাৰ কৰি আছে। অসমীয়া ভাষা-সাহিত্য-সমাজ-সংস্কৃতিত দ্ৰাবিড়ী ভাষীৰ দান বৰঙণিৰ বিষয়ে পণ্ডিত কালিৰাম মেধি, সুনীতি কুমাৰ চট্টোপাধ্যায়, কনকলাল বৰুৱা, বাণীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা আদিৰ ৰচনাত কিছুমান তথ্য আছে। ১৯৭২ খৃষ্টাব্দত কামৰূপ সাহিত্য পৰিষদৰ (সাহিত্য সভাৰ) প্ৰকাশিত কামৰূপা নামৰ মুখপত্ৰত অধ্যাপক ভগৱান মৰলে এটি প্ৰবন্ধ লিখি অসমৰ ঠাই আৰু নদীৰ নাম আদিত সম্ভাৱিত দ্ৰাবিড়ী বৰঙণিৰ আলোচনা আৰম্ভ কৰিছে। আমাৰ আলোচ্য 'অসমৰ ভাষা পৰিচয়' পুথিত উক্ত কোনো দ্ৰাবিড়ী ভাষা পৰিয়ালৰ ভাষাৰ বিৱৰণ সংযোগ কৰা নাই।

ভাৰত-ইউৰোপীয় পৰিয়ালৰ ভাৰতীয় আৰ্য ভাষা গোষ্ঠীৰ অন্তৰ্গত অসমীয়া ভাষীৰ সংখ্যা ১৯৭১ চনৰ লোকপিয়ল মতে ৮৯,০৪,৯১৭ জন, বঙালী ভাষী ২৮,৮২,০৩৯ জন, হিন্দী ভাষী ৭,৯২,৪৮১ জন, উৰিয়া ভাষী ১,৫০,১৯৬ জন, পঞ্জাবী ভাষী ১২,৭০৪ জন, নেপালী ভাষী ৩৪,৯১১ জন, বিষ্ণুপুৰীয়া ভাষী ৩৩,৫৯০ জন দেখুৱা হৈছে ঃ এই বিষয়ে কিছুমান বিচাৰ সাপেক্ষ প্ৰশ্নও আছে। অসমীয়া ভাষীৰ ভিতৰত মান্য অসমীয়া, গোৱালপৰীয়া উপভাষা, কামৰূপী উপভাষাৰ বৈশিষ্ট্য দেখুৱাই 'অসমৰ ভাষা পৰিচয়' পুথিখনত তিনিটা প্ৰবন্ধ সংযোগ কৰা হৈছে। অসমীয়া ভাষাৰ আঞ্চলিক উপভাষাৰূপে কাছাৰ জিলাৰ কাছাৰীয়ে (ৰাজবংশী), চাহবাগান অঞ্চলৰ 'চাদ্ৰি' আদিকো বিচাৰ বিশ্লেষণ কৰাৰ সম্ভাৱনা আছে যদিও এই পুথিখনত তেনে প্ৰবন্ধ সংযোগ কৰা নাই। অসম ৰাজ্য অঞ্চলৰ ভিতৰত কথিত আৰু প্ৰচলিত ভাৰতীয় আৰ্যগোষ্ঠীৰ অসমীয়া ভাষাৰ (মান্য, গোৱালপৰীয়া আৰু কামৰূপী) লগতে চীন তিব্বতীয় ভাষা পৰিয়ালৰ বৰো, মিচিং, ডিমাছা, তিৱা, ৰাভা, দেউৰী আৰু টাই ভাষাৰ পৰিচয়মূলক প্ৰবন্ধৰ সংকলনৰূপে 'অসমৰ ভাষা পৰিচয়' পুথিখন প্ৰণয়ন কৰাৰ পটভূমিত বিষয়বস্তুৰ ব্যাপকতাৰ মাজতো আমাৰ এই সীমাবদ্ধতাৰ বাবে সুধীসমাজৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

অসমৰ ভাষা পৰিচয় পুথিখনৰ প্ৰবন্ধ লেখক-লেখিকাসকল হৈছে—ড° গোলোকচন্দ্ৰ গোস্বামী, ড° শ্ৰীউপেন্দ্ৰ নাথ গোস্বামী, ড° শ্ৰীসত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ড° শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীনাহেন্দ্ৰ পাদুন, শ্ৰীমনেশ্বৰ দেউৰী, শ্ৰীজীৱেশ্বৰ কোচ, শ্ৰীৰং বং তেৰাং, শ্ৰীনবীন শ্যাম ফালুং আৰু শ্ৰীমতী নিৰুপমা হাগজেৰ। প্ৰত্যেকজন লেখক-লেখিকাৰে বিষয়বস্তুৰ বিষয়ে থকা ক্ষেত্ৰ-অধ্যয়ন তথা কৃতবিদ্যাতাৰ সামান্য হ'লেও জিলিঙনি প্ৰবন্ধবোৰত ৰূপায়িত হৈছে বুলিয়ে আমাৰ বিশ্বাস। এই প্ৰবন্ধবোৰৰ বিশ্লেষণ নানা কাৰণত পূৰ্ণাংগ নহ'লেও—সন্নিবিষ্ট তথ্য সমলবোৰে ভাষা চৰ্চাৰ ক্ষেত্ৰত নিশ্চিত অৰিহণা আগবঢ়াব বুলি আশা ৰাখিলো। অসমৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ ধ্বনিগত

বিশ্লেষণৰ ক্ষেত্ৰত সুৰ, শ্বাসাঘাত, স্বৰদৈৰ্ঘ্য, সুৰ লহৰ আদিৰ ক্ষেত্ৰত ধ্বনিতাত্ত্বিক গৱেষণাগাৰত পৰীক্ষা-নিৰীক্ষা চলালেহে নিশ্চিত তথ্য নিৰ্ণয় কৰিব পৰা যাব। এই দৃষ্টিৰে বৰো ভাষাৰ সুৰ বৈশিষ্ট্য, টাই ভাষাৰ সুৰ বিশ্লেষণ, মিচিঙৰ স্বৰৰ হ্ৰস্ব-দীৰ্ঘতা, ডিমাছা, তিৱা, দেউৰী, কাৰ্বি, ৰাভা ভাষাত সুৰভেদ আদিৰ উত্তৰোত্তৰ চৰ্চা-গৱেষণাৰ পথ মুকলি হৈয়ে থাকিল।

ভাৰতীয় গণৰাজ্য তথা অসম ৰাজ্যত বৰ্তমানে চলি থকা অস্থিৰ, অনিশ্চিত, নিৰাপত্তাহীন পৰিবেশৰ মাজতো অসম সাহিত্য সভাৰ এই বিদ্যায়তনিক আঁচনিত সহায়-সহযোগ আগবঢ়োৱা সতীৰ্থ লেখক-লেখিকালৈ আন্তৰিক শুভেচ্ছা সংহতি, সমন্বয়, উন্নয়নৰ ক্ষেত্ৰত জয়যাত্ৰা কামনা কৰিলোঁ।

'অসমৰ ভাষা পৰিচয়' গ্ৰন্থখনৰ প্ৰকাশৰ ক্ষেত্ৰত আনুষ্ঠানিক আহ্বকালবোৰে আমাৰ মনত ইতিপূৰ্বে গভীৰ আঘাত দিছে। এই সম্পৰ্কত অধ্যাপক নাহেন্দ্ৰ পাদুন, অধ্যাপক ড° গোলোকচন্দ্ৰ গোস্বামীয়ে যথেষ্ট উৎকণ্ঠা প্ৰকাশ কৰি আমাক কিছুমান আহ্বকালৰ বিষয়ে অৱগত কৰিছিল। আমি পূৰ্ববৰ্তী সভাপতি-প্ৰধান সম্পাদকসকলক অনুনয় অনুৰোধ কৰি সুফল নোপোৱাত বৰ্তমানৰ প্ৰধান সম্পাদক অধ্যাপক ড° জগদীশ পাটগিৰীক লিখিতভাৱে জনালোঁ—সভাপতি অধ্যাপক ড° বীৰেন্দ্ৰনাথ দত্তকো মৌখিকভাৱে নিবেদন কৰিলো। প্ৰধান সম্পাদক ড° পাটগিৰীয়ে সবিশেষ উপলব্ধি কৰি গ্ৰন্থখন প্ৰকাশৰ বাবে যাৱতীয় ব্যৱস্থা কৰাত আমি অতিশয় আনন্দ চিত্তেৰে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক গৰাকীৰ শলাগ লৈছোঁ ঃ ইতিমধ্যে আমাৰ বিশিষ্ট প্ৰবন্ধকাৰ ড° উপেন্দ্ৰনাথ গোস্বামীৰ পৰলোক ঘটিছে। প্ৰবন্ধকাৰসকলৰ প্ৰতি আন্তৰিক কৃতজ্ঞতাৰে 'শেষ ভালেই সকলো ভাল' বুলি মনতে সান্ত্বনা লভি একৈশ শতিকাৰ বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ অগ্ৰগতিৰ পটভূমিত অসম সাহিত্য সভাই উত্তৰোত্তৰ সমাজমুখী গতিশীল আঁচনিৰে বহুজন হিতায় চ বহুজন সুখায় চ হিত সাধনত ব্ৰতী হ'বলৈকে আহ্বান জনালোঁ ঃ চিৰ চেনেহী মোৰ ভাষা জননী।

**নৰগিৰি, চান্দমাৰি**
গুৱাহাটী

**শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য**
মুখ্য সম্পাদক



# মান্য অসমীয়া ভাষা

ড° গোলোকচন্দ্ৰ গোস্বামী

অসমীয়া ভাষা ভাৰতৰ সাংবিধানিক স্বীকৃতিপ্ৰাপ্ত ভাষাবোৰৰ অন্যতম প্ৰধান ভাষা। ই প্ৰধানতঃ অসমৰ ভাষা; সেয়ে, অসম শব্দৰ লগত বিশেষণসূচক -ঈয়া প্ৰত্যয়ৰ যোগত অসমীয়া শব্দ সাধিত হৈছে। উত্তৰ-পূব ভাৰতত বাংলা ভাষাৰ পূৰ্বে প্ৰচলিত অসমীয়া ভাষাই প্ৰধান। অসমৰ পশ্চিমে ধুবুৰীৰ পৰা পূবে শদিয়ালৈকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সকলো জিলাৰে প্ৰধান ভাষা অসমীয়া। বৰাক উপত্যকাৰো কিছুমান অঞ্চলৰ গাঁৱত মাতৃভাষাৰূপে অসমীয়া উপভাষাৰ প্ৰচলন চলি আছে।

**অসমীয়া ভাষাৰ স্থিতি ঃ**

উত্তৰ-পূব ভাৰত ভাষাৰ যাদুঘৰ। কেৱল অসমতে ভাৰতত প্ৰচলিত প্ৰধান ভাষাগোষ্ঠীৰ সকলো কেইটা ভাষা উপভাষাৰ উপৰি কেইবাটাও অভাৰতীয় বিদেশী ভাষাও পোৱা যায়। অসমীয়া, বাংলা, হিন্দী আদি ভাষাবোৰ আৰ্যগোষ্ঠীৰ অন্তৰ্গত; বিভিন্ন জিলাত সিঁচৰতি হৈ থকা বড়ো, ৰাভা, কাৰ্বি, তিৱা, মিচিং, দেউৰী-চুতীয়া আদি ভাষা-উপভাষাবোৰ বৃহৎ চীন-তিব্বতীয় গোষ্ঠীৰ ভোট-বৰ্মী শাখাৰ ভিতৰত পৰে। উজনি অসমৰ জিলাবোৰত আহোমসকলৰ কোনো কোনো সম্প্ৰদায়ে 'থাইকাদাই' শাখাৰ ভিন ভিন উপভাষা ব্যৱহাৰ কৰে। অৰুণাচল প্ৰদেশ, নাগালেণ্ড, মণিপুৰ আৰু মিজোৰামত প্ৰচলিত ভাষা-উপভাষাবোৰো ভোট-বৰ্মী শাখাৰে অন্তৰ্ভুক্ত। মেঘালয়ৰ গাৰো পাহাৰত ভোট-বৰ্মী আৰু খাছীয়া পাহাৰত অষ্ট্ৰিক গোষ্ঠীৰ ভাষা চলে। তদুপৰি, চাহ বাগানৰ বনুৱা সম্প্ৰদায়ৰ বহুতে দক্ষিণ ভাৰতৰ দ্ৰাবিড় গোষ্ঠীৰ কিছুমান ভাষা মাতৃভাষাৰূপে ব্যৱহাৰ কৰে।*

**প্ৰভাষা অসমীয়া ঃ**

প্ৰাচীন কালৰে পৰা এই বৃহৎ অঞ্চলটোৰ ইমানবোৰ বৈচিত্ৰ্যপূৰ্ণ ভাষা-উপভাষা আৰু দোৱানৰ মাজত অসমীয়া ভাষাই সংযোগী প্ৰভাষাৰ (Lingua Franca) ভূমিকা গ্ৰহণ কৰি আহিছে। ব্ৰিটিছৰ যুগত এই অঞ্চললৈ অহা ভ্ৰমণকাৰী, নৃতত্ত্ববিদ, সমাজতত্ত্ববিদ পণ্ডিতসকলক অসমীয়া দোভাষীয়ে সহায় কৰিছিল। পূৰ্বৰ উত্তৰ-পূব সীমান্ত ভূ ভাগ অৰ্থাৎ 'নেফা'-ত (NEFA) বহুসংখ্যকউপভাষা আৰু দোৱান চলে। এই উপভাষাবোৰৰ

---

** অসমৰ চাহ বাগানৰ বনুৱা সম্প্ৰদায়ৰ পুৰণি চামৰ মৌখিক ভাষা-উপভাষাবোৰ অষ্ট্ৰিক (ছাওতালী, মুণ্ডা, খাৰিয়া আদি) আৰু দ্ৰাবিড়ী ভাষা গোষ্ঠীৰ (তামিল, তেলেগু, মালয়ালম, কুৰুক, ওৰাও) আদি যদিও চাদানি বা চাদি নামৰ উমৈহতীয়া ভাষা (লিংগুৱা ফ্ৰাংকা) ৰূপে হাটে-বজাৰে ব্যৱহাৰ হয়।*

*-মুখ্য সম্পাদক*

ইটোৰ লগত সিটোৰ উপভাষিক পাৰ্থক্য ইমান বেছি যে সেই উপভাষা-ভাষীসকলৰ ইজনে সিজনৰ কথা বুজিবলৈ টান পায়। সেয়ে, তেওঁলোকে মিশ্ৰিত অসমীয়া ভাষাৰে ভাবৰ আদান-প্ৰদান কৰে। এই ভূভাগে অৰুণাচল প্ৰদেশ নামেৰে সুকীয়া ৰাজ্যৰ মৰ্যাদা পোৱাৰ পিছত আকাশবাণীয়ে অৰুণাচলবাসীলৈ সেই মিশ্ৰিত অসমীয়াৰে বাতৰি পৰিৱেশন কৰি আহিছে।*

নাগালেণ্ড ৰাজ্যৰ পৰিস্থিতিও অৰুণাচল প্ৰদেশতকৈ ভিন্ন নহয়। এই ৰাজ্যৰ নগাসকলৰ ভিন ভিন গোষ্ঠীয়ে ভগা ভগা অসমীয়া ভাষাৰ মাধ্যমেৰে বহুকালৰে পৰা তেওঁলোকৰ মাজত ভাবৰ আদান-প্ৰদান কৰি আহিছিল। বৰ্তমানে, বিভিন্ন নগা উপভাষা আৰু অসমীয়া ভাষাৰ মিশ্ৰণত নাগামিজ নামেৰে এটা উমৈহতীয়া সাধু ভাষাৰ সৃষ্টি হৈছে।

অসমৰ গোৱালপাৰা, কামৰূপ, দৰং আৰু শোণিতপুৰ জিলাৰ উত্তৰে সীমান্তৱৰ্তী ভূটানৰ মানুহেও অসমীয়া ভাষা ব্যৱহাৰ কৰে। ইয়াৰ পৰা উত্তৰ-পূব ভাৰতত অসমীয়া ভাষাৰ গুৰুত্বপূৰ্ণ অৱস্থান আৰু ভূমিকাৰ এটা স্পষ্ট ধাৰণা কৰিব পাৰি।

**উদ্ভৱ আৰু ক্ৰমবিকাশ ঃ**

অসমীয়া ভাষা এটি আৰ্য গোষ্ঠীগত ভাষা। ভাৰতবৰ্ষৰ আৰ্য ভাষাবোৰৰ মূল সংস্কৃত বুলি কোৱা হয় যদিও বৈদিক ভাষাৰ পৰাহে পালি, প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰ বাগৰি এই ভাষাবোৰৰ জন্ম হৈছে। প্ৰাচ্য মাগধী প্ৰাকৃতৰ পৰা উত্তৰ-পূব ভাৰতৰ ভাষাবোৰ ওলাইছে বুলি ড° সুনীতি কুমাৰ চট্টোপাধ্যায় আৰু ড° বাণীকান্ত কাকতিয়ে আলোচনা কৰি দেখুৱাইছে। তেওঁলোক মতে, মাগধী প্ৰাকৃতৰ পৰা ৰাঢ়, বাৰেন্দ্ৰ, বংগ আৰু কামৰূপ — এই চাৰিটা অপভ্ৰংশ ভাষাৰ উদ্ভৱ হৈছিল। প্ৰথম তিনিটা অপভ্ৰংশৰপৰা উৰিয়া, বাংলা আৰু বিহাৰৰ ভাষাবোৰ ওলাইছিল; আৰু কামৰূপ অপভ্ৰংশৰ পৰা উত্তৰ বংগ আৰু তাৰ পূবৰ অসম অঞ্চলৰ আৰ্য ভাষাবোৰৰ সৃষ্টি হৈছিল বুলি তেওঁলোকে কয়[১]।

অসমীয়া ভাষাত মাগধী প্ৰাকৃতৰ বৈশিষ্ট্য দেখা গ'লেও ইয়াত সৌৰশেনী আৰু মহাৰাষ্ট্ৰী প্ৰাকৃতৰ লক্ষণো পোৱা যায়। সেয়েহে, অসমীয়া ভাষাৰ মূল উৎস কি খাটাংকৈ একে আষাৰে কোৱা সম্ভৱ নহয়। যি সময়ত মগধ আদি অঞ্চলত মাগধী প্ৰাকৃতৰ উদ্ভৱ হৈছিল, সেই একে সময়তে প্ৰাচীন কামৰূপ অঞ্চলতো আৰ্য ভাষাৰে উপভাষা ৰূপৰ প্ৰচলন আছিল বুলি বুজা যায়। কাৰণ, খৃষ্টপূৰ্ব এহাজাৰ মান বছৰৰ আগৰে পৰা প্ৰাগজ্যোতিষ তথা প্ৰাচীন কামৰূপ অঞ্চললৈ আৰ্যসকলৰ প্ৰব্ৰজন ঘটিছিল[২]; আৰু সেইসকলৰ লগে লগে আৰ্য ভাষাৰো আমদানি হৈছিল। এতেকে, কামৰূপী প্ৰাকৃত নামৰ এটা সুকীয়া প্ৰাকৃত ভাষাৰ মাগধী প্ৰাকৃতৰ সমান্তৰালৰূপেই উদ্ভৱ আৰু প্ৰচলন

** বৰ্তমানে অসমীয়া ভাষাৰ সীমান্তৱৰ্তী অঞ্চলৰ এই উপভাষাটি অৰুণাচলী (NEFAMESE) বুলিয়ে বৰ্ণিত আৰু আলোচিত হ'ব ধৰিছে।* —*মুখ্য সম্পাদক*





হৈছিল বুলি নিসন্দেহে ধাৰণা কৰিব পাৰি। কামৰূপী প্ৰাকৃতৰ পৰা স্বাভাৱিক বিৱৰ্তন ঘটি কামৰূপী অপভ্ৰংশ, আৰু তাৰ পৰা পৰৱৰ্তী কালত অসম প্ৰান্তৰৰ কামৰূপী তথা অসমীয়া ভাষাৰ জন্ম হয়। কামৰূপী প্ৰাকৃত আৰু ইয়াৰ পৰা উদ্ভূত অপভ্ৰংশ ভাষা সেইকালত উত্তৰ বংগ আৰু কামৰূপত সমানে চলিছিল। উত্তৰবংগৰ পশ্চিমে প্ৰচলিত মাগধী প্ৰাকৃত আৰু অপভ্ৰংশৰ লগত সততে যোগাযোগ চলিছিল। এনে যোগাযোগৰ পৰিণতি স্বৰূপে দুয়োটা প্ৰাকৃত ভাষাই পৰস্পৰে পৰস্পৰৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। অকল এয়ে নহয়, এই দুই প্ৰাকৃতৰ পৰা বিকশিত অপভ্ৰংশৰ মাজতো সমন্বয় সাধিত হৈছিল। অষ্টম-নৱম শতিকাত ৰচিত চৰ্যাগীতবোৰৰ ভাষাই তাৰ সাক্ষ্য দাঙি ধৰে।

কামৰূপী ভাষাৰ স্বকীয় বৈশিষ্ট্য যে অতি প্ৰাচীন সেই কথা চীনা পৰিব্ৰাজকাচাৰ্য হিউৱেনচাঙৰ উক্তিৰ পৰা ধাৰণা কৰিব পাৰি। হিউৱেনচাং ৬৪৩ খৃষ্টাব্দত কা-ম-লো-পো, অৰ্থাৎ প্ৰাচীন কামৰূপ ৰাজ্যলৈ আহিছিল। সেই সময়ত কামৰূপাধিপতি আছিল কুমাৰ ভাস্কৰ বৰ্মা। তেওঁৰ সাম্ৰাজ্য পশ্চিমে উত্তৰবংগকো অতিক্ৰম কৰি বহু দূৰলৈকে বিস্তৃত আছিল। হিউৱেনচাঙে সেই কালৰ কামৰূপ ৰাজ্যৰ ধৰ্ম, আচাৰ-নীতি, মানুহৰ স্বভাৱ-চৰিত্ৰ আৰু তেওঁলোকৰ ভাষা সম্পৰ্কে টোকা লিখিছিল। তেওঁৰ মতে "কামৰূপৰ ভাষা মধ্যভাৰতৰ ভাষাৰ পৰা কিছু বেলেগ" আছিল।

খৃষ্টীয় সপ্তম শতিকা আৰ্য ভাষাবোৰৰ বিকাশত অপভ্ৰংশ স্তৰৰ যুগ। সেয়েহে, হিউৱেনচাঙৰ মন্তব্যই প্ৰাচীন কামৰূপী অপভ্ৰংশ যে ভাৰতৰ অন্যান্য অপভ্ৰংশ ভাষাৰ পৰা সুকীয়া সেই কথাৰ প্ৰমাণ দাঙি ধৰিছে। কামৰূপী ভাষা "মধ্য ভাৰতৰ ভাষাৰ পৰা কিছু বেলেগ" বুলি হিউৱেনচাঙে যি মন্তব্য কৰিছে, সেই "কিছু বেলেগ" ভাষাটো কি? — এই বিষয়ে ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে[৩] ভাবে, হিউৱেনচাঙে অসমীয়া ভাষাৰ পূৰ্ব স্তৰৰ আৰ্য ভাষাৰ কথা বুজোৱা নাই, কুমাৰ ভাস্কৰ বৰ্মাৰ সময়ত প্ৰচলিত আৰ্যেতৰ ভাষাৰ কথাহে তেওঁ কৈছে। ড° চট্টোপাধ্যায়ৰ এই মন্তব্যৰ প্ৰসংগতে উল্লেখ কৰা প্ৰয়োজন যে ভাস্কৰ বৰ্মাৰো পূৰ্ব পুৰুষ ৰজা-মহাৰজাসকলে প্ৰাচীন কামৰূপ সাম্ৰাজ্যত সংস্কৃত ভাষাৰ প্ৰচলন কৰিছিল। শিলালিপি তথা তাম্ৰশাসনবোৰৰ ভাষাই তাৰ সুস্পষ্ট প্ৰমাণ। খৃষ্টীয় শতিকাৰ হাজাৰ, ডেৰ হাজাৰ আগৰে পৰা উত্তৰ-পূব ভাৰতলৈ আৰ্যসকলৰ আগমন হৈছিল বুলি ড° চট্টোপাধ্যায়ে স্পষ্টকৈ কৈ গৈছে। আৰ্যসকল শিক্ষা-দীক্ষা আদি সকলো ফালে যথেষ্ট উন্নত আছিল। গতিকে আৰ্যসকলৰ প্ৰভাৱত আৰ্যেতৰ লোকসকলে, যি সকলক বিদ্যানুৰাগী আছিল বুলি চীনা পৰিব্ৰাজকগৰাকীয়ে প্ৰশংসা কৰি গৈছে, সেইসকলে, নিশ্চয় থলুৱা অবিকশিত আৰু অলিখিত ভাষা-উপভাষা-দোৱানৰ পৰিৱৰ্তে লিখিত সাহিত্য থকা উন্নত আৰ্য ভাষাকে গ্ৰহণ কৰিছিল। প্ৰকৃতাৰ্থত ক'বলৈ গ'লে, এই প্ৰান্তৰৰ পৰ্বত ভৈয়ামৰ জনজাতি-অজনজাতি লোকসকলেই তৎকালীন আৰ্যভাষা গ্ৰহণ

কৰি পৰৱৰ্তী কালত এক সুবৃহৎ অসমীয়া সমাজৰ সৃষ্টি কৰিছিল।

সেই সময়ত ভিন্ন গোষ্ঠীৰ ভাষা-ভাষী থলুৱা লোকৰ মুখত আৰ্য-ভাষাটোৰ আমূল পৰিৱৰ্তন ঘটিল ঃ ধ্বনিৰ উচ্চাৰণত, শব্দৰ সাধনত, শব্দৰূপ আৰু ধাতুৰূপত অগতানুগতিক নানান বৈশিষ্ট্যই দেখা দিলে। আৰ্য ভাষাক যেন আৰ্যেতৰ সাজ-পোছাক আৰু আ-অলংকাৰেৰে নতুনকৈ সজাই পৰাই উলিওৱা হ'ল। এই অপভ্ৰংশ ভাষাকে সূক্ষ্মদৰ্শী হিউৱেনচাঙে শুনিছিল, আৰু মধ্যভাৰতৰ ভাষাৰ লগত নিমিলা দেখি উপৰোক্ত মন্তব্য কৰিছিল বুলি ক'ব পাৰি।

প্ৰাচীন কালত আৰ্যভাষাৰ প্ৰতি থলুৱা জনসাধাৰণৰ যথেষ্ট সম্ভ্ৰাৰ আছিল। তেওঁলোকৰ বহুতেই আনকি নিজ নিজ মাতৃভাষা, দোৱান একেবাৰেই এৰি অসমীয়া ভাষাকে গ্ৰহণ কৰি সম্পূৰ্ণৰূপে অসমীয়া হৈ পৰিছিল। প্ৰজা-সাধাৰণৰ কথা বেলেগেই, আনকি যি ব্ৰহ্মদেশৰ পৰা অহা আহোমসকলে ত্ৰয়োদশ শতিকাত উত্তৰ-পূব প্ৰান্তৰত সোমাই নিজৰ শৌৰ্য-বীৰ্য, দক্ষতা আৰু ছল-চাতুৰ্যৰে এখন প্ৰবল প্ৰতাপী ৰাজ্য প্ৰতিষ্ঠা কৰি ভিন ভিন জাতি-উপজাতিৰ লোকৰ মাজত সংহতি স্থাপন কৰিবলৈ সক্ষম হৈছিল, যি সকলৰ পৰাই বৰ্তমানৰ 'অসম' আৰু 'অসমীয়া' নামৰ সৃষ্টি হৈছে বুলি ভবা হয়, সেই বিচক্ষণ আহোম সকলেও দুশ-আঢ়ৈশ বছৰৰ প্ৰশাসনীয় অভিজ্ঞতাৰ পিছত ৰাজ্যৰ সম্প্ৰসাৰণ, সংহতি আৰু শান্তিৰ অৰ্থে নিজৰ টাই আহোম মাতৃভাষাকো পৰিহাৰ কৰি অসমীয়া ভাষাক আঁকোৱালি লৈ হাড়ে-হিমজুৰে জাকত-জিলিকা অসমীয়া হৈ পৰিছিল; আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰিছিল; পূৰ্বে আহোম ভাষাত ৰচিত আমাৰ আপুৰুগীয়া সম্পদ স্বৰূপ বুৰঞ্জীসমূহ আৰু অন্যান্য নথিপত্ৰাৱলী অসমীয়ালৈ ভাঙনি কৰাইছিল।

উত্তৰ- পূব প্ৰান্তৰৰ কোচ-কছাৰী ৰজা-মহাৰজাসকলেও অসমীয়াকে ৰাজভাষাৰূপে গ্ৰহণ কৰিছিল। অসমীয়া সাহিত্যৰ আৰম্ভণিৰে পৰা কমতা (কামতা) ৰাজ্যৰ ৰজাৰ পৃষ্ঠপোষকতাত হেম সৰস্বতী প্ৰমুখ্যে বিভিন্ন কবি-সাহিত্যিকে পুথি- পাঁজি ৰচনা কৰিছিল। বৰাহী ৰজা মহামাণিক্যৰ আদেশক্ৰমে অপ্ৰমাদী কবি মাধৱ কন্দলীয়ে ৰামায়ণ কাব্য ৰচনা কৰিছিল। কোচ ৰজা মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভ্ৰাতা যুৱৰাজ চিলাৰায়ৰ পৃষ্ঠপোষকতাত অসমীয়া সাহিত্যৰ গৌৰৱোজ্জ্বল সোণালী অধ্যায়ৰ সূচনা হৈছিল। এনেদৰে পুৰণি কালত সমগ্ৰ কামৰূপ তথা অসম প্ৰান্তৰত যে অসমীয়া এটা প্ৰধান সমৃদ্ধিশালী ভাষাৰূপে চলি আছিল, ইতিহাসে তাৰ প্ৰত্যক্ষ সাক্ষ্য দাঙি ধৰে।

**আৰ্যেতৰ ভাষাৰ প্ৰভাৱৰ পৰিণতি ঃ**

মানুহে মানুহৰ ওপৰত যেনেদৰে প্ৰভাৱ পেলায়, ভাষায়ো ভাষাৰ ওপৰত তেনেদৰেই প্ৰভাৱ পেলায়। এনে প্ৰভাৱৰ ফলতে পৰ্বত-ভৈয়ামৰ বিভিন্ন গোষ্ঠীৰ ভাষা-ভাষী, জাতি-





উপজাতিৰ লোকৰ মুখত অসমীয়া ভাষাৰ সকলো দিশতে কম-বেছি পৰিমাণে পৰিৱৰ্তন ঘটিল। এই ক্ষেত্ৰত কোলেৰিয়ান তথা অষ্ট্ৰিক আৰু ভোট-বৰ্মী ভাষাবোৰৰ প্ৰভাৱ ব্যাপক বুলি ক'ব পাৰি। অসমীয়া ভাষাৰ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ নতুন নতুন বৈশিষ্ট্যই দেখা দিলে; শব্দ ভাণ্ডাৰো যথেষ্ট টনকিয়াল আৰু বিস্তৃত হৈ উঠিল।

**ধ্বনিতত্ত্বৰ ক্ষেত্ৰত** দেখা যায়, সংস্কৃত ভাষাৰ মূৰ্ধন্য আৰু দন্ত্য স্পৰ্শবৰ্ণবোৰ সম্পূৰ্ণৰূপে লোপ হ'ল; ইয়াৰ ঠাইত নতুনকৈ সৃষ্টি হ'ল এটা দন্তমূলীয় বৰ্গৰ। সেইদৰে, তালব্য বৰ্গত দুটা পৰিৱৰ্তন ঘটিল ঃ প্ৰথম এই বৰ্গৰ উচ্চাৰণৰ স্থান (point of articulation) তালু গুচি দন্তমূল হ'ল। দ্বিতীয়তে, উচ্চাৰণৰ ধৰণৰো (manner of articulation) সলনি ঘটিল। সংস্কৃতৰ মতে **চ** বৰ্গৰ মৌখিক (oral) বৰ্ণকেইটাৰ উচ্চাৰণৰ স্পৃষ্ট (affricative) ; কিন্তু অসমীয়াত এইবোৰ স্পৃষ্ট গুচি ঘৃষ্ট (Fricative) হ'ল। অকল সেয়ে নহয়; **চ** আৰু **ছ** দুয়োটা বৰ্ণৰে উচ্চাৰণ একে **S** হৈ পৰিল। সেইদৰে **জ**-ও **Z** লৈ ৰূপান্তৰিত হ'ল।

ইয়াৰ পৰা দেখা গ'ল ঃ সংস্কৃতৰ তিনিটা উচ্চাৰণ স্থানৰ (যেনে , মূৰ্ধাধ্বনি মূৰ্ধন্য, দন্তধ্বনি দন্ত্য আৰু তালুধ্বনি তালব্য) অসমীয়া ভাষাত এটাও নৰ'ল। ইহঁতৰ ঠাইত ধ্বনিৰ উচ্চাৰণৰ স্থানৰূপে নতুনকৈ দন্তমূল (ইয়াৰ উচ্চাৰিত ধ্বনি — দন্তমূলীয়) পোৱা গ'ল।

সংস্কৃতৰ উষ্মবৰ্ণ **শ ষ স** -তিনিওটা মিলি মাত্ৰ এটা **X** বৰ্ণৰ সৃষ্টি হোৱাটো অসমীয়া ভাষাৰ এটা সাঁথৰ যেন লাগে। এই ক্ষেত্ৰত উচ্চাৰণৰ ধৰণ (manner) একে, ঘৃষ্ট হৈয়ে ৰ'ল; কিন্তু তিনিটা স্থানৰ এটাও নৰ'ল। মূল সংস্কৃতত তালুত উচ্চাৰিত **শ**, মূৰ্ধাত উচ্চাৰিত **ণ** আৰু দন্তত উচ্চাৰিত **স** তিনিওটা কোমল তালুত উচ্চাৰিত **X** -ত পৰিণত হ'ল।

অসমীয়া **X** ধ্বনিৰ তুল্য ধ্বনি নব্য স্তৰৰ আৰ্যভাষাবোৰত পোৱা নাযায়। ই জাৰ্মান ভাষাৰ **X**- ধ্বনিৰ লগত মিলে ঃ জাৰ্মান ich, 'মই' শব্দৰ ch = **X** অসমীয়া বিষ শব্দৰ **ষ**-ৰ সৈতে একে বুলি ক'ব পাৰি। তেনেকৈয়ে, *acht* 'আঠ' শব্দৰ *ch*=**X**-ও অসমীয়া আশ্ অব্যয় বা আশা শব্দৰ শ-ৰ উচ্চাৰণৰ সৈতে প্ৰায় মিলে।

অসমীয়া এই **X**-ধ্বনিৰ তথা বৰ্ণৰ বিকাশত আৰ্যেতৰ ভাষাৰ প্ৰভাৱ পৰা বুলি ধৰিব নোৱাৰি। প্ৰত্ন ভাৰত-ইউৰোপীয় ভাষাৰ পৰাই অহা বুলি ভাবিবৰ থল আছে। বৈদিক ভাষাত **ষ** -ৰ উচ্চাৰণ পশ্চ-তালব্য **X** আছিল বুলি পণ্ডিতসকলে কয়। আনহাতে, উত্তৰ-পূব প্ৰান্তৰৰ প্ৰাচীন থলুৱা ভাষাবোৰত **X** ধ্বনি থকাৰ কথা জনা নাযায়।

**ৰূপতত্ত্বৰ ক্ষেত্ৰতো** আৰ্যেতৰ ভাষাবোৰৰ যথেষ্ট প্ৰভাৱ নপৰাকৈ থকা নাই। আৰ্যেতৰ ভাষাৰ প্ৰভাৱতে সংস্কৃতৰ দৰে ৰূপাত্মক (inflected) ভাষাৰ পৰা ওলোৱা অসমীয়া ভাষা বহু পৰিমাণে বিশ্লেষণাত্মক (analytical) হৈ পৰিল। অথচ, হিন্দী, মাৰাঠী, গুজৰাটী আদি আনকি উৰিয়া আৰু বাংলা ভাষায়ো কম-বেছি পৰিমাণে ৰূপাত্মক চৰিত্ৰ ৰক্ষা কৰি

থাকিল।

উদাহৰণস্বৰূপে, সংস্কৃতৰ ব্যাকৰণগত বিষয়বোৰ— যেনে, বিশেষ্য আৰু কৃদন্ত ৰূপবোৰৰ লগত বিশেষণৰ বচন আৰু লিংগৰ ঐক্য নোহোৱা হ'ল; ধাতুৰ ৰূপত কৰ্তাৰ লগত ক্ৰিয়াৰ বচনৰ সংগতি হেৰাল; নিৰ্দিষ্টতাবাচক উপশব্দৰ বহুল প্ৰয়োগ প্ৰৱৰ্তিত হ'ল। সম্বন্ধবাচক বিশেষ্যৰ ৰূপৰ (inflection) আমূল পৰিৱৰ্তন ঘটিল ঃ এনে বিশেষ্য শব্দত অভূতপূৰ্ব দুতৰপীয়া বিভক্তিৰ প্ৰয়োগ প্ৰৱৰ্তিত হ'ল। অৰ্থাৎ, সম্বন্ধ বুজোৱা বিশেষ্য শব্দবোৰত প্ৰথমতে চাৰিটা পুৰুষৰ (উত্তম পুৰুষ, মধ্যম মান্য, মধ্যম তুচ্ছ আৰু নাম (তৃতীয়) পুৰুষ) একোটাকৈ বিভক্তি লগাৰ পিছতহে কাৰকৰ বিভক্তি যোগ হোৱাৰ নিয়ম হ'ল। তদুপৰি, সম্বন্ধৰ মান্যতা, জ্যেষ্ঠতা বা কনিষ্ঠতা বুজাবলৈ একেটা সম্বন্ধতে বেলেগ বেলেগ শব্দৰ প্ৰয়োগ হ'বলৈ ধৰিলে।

নব্য স্তৰৰ আৰ্য-ভাষাবোৰৰ ভিতৰত অসমীয়া ভাষাই মূল আৰ্য গঠনৰ পৰা সবাতোকৈ বেছি আঁতৰি আহিছে। কেৱল থলুৱা ভাষা-উপভাষা আৰু দোৱানৰ অবিৰত প্ৰভাৱৰ কাৰণেই অসমীয়া ভাষাই সহোদৰা নব্য ভাষাবোৰৰ মাজত এখন সুকীয়া আসন লাভ কৰিবলৈ সক্ষম হৈছে। পৰ্বত-ভৈয়ামৰ জাতি-উপজাতিৰ লোকৰ বহুতৰে মাতৃভাষাই হেৰাল; কিন্তু ধাত্ৰী-ভাষা অসমীয়াত তেজ-মঙহৰ চিন ৰৈ গ'ল। আৰ্যেতৰ ভাষাৰ তেজ-মঙহৰ বৈচিত্ৰ্যই অতি প্ৰাচীন কালতে অসমীয়া ভাষাক মধ্য ভাৰতীয় সহোদৰা ভাষাবোৰৰ পৰা স্বকীয় ৰূপ প্ৰদান কৰিছিল।

**প্ৰাচীনতম নিদৰ্শন ঃ**

দশম-একাদশ শতিকামানত অপভ্ৰংশ স্তৰ পাৰ হৈ নব্যস্তৰৰ ভাষাবোৰ ওলাইছে। উত্তৰ-পূব ভাৰতৰ ভাষাবোৰৰ প্ৰাচীনতম নিদৰ্শন বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ চৰ্যাগীতবোৰত পোৱা যায়। চৰ্যাবোৰ অষ্টম-নৱম শতিকাৰ পৰা একাদশ-দ্বাদশ শতিকাৰ ভিতৰত ৰচিত হৈছিল। চৰ্যাবোৰৰ ৰচয়িতা সিদ্ধাচাৰ্যসকলৰ কেইবাজনো প্ৰাচীন কামৰূপৰ লোক আছিল বুলি চীনা-তিব্বতীতত্ত্বৰ পণ্ডিতসকলে ভাবে। অপভ্ৰংশ স্তৰৰ ভাষাত ৰচিত চৰ্যাত অসমীয়া ভাষাৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্য স্পষ্টৰূপে প্ৰকাশ পাইছে। চৰ্যাত ব্যৱহৃত কিছুমান জতুৱা ঠাঁচৰ প্ৰয়োগ আধুনিক অসমীয়ালৈকে চলি আহিছে। ভাষাৰ বৈশিষ্ট্যৰ উপৰি চৰ্যাবোৰৰ গঠন আৰু ৰচনাশৈলীয়ে পুৰণি অসমীয়া সাহিত্যৰ বড়গীতৰ (বৰগীতৰ) পূৰ্বাভাস দাঙি ধৰিছে। চৰ্যাগীতবোৰৰ ভাষাত অসমীয়াৰ উপৰি বাংলা, উৰিয়া আৰু হিন্দী আদি ভাষাৰ পূৰ্বৰূপৰ নিদৰ্শনো পোৱা যায়। সেয়েহে ইয়াক একমাত্ৰ অসমীয়া ভাষাৰে সম্পদ বুলি দাবী কৰিব নোৱাৰি।

প্ৰাচীন কামতা ৰাজ্যৰ ৰজাৰ পৃষ্ঠপোষকতাত ত্ৰয়োদশ শতিকাৰ শেষ ভাগত হেম সৰস্বতীৰ দ্বাৰা বিৰচিত প্ৰহ্লাদ চৰিত পুথিকে নিসন্দেহে অসমীয়া ভাষাৰ প্ৰাচীনতম পুথি





বুলি গ্ৰহণ কৰিব পাৰি। প্ৰহ্লাদ চৰিতৰ ভাষা অতি কোমল; যেন অপভ্ৰংশ -মাতৃ গৰ্ভৰ পৰা জন্ম লাভ কৰা বৰ বেছিদিন হোৱা নাই, তেনে যেন ধাৰণা জন্মে। প্ৰহ্লাদ চৰিতৰ পিছৰে পৰা মাধৱ কন্দলী, ৰুদ্ৰ কন্দলী, কবিৰত্ন সৰস্বতী আদি কবি-সাহিত্যিকসকলৰ লেখাৰ জৰিয়তে অসমীয়া সাহিত্য নিছিগা ধাৰে প্ৰৱাহিত হৈ আহিছে আৰু এই সাহিত্যৰাজিৰ মাজেদি অসমীয়া ভাষাই ঠন ধৰি বৰ্তমানৰ সুস্থ-সবল ৰূপ লাভ কৰিছে।

**অসমীয়া ভাষাৰ যুগ বিভাগ ঃ**

ড° বাণীকান্ত কাকতিয়ে অসমীয়া ভাষাৰ বিকাশ তিনিটা প্ৰধান ভাগত ভগাই আলোচনা কৰিছে। তেওঁৰ মতে, আৰম্ভণিৰে পৰা, অৰ্থাৎ ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ পৰা ষোড়শ শতিকালৈকে এই কালছোৱা আদি যুগৰ অন্তৰ্গত। এই আদি যুগটোক প্ৰাক-বৈষ্ণৱ যুগ আৰু বৈষ্ণৱ যুগ —এই দুটা উপ-ভাগত বিভক্ত কৰা হৈছে।

সপ্তদশ শতিকাৰ আৰম্ভণিৰে পৰা ঊনবিংশ শতিকাৰ আগভাগলৈকে, অৰ্থাৎ অসমখন বৃটিছৰ অধীনলৈ অহাৰ সময়লৈকে এই কালছোৱাক অসমীয়া ভাষাৰ মধ্যযুগ বুলি ধৰা হৈছে আৰু ঊনবিংশ শতিকাৰ আগভাগৰে পৰা বৰ্তমান সময়লৈকে আধুনিক যুগ বুলি কোৱা হৈছে।

যুগ বিভাগ অনুসৰি ভাষাৰ বৈশিষ্ট্য বিচাৰ কৰিলে দেখা যায়, আদি যুগৰ কবিসকলৰ ভাষাত যেন দুটা সুঁতি প্ৰৱাহিত হৈছিল, তেনে লাগে। হেম সৰস্বতী প্ৰমুখ্যে এচাম কবিৰ ৰচনাত সৰ্ব-সাধাৰণৰ মুখৰ সহজ-সৰল, স্বাভাৱিক আৰু কোমল ঘৰুৱা কথিত ভাষা প্ৰকাশ পাইছিল। অথচ, সেই একে যুগৰে মাধৱ কন্দলী বা হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলী আদিৰ ৰচনাৱলীত প্ৰকৃতাৰ্থত সাহিত্যৰ মান্য ভাষা শৈলী পূৰ্ণ বিকশিত পূৰঠ ৰূপত দেখা দিছিল; ঘৰুৱা তদ্ভৱ শব্দ-সম্ভাৰৰ লগত সংস্কৃত তৎসম শব্দৰ অপূৰ্ব সমাৱেশ ঘটিছিল। অপ্ৰমাদী কবি মাধৱ কন্দলীৰ হাতত অসমীয়া শব্দ-সম্ভাৰে এক অতি শক্তিশালী, সাৱলীল, বৈচিত্ৰ্যপূৰ্ণ আৰু সুসমৃদ্ধ ভাষাৰ সৃষ্টিত সহায় কৰিছিল। ভাষাৰ এই সৌষ্ঠৱে মহাকবি মাধৱ কন্দলীক এগৰাকী সৰ্বশ্ৰেষ্ঠ শব্দৰ যাদুকৰ ৰূপে চিৰকাল জিলিকাই ৰাখিছে।

এই যুগৰ অবৈষ্ণৱ গীতি কবিসকলৰ ৰচনাৱলীত হেম সৰস্বতীৰ দৰে কথিত স্বাভাৱিক সহজ-সৰল ভাষাৰ প্ৰৱাহটোৱেই চলি আহিছিল। আনহাতে, বৈষ্ণৱ কবিসকলৰ, শংকৰদেৱ-মাধৱদেৱ আদি ধৰ্মগুৰুসকলৰ বড়গীতত মাৰ্জিত আৰু গুৰু গম্ভীৰ, সম্ভ্ৰান্ত ব্ৰজাৱলী ৰূপৰ সমাৱেশ বিশেষভাৱে মন কৰিবলগীয়া বিষয়। এইসকলৰ অংকীয়া নাটতো ব্ৰজাৱলী ভাষাৰ প্ৰয়োগ পোৱা যায়। ছন্দময় লালিত্যপূৰ্ণ গদ্যৰ পোন প্ৰথম আৱিৰ্ভাৱ আদি যুগৰ ভাষাৰ এটা উল্লেখনীয় বৈশিষ্ট্য।

অসমীয়া গদ্য শৈলীৰ পূৰ্ণ বিকাশ মধ্যযুগৰ ভাষাৰ প্ৰধান বৈশিষ্ট্য। এই কালছোৱাতে

কথাগুৰু চৰিতৰ কথিত ভাষাৰ ভিত্তিত সহজ-সৰল ভকতীয়া গদ্য, কথাগীতা, কথা ভাগৱতত বিকশিত অতি সংযত আৰু গাম্ভীৰ্যপূৰ্ণ ভট্টদেৱী গদ্য, মন্ত্ৰ আৰু নিদানবোৰত ব্যৱহৃত পুৰাতন (archaic) যেন লগা গদ্য, আৰু বুৰঞ্জীবোৰত প্ৰয়োগ হোৱা গাম্ভীৰ্যপূৰ্ণ আধুনিক অৰ্থত মান্য (standard) সাহিত্যিক গদ্যৰ সৃষ্টি হয়। মধ্য যুগতে এনেদৰে বিবিধ গদ্যৰ প্ৰয়োগ নব্য ভাৰতীয় কোনো ভাষাত পোৱা নাযায়।

**অসমীয়া ভাষাৰ দুৰ্যোগ ঃ**

ঊনবিংশ শতিকাত আধুনিক অসমীয়া স্তৰৰ আৰম্ভণিতে ব্ৰিটিছসকলৰ প্ৰৱেশৰ লগে লগে অসমীয়া ভাষা এটা অভাৱনীয় দুৰ্যোগৰ সন্মুখীন হয়। অসমীয়া ভাষাৰ লগত নতুন প্ৰশাসক বৃটিছসকলৰ পূৰ্বৰ কোনো পৰিচয় নাছিল; বাংলা ভাষাৰ লগতহে তেওঁলোকৰ ইতিমধ্যে পৰিচয় ঘটিছিল। ইয়াণ্ডাবু সন্ধিৰ পিছত অসম সোমাই তেওঁলোকে অসমীয়া ভাষাক বাংলাৰ চহা ৰূপ বা উপভাষা বুলি ধৰি ল'লে, আৰু ১৮৩৬ চনত অসমৰ পঢ়াশালি আৰু আদালতত বাংলা ভাষাৰ প্ৰৱৰ্তন কৰিলে। বিদেশী শাসকৰ এনে সিদ্ধান্তত সেই সময়ৰ অসমৰ সুধীসমাজ আৰু বিশেষতঃ আমেৰিকান বেপ্টিষ্ট মিছনাৰীসকলে সুদীৰ্ঘকাল ঘোৰ বিৰোধিতা কৰিলে। অৱশেষত বিদেশী প্ৰশাসকসকলৰ সুমতি ঘটিল, আৰু ৩৬ বছৰৰ পিছত ১৮৭২ চনত অসমৰ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাৰ পুনৰ প্ৰৱৰ্তন হ'ল।

অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ এই সুদীৰ্ঘ আন্দোলনৰ কালছোৱাত অসমীয়া ভাষাৰ সমৃদ্ধি দেখুৱাবলৈ মিছনাৰীসকলে অসংখ্য খৃষ্টান ধৰ্মীয় সাহিত্য ৰচনা কৰি ছপাই উলিয়াইছিল। তেওঁলোকে উজনি অসমত সদৰ কাৰ্যালয় পাতি পোনপ্ৰথম ছপাখানা স্থাপন কৰে আৰু ধৰ্মীয় পুথি-পাঁজি, অসমীয়া বিদ্যালয়ৰ কাৰণে পাঠ্যপুথি, ব্যাকৰণ, অভিধান আদি প্ৰণয়ন কৰি প্ৰকাশ কৰে। তেওঁলোকেই প্ৰথম অসমীয়া আলোচনী অৰুণোদয় আৰু অসমীয়া-ইংৰাজী অভিধান প্ৰকাশ কৰি উলিয়ায়। মিছনাৰীসকলে উজনি অসমত তেওঁলোকৰ সদৰ কাৰ্যালয়ৰ ওচৰ কাযৰীয়া অঞ্চলৰ লোকৰ মুখত অসমীয়া ভাষাটো যি ভাগে শুনিছিল, সেই ভাগেই সহজ-সৰল আৰু আখৰ জোঁটনিৰে লিখিত গঢ় দিছিল। কথিত ভাষাই তেওঁলোকৰ একমাত্ৰ ভিত্তি হোৱা হেতু নিভাঁজ তদ্ভৱ শব্দ আৰু ঘৰুৱা জতুৱা ঠাঁচৰ প্ৰচুৰ প্ৰয়োগ হৈছিল। এনেবোৰ শব্দৰ লগত ৰজিতা খোৱা, তদ্ভৱ শব্দৰ ঠাঁচৰ লগত মিলা সংস্কৃত তৎসম শব্দহে পৰাপক্ষত ব্যৱহাৰ কৰিছিল, আৰু সেই শব্দবোৰো তেওঁলোকৰ সৰলীভূত আখৰ-জোঁটনিৰে লিখিছিল। বিদেশী শব্দ পোনেই আমদানি নকৰি পাৰ্যমানে ঘৰুৱা শব্দৰে সেইবোৰ অনুবাদ কৰি নাইবা নতুনকৈ শব্দ জোৰাই লিখিছিল।

মিছনাৰীসকলৰ দ্বাৰা প্ৰতিষ্ঠাপিত ভাষাটো আছিল আধুনিক যুগৰ পোনপটীয়া কথিত





অসমীয়া ভাষাৰ প্ৰথম সুঁতি। এই সুঁতি প্ৰৱাহিত হৈছিল খৃষ্টিয়ান ধৰ্মীয় সাহিত্যৰ জৰিয়তে। এই সুঁতিৰ ভাষা যেন তেনেই সুকোমল, নিশকতীয়া, থুনুক-থানাক মাত, তেনে লাগে। মধ্যযুগৰ গদ্যৰ তদ্ভৱ আৰু তৎসম শব্দ-সম্ভাৰৰ সমাহৰণৰ ফলত যি পুৰঠ শক্তিশালী ঠাঁচৰ প্ৰচলন হৈছিল, সেই ঠাঁচৰ ইয়াত সমূলি অভাৱ দেখা গ'ল। সেই কালৰ অসমীয়া লিখকসকলৰ, বিশেষতঃ আনন্দৰাম ঢেকিয়াল ফুকন আৰু তেওঁৰ দুহিতৃ পদ্মাৱতী দেৱী ফুকননী আদিৰ দৰে কোনো কোনোৱে মিছনাৰীৰ আখৰ-জোঁটনিৰে মিছনাৰীৰ ভাষাকে গ্ৰহণ কৰি আধুনিক সাহিত্য সৃষ্টিত প্ৰবৃত্ত হ'ল।

আধুনিক যুগৰ দ্বিতীয় গুৰুত্বপূৰ্ণ সুঁতিটোৰ প্ৰতিষ্ঠাপক অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা। মিছনাৰীসকলৰ বল বীৰ্যবিহীন আলফুল অসমীয়া ভাষা হেমচন্দ্ৰ বৰুৱাৰ সমূলি মনঃপুত হোৱা নাছিল। তেওঁ আছিল এগৰাকী দূৰদৃষ্টিসম্পন্ন ব্যক্তি। অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱোজ্জ্বল প্ৰাচীন ঐতিহ্যৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল অতি গভীৰ। আনহাতে, বৃটিছৰ আগমনৰ লগে লগে দেশলৈ পাশ্চাত্য সাহিত্য-সভ্যতা তথা আধুনিক ভাবাদৰ্শৰ যি জোৱাৰ প্ৰৱাহিত হৈছিল, সেই অখণ্ডনীয় আৰু সুদূৰপ্ৰসাৰী প্ৰভাৱৰ অভিনৱত্বক আঁকোৱালি লৈহে যে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক পুনৰুদ্ধাৰ কৰিব পৰা যায়, নতুন অসমৰ পুনৰ নিৰ্মাণ সম্ভৱ হ'ব, সেই সত্য তেওঁ ভালদৰে উপলব্ধি কৰিলে। তেওঁৰ আৰু উপলব্ধি হ'ল, বৈচিত্ৰ্যপূৰ্ণ পাশ্চাত্য প্ৰভাৱৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ মিছনাৰীৰ দ্বাৰা উজ্জীৱিত নিশকতীয়া সুকোমল কথাশৈলী তথা বাক্যৰীতি সমূলি সমৰ্থ হ'ব নোৱাৰে। নতুন আৰু পুৰণিৰ এই সংঘাতৰ সন্ধিক্ষণত সুসমৃদ্ধ নিজ ঐতিহ্যৰ প্ৰতি হেমচন্দ্ৰ বৰুৱা আকৰ্ষিত হ'ল। শংকৰোত্তৰ যুগত ভট্টদেৱ ধ্ৰুপদী কথাশৈলী, বুৰঞ্জী সাহিত্যত বিকশিত অতি ওখ মানবিশিষ্ট সুস্থ-পৰিপুষ্ট গদ্যশৈলীয়ে তেওঁক নিশ্চিত প্ৰত্যয় আৰু প্ৰত্যাশা যোগালে। তেওঁ অসমীয়া ব্যাকৰণ আৰু অভিধান নতুনকৈ প্ৰণয়ন কৰিলে। হেমচন্দ্ৰ বৰুৱাৰ প্ৰচেষ্টাতে মিছনাৰীৰ আখৰ জোঁটনিয়ে বিদায় ল'লে, সংশোধিত ৰূপত সংস্কৃতীয় জোঁটনিৰ পুনৰ প্ৰৱেশ ঘটিল। এই নতুন পদ্ধতি অসমৰ সুধীসমাজে বিনা প্ৰতিবাদে গ্ৰহণ কৰিলে। মিছনাৰীসকলেও অৱশেষত হেমচন্দ্ৰ বৰুৱাৰ পদ্ধতিকে মানি ল'বলৈ বাধ্য হ'ল। নাথান ব্ৰাউন চাহাবৰ ব্যাকৰণৰ আখৰ জোঁটনিও পিছৰ সংস্কৰণবোৰত সংশোধন কৰা হ'ল। এনেদৰেই ঊনবিংশ শতিকাৰ তৃতীয়-চতুৰ্থ ভাগত পুনৰ প্ৰতিষ্ঠিত অসমীয়া কথাশৈলীয়েই কুৰি শতিকাৰ শেষলৈকে চলি আহিছে।

অতি আধুনিক কালৰ ভাষাত ইংৰাজী ভাষাৰ শব্দাৱলীৰ অবাধ আগমনৰ উপৰি বাক্যৰ গাঁথনিতো যথেষ্ট প্ৰভাৱ পৰিবলৈ ধৰিছে। উচ্চাৰণ আৰু শব্দৰ গাঁথনিত বাংলা আৰু হিন্দী ভাষাৰ প্ৰভাৱ পৰিবলৈ লৈছে। দৈনিক সংবাদ পত্ৰ আৰু আলোচনী আদিৰ সংখ্যা বৃদ্ধিৰ লগে লগে পঢ়ুৱৈ সমাজ আৰু লেখক-লেখিকাৰ সংখ্যাও যথেষ্ট পৰিমাণে

বাঢ়ি গৈছে; জ্ঞান-বিজ্ঞানৰ ওখ আলোচনা হ'বলৈ ধৰিছে। ফলস্বৰূপে বৰ্তমান অসমীয়া শব্দ-ভাণ্ডাৰৰ শ্ৰীবৃদ্ধি হৈছে, আৰু এইবোৰে ভাষাটোৰ প্ৰকাশিকা শক্তি, সাৱলীলতা আৰু নমনীয়তা বৃদ্ধিত অৰিহণা যোগাইছে।

**অসমীয়া ভাষাৰ গাঁথনিক ৰূপৰেখা ঃ**

**বৰ্ণতাত্ত্বিক গঠন ঃ** অসমীয়া ভাষাত ব্যঞ্জনবৰ্ণ ২৩ টা, স্বৰবৰ্ণ ৮ টা আৰু উপাহিত (suprasegmental) বৰ্ণ এটা (অনুনাসিকতা, অৰ্থাৎ চন্দ্ৰ বিন্দু)। মুঠতে একুৰি বাৰটা। এইবোৰৰ উপৰি শাব্দিক শ্বাসাঘাত (word stress) আৰু মুক্ত সন্ধি আদি কেইবাটাও লয় বৰ্ণ আছে।

ব্যঞ্জন বৰ্ণবোৰক দুটা ভাগত ভগাব পাৰি ঃ এটা নিয়ত (stops) আৰু আনটো অনিয়ত (Continuants)। নিয়ত বৰ্ণবোৰৰ উচ্চাৰণৰ স্থান মাথোন তিনিটা ঃ ওঁঠ (ইয়াত উচ্চাৰিত বৰ্ণবোৰ ঔষ্ঠ্য), দন্তমূল (বৰ্ণবোৰ দন্তমূলীয়) আৰু পাছ তালু বা কোমল তালু (বৰ্ণবোৰ পশ্চ-তালব্য)। এই বৰ্ণবোৰ সঘোষ-অঘোষ, আৰু অল্পপ্ৰাণ-মহাপ্ৰাণ এই চাৰিটা প্ৰকাৰে পোৱা যায়।

স্বৰবৰ্ণবোৰক জিভাৰ স্থানানুযায়ী জিহ্বা প্ৰান্তত প্ৰান্তীয়, জিহ্বা কেন্দ্ৰত কেন্দ্ৰীয় আৰু জিহ্বা মূলত মূলীয় ৰূপে পোৱা যায়। জিভাৰ উচ্চতা অনুসৰি প্ৰান্তীয় আৰু মূলীয় বৰ্ণ কেইটাক চাৰিটা স্থানত, যথা, উচ্চ (high), মধ্যসম (higher-mid), মধ্যাভাস (lower-mid), আৰু নিম্ন (low) ৰূপে পোৱা যায়।

**ব্যঞ্জন বৰ্ণমালা ঃ**

উচ্চাৰণৰ স্থান আৰু ধৰণ অনুযায়ী অসমীয়া ব্যঞ্জনবৰ্ণবোৰ ফলিত দাঙি ধৰা হৈছে ঃ (অ° = অঘোষ, স° = সঘোষ)।

| উচ্চাৰণৰ স্থান | | ঔষ্ঠ্য | দন্তমূল | তালব্য | পশ্চ-তালব্য | কণ্ঠ্য |
|---|---|---|---|---|---|---|
| উচ্চাৰণ ধৰণ | | অ° স° | অ° স° | স° | অ° স° | স° |
| নিয়ত | অল্পপ্ৰাণ | প ব | ত দ | | ক গ | |
| | মহাপ্ৰাণ | ফ ভ | থ ধ | | খ ঘ | |
| | ঘৃষ্ট | | স য | | য | হ |
| | নাসিক্য | ম | ন | | ঙ | |
| অনিয়ত | পাৰ্শ্বিক | | ল | | | |
| | কম্পিত | | ৰ | | | |
| | অন্তঃস্থ | ৱ | | য় | | |





**স্বৰবৰ্ণমালা ঃ**

| | প্ৰান্তীয় | কেন্দ্ৰীয় | মূলীয় |
|---|---|---|---|
| উচ্চ | ই | | উ |
| মধ্যসম | এ' | | ও |
| মধ্যাভাস | এ | | অ' |
| নিম্ন | | আ | |

**আখৰ আৰু বৰ্ণৰ সমন্বয় ঃ**

অসমীয়া স্বৰ আৰু ব্যঞ্জনবৰ্ণৰ ফলাত মুঠ ৩২টা বৰ্ণ, কিন্তু এই বৰ্ণকেইটাক লিখিত ৰূপত প্ৰকাশ কৰিবলৈ ৪০ টা আখৰ ব্যৱহাৰ কৰা হয়। অৰ্থাৎ, বৰ্ণতকৈ আখৰ সংখ্যাত বহুতো বেছি। তলত বৰ্ণবোৰৰ পিছতে বন্ধনীৰ ভিতৰত আখৰবোৰ দেখুওৱা হ'ল ঃ

প-বৰ্গ ঃ **প** (প), **ফ** (ফ), **ব** (ব, ৱ), **ভ**(ভ), **ম**;
ত-বৰ্গ ঃ **ত** (ট, ত, ৎ), **থ** (ঠ,থ), **দ** (ড, দ), **ধ** (ঢ,ধ), **ন** (ণ, ন);
ক-বৰ্গ ঃ **ক** (ক), **খ** (খ, ক্ষ), **গ** (গ), **ঘ** (ঘ), **ঙ** (ঙ, ং);
ঘৃষ্ট বৰ্গ { **স** (= S ঃ চ, ছ, শ, স), **য** (= Z ঃ জ, য, ঝ);
**ষ** (= X ঃ শ, ষ, স), **হ** (হ, ঃ);
**ৰ** (ৰ, ড়, ঋ, ; ,_, **ল** (ল) ;
**য়** (য়, ই, এও), **ৱ** (ৱ, ও, উ)।

স্বৰবৰ্ণমালাৰ ক্ষেত্ৰতো আখৰৰ তাৰতম্য ঘটে। যেনে,
**ই** (ই, ঈ) ; **উ** (উ, ঊ, ও); **অ'** (অ, অ');
**এ'** আৰু **এ** - দুয়োটাৰে আখৰ এ;
**ও** (ও, উ); **অ** (অ); **আ** (আ)।

ওপৰৰ তালিকাৰ পৰা স্পষ্টকৈ দেখা যায়, আখৰ আৰু বৰ্ণৰ মাজত সমন্বয়হীনতা অসমীয়া ভাষাত আখৰ-জোঁটনিৰ ঘাই লক্ষণ। ব্যঞ্জন বৰ্ণৰ **প, ফ, ভ, ম, ক, গ, ঘ, ল** আৰু স্বৰবৰ্ণৰ **আ** -কেৱল বৰ্ণৰ জোঁটনিতহে খেলিমেলিৰ সৃষ্টি নোহোৱাকৈ থাকে।

**বৰ্ণমালাৰ প্ৰয়োগ ঃ ব্যঞ্জনবৰ্ণ ঃ**

সকলো ব্যঞ্জনৰে শব্দৰ স্বৰ মধ্যৱৰ্তী অৱস্থানত আৰু পদান্তত প্ৰয়োগ হয়। **ঙ য় ৱ** ভিন্ন বাকীবোৰ ব্যঞ্জন শব্দৰ আৰম্ভণিতো পোৱা হয়। এই ব্যঞ্জন তিনিটাৰ শব্দৰ আদিত প্ৰয়োগ নহয় কাৰণেই বৰ্ণমালাখন পঢ়োঁতে বা পঢ়াওঁতে **ঙ য় ৱ**-ক যথাক্ৰমে উঙঅ, ইয়অ আৰু ওৱঅ বুলি উচ্চাৰণ কৰা হয়। এইবোৰ বৰ্ণৰে আৰম্ভ হোৱা বিদেশী শব্দতো সেয়েহে একোটাকৈ স্বৰধ্বনি প্ৰথমে উচ্চাৰণ কৰা হয়। যেনে, Washington =

ওৱাশ্বিংটন, New York = নিউ ইয়র্ক, NKruma = এঙ্ক্রুমা (ঘানাৰ পূৰ্বৰ ৰাষ্ট্ৰপতি), ইত্যাদি।

**ফ থ খ ভ ধ ঘ** এই মহাপ্ৰাণ বৰ্ণকেইটাৰ প্ৰয়োগত বৈশিষ্ট্য আছে ঃ পদান্তত ইহঁতৰ প্ৰয়োগ বিৰল, যিবোৰ শব্দত পোৱা যায়, সেইবোৰতো ইহঁতৰ উচ্চাৰণ তেনেই শিথিল। **ফ** আৰু **ভ** পদান্তত উষ্ম **ফ** (= ɸ) আৰু **ভ** (=β) ৰূপে উচ্চাৰিত হয়। **থ** আৰু **খ** এনে অৱস্থানত স্পৃষ্ট (affricate) ৰূপে উচ্চাৰিত হোৱা শুনা যায়।

মহাপ্ৰাণ বৰ্ণৰ প্ৰয়োগত উজনিৰ সাধু ভাষা আৰু নামনিৰ ভাষাৰ পৰস্পৰ বিপৰীতধৰ্মী গুণ প্ৰকাশ পায়। সাধু ভাষাত তত্ত্বৰ শব্দত ওচৰা-উচৰিকৈ একাধিক মহাপ্ৰাণ বৰ্ণৰ প্ৰয়োগ পোৱা নাযায়। তৎসম শব্দত অৱশ্যে পোৱা যায়; আৰু তেনে শব্দতো যেনে, অভিধান, অভিভাষণ আদি শব্দ অবিধান, অবিভাষণ বুলি উচ্চাৰিত হোৱা শুনা যায়। শব্দত **স য ষ হ** এই উষ্মবৰ্ণ কেইটাৰ পিছৰ অক্ষৰত মহাপ্ৰাণ বৰ্ণৰ প্ৰয়োগ বৰ বিৰল নহ'লেও বহুল নহয়।

আনহাতে, নামনিৰ ভাষাত মহাপ্ৰাণবৰ্ণ লগালগিকৈ সহজে উচ্চাৰিত হয়। বৰং ওচৰা-উচৰিকৈ, মহাপ্ৰাণ বৰ্ণৰ প্ৰয়োগ হোৱাটো এটা সাধাৰণ নিয়ম বুলি ক'ব পাৰি। যেনে,

| উজনিৰ ভাষা | নামনিৰ ভাষা |
|---|---|
| ভোক্ | ভখ্ |
| ঠোঁট | থথ্ |
| ঘাগৰি | ঘাঘ্ৰি |
| হেঁতা | হাথা, ইত্যাদি। |

**ব্যঞ্জনৰ সাধাৰণ উপধ্বনি ঃ**

কেইটামান বিশেষ পৰিৱেশত ব্যঞ্জন বৰ্ণবোৰৰ একেধৰণৰ উপধ্বনি পোৱা যায়। যেনে, শব্দৰ মাজত সকলো সংযুক্ত ব্যঞ্জনৰ প্ৰথম বৰ্ণৰ উচ্চাৰণ ঈষৎ দীৰ্ঘ হয়। যেনে, ভক্ত, আত্মা, শব্দাৰ্থ, সপ্তম, উল্কা আদি শব্দত যথাক্ৰমে **ক, ত, ব, প** আৰু **ল**-ৰ উচ্চাৰণ ইহঁতৰ লগত যুক্ত হৈ থকা ব্যঞ্জনতকৈ ঈষৎ দীৰ্ঘ। ৰেফ্ যুক্ত হ'লে, ৰেফ্ প্ৰথম বৰ্ণ হ'লেও ইয়াৰ উচ্চাৰণ দীৰ্ঘ নহয়; ৰেফ্ লগা ব্যঞ্জনৰ উচ্চাৰণহে দীৰ্ঘ হয়।

**য**-কাৰ (-্য) যুক্ত অৰ্থাৎ সংযুক্ত ব্যঞ্জনৰ পৰৱৰ্তী ব্যঞ্জন -য হ'লে পদমধ্যৱৰ্তী সংযুক্ত পূৰ্ব ব্যঞ্জন সদায় অৰ্ধ দীৰ্ঘ হয়। যেনে, বাক্য, ভাগ্য, সত্য শব্দৰ **ক, গ, ত**- ৰ উচ্চাৰণ মাত্ৰা দীৰ্ঘ। অসমীয়া ভাষাত **ফ (ঘ) ঙ য় ৰ ৱ স** আৰু **হ** বৰ্ণৰ লগত য- কাৰ যুক্ত নহয়। এই প্ৰসংগত মনত ৰখা উচিত যে লিখিত হ্য বৰ্ণগতভাৱে হ+য়=হ্য় = hy নহয়।

পদমধ্যৱৰ্তী মহাপ্ৰাণ বৰ্ণত য-কাৰ (-্য) সংযুক্ত হ'লে মহাপ্ৰাণ বৰ্ণটোৰ আগত সেই





মহাপ্ৰাণ বৰ্ণটোৱে অল্পপ্ৰাণ ৰূপ এটাৰ আগম হয়। যেনে, বিখ্যাত শব্দত **খ**- ত য-কাৰ যুক্ত হৈছে। খ-ৰ অল্পপ্ৰাণ ৰূপ **ক**, এতেকে, খ্ৰ আগত **ক্** ধ্বনি এটাৰ আগম হৈ শব্দটোৰ উচ্চাৰণ হয় বিক্‌খ্যাত। সেইদৰে সাধ্য, সভ্য শব্দৰ উচ্চাৰণ হয় যথাক্ৰমে **সায়্‌দধ্য** আৰু **সয়্‌ব্‌ভ্য**।

দুটাতকৈ অধিক ব্যঞ্জন হ'লে এই নিয়ম নাখাটে। যেনে, সন্ধ্যা, বিন্ধ্যা, অলঙ্ঘ্যা শব্দত ন্ধ্য আৰু ঙ্ঘ্য-ত য-কাৰৰ লগত দুটা দুটা ব্যঞ্জন যুক্ত হৈছে। সেইকাৰণে ইহঁতৰ উচ্চাৰণত অল্পপ্ৰাণ ধ্বনিৰ আগম নহয়।

**ৰ** -সংযুক্ত ব্যঞ্জন। **ৰ**-বৰ্ণ অন্য ব্যঞ্জনৰ লগত ৰেফ্ (ˊ) অথবা ৰ-কাৰ (-্ৰ) ৰূপে সংযুক্ত হয়। ৰেফ্ লাগিলে সকলো বৰ্ণৰে উচ্চাৰণ বিকল্পে দীৰ্ঘ হয়। দন্তমূলীয়, স্পৰ্শবৰ্ণবোৰ ঈষৎ মূৰ্ধন্যও হয়। যেনে, সম্পৰ্ক, স্বৰ্গ, অৰ্পণ, পৰ্বত, কৰ্ম, দুৰ্লভ শব্দৰ **ক গ প ব ম** আৰু **ল**-ৰ উচ্চাৰণ বিকল্পে দীৰ্ঘ হয়।

আৰ্কৌ, চৰ্ত, অৰ্থ, পৰ্দা, বৰ্ধন, বৰ্ণনা শব্দৰ ৰ্ত ৰ্থ ৰ্দ ৰ্ধ ৰ্ন-ৰ উচ্চাৰণ বিকল্পে দীৰ্ঘ হোৱাৰ উপৰি ঈষৎ মূৰ্ধন্যও হয়।

ৰেফ্‌যুক্ত বৰ্ণ শব্দৰ আৰম্ভণিতে কেতিয়াও পোৱা নাযায়। পদান্ততো বিৰল।[৫]

ৰ-কাৰ (-্ৰ) সংযুক্ত হ'লেও ৰ-কাৰ লগা ব্যঞ্জন পদমধ্যৱৰ্তী হ'লে সদায় দীৰ্ঘ হৈ উচ্চাৰিত হয়। যেনে, আক্ৰমণ, বিগ্ৰহ, পত্ৰ, ভদ্ৰতা, বিনম্ৰ, অনৃত (নৃ =বৰ্ণগত ন্ৰ) শব্দৰ **ক গ ত দ ম ন**-ৰ উচ্চাৰণ বিকল্পে দীৰ্ঘ হয়।

**য় আৰু ৱ বৰ্ণ ঃ** অসমীয়া ভাষাত সৰ্বসাধাৰণৰ মুখত **য়** আৰু **ৱ** বৰ্ণৰ স্বীকৃতি নাই ঃ য়-ক **ই** আৰু **এ'** বৰ্ণৰ, আৰু **ৱ**-ক **উ** আৰু **ও** বৰ্ণৰ উপধ্বনি বুলি দেখুৱাব পাৰি। মাথোন সংস্কৃতজ্ঞ লোকৰ সজাগ সচেতন উচ্চাৰণতহে ইহঁতক বৰ্ণ বুলি স্বীকাৰ কৰা প্ৰয়োজন হয়।[৬]

**স্বৰবৰ্ণমালা ঃ**

অসমীয়া স্বৰবৰ্ণ মাত্ৰ আঠোটা ঃ যেনে, **ই এ' এ আ অ অ' ও উ**।

এই স্বৰবৰ্ণ আঠোটাৰ প্ৰয়োগ অতি বৈচিত্ৰ্যপূৰ্ণ। ইহঁতে তিনি প্ৰকাৰৰ বিৰোধৰ সৃষ্টি কৰা দেখা যায়।[৭]

**আঠোটা বৰ্ণৰ বিৰোধ ঃ** বদ্ধ অক্ষৰত, অথবা পৰৱৰ্তী অক্ষৰত **ই উ** নাথাকিলে মুক্ত অক্ষৰতো, আঠোটা স্বৰৰ পৰস্পৰ বিৰোধ ঘটে। মুক্ত অক্ষৰৰ পৰৱৰ্তী অক্ষৰত **ই উ** থাকিলেও ব্যৱধায়ক ব্যঞ্জন যদি **ম ন ঙ** অথবা সংযুক্ত ব্যঞ্জন হয়, তেতিয়াও সকলোকেইটা স্বৰৰ বিৰোধ দেখা যায়।

**ছয়টা বৰ্ণৰ বিৰোধ ঃ** মুক্ত অক্ষৰত কেতিয়াবা মাথোন ছটা বৰ্ণৰহে বিৰোধ ঘটে। তেতিয়া **ই এ' আ অ' ও উ** এই বৰ্ণকেইটা পোৱা যায়। পৰৱৰ্তী অক্ষৰত **ই**- স্বৰ আৰু

ব্যৱধায়ক ৰূপে **ম ন ঙ** ভিন্ন অন্য একাকী ব্যঞ্জনবৰ্ণ থাকিলে এনে বিৰোধ পোৱা যায়। মুক্ত অক্ষৰৰ অনুনাসিকতা যুক্ত স্বৰৰ ক্ষেত্ৰত, অৱশ্যে এই নিয়ম নাখাটে। ছটা স্বৰৰ বিৰোধত **এ** আৰু **অ**-স্বৰ লোপ হয়, অৰ্থাৎ ইহঁতৰ প্ৰয়োগ পোৱা নাযায়। **এ'-এ** আৰু **অ-অ'**-ৰ বিৰোধ নিৰাকৃত (neutralized) হয়।

**পাচোঁট বৰ্ণৰ বিৰোধ ঃ** আসন্ন পৰৱৰ্তী অক্ষৰত **উ** আৰু ব্যৱধায়ক যিকোনো একাকী ব্যঞ্জনবৰ্ণ থাকিলে মুক্ত অক্ষৰত মাথোন **ই এ' আ অ' উ** এই পাঁচোটা স্বৰৰ মাজতহে বিৰোধে দেখা দিয়ে। এনে পৰিৱেশত **এ'-এ, অ-অ'** আৰু **ও-উ**-ৰ মাজত বিৰোধ নিৰাকৃত হয়। **এ অ** আৰু **ও** যথাক্ৰমে **এ' অ'** আৰু **উ**-ৰ সৈতে মিলি যায়, অৰ্থাৎ, বৰ্ণ বিজ্ঞানৰ ভাষাত **এ অ ও**-ৰ প্ৰয়োগ নহয়।

বিৰোধ অনুসৰি স্বৰৰ তালিকা। তলত তিনি প্ৰকাৰৰ বিৰোধত পোৱা স্বৰৰ তালিকা দাঙি ধৰা হ'ল ঃ

(ক) **ই এ'এ আ অ অ' ও উ।**

(খ) **ই এ' × আ × অ' ও উ।**

(গ) **ই এ' × আ × অ' × উ।**

ওপৰৰ তালিকাৰ পৰা ধাৰণা হ'ব পাৰে যে অসমীয়া ভাষাৰ আঠোটা স্বৰৰ ভিতৰত (গ)- ভাগৰ **ই এ' আ অ' উ** বৰ্ণই প্ৰবলতম স্বৰ; **ও**-ৰ প্ৰবলতা এই স্বৰ কেইটাতকৈ হীন; আৰু , **এ অ** সবাতোকৈ দুৰ্বল স্বৰ। কিন্তু, স্বৰূপাৰ্থত **ই আ উ** এই তিনিটাহে প্ৰবলতম স্বৰ। **এ'** আৰু **অ'** ৰ প্ৰয়োগত আপাতদৃষ্টিত সীমাবদ্ধতা দেখা নাপালেও মুক্ত অক্ষৰৰ বিভিন্ন অৱস্থানত দুয়োৰো প্ৰয়োগ স্বাভাৱিকতে আনবোৰতকৈ তাকৰ। বদ্ধ অক্ষৰত ইহঁতৰ প্ৰয়োগ বহুল। এতেকে, প্ৰবলৰ পৰা দুৰ্বললৈ অসমীয়া স্বৰবৰ্ণৰ ক্ৰমিক স্থান এনে ধৰণৰ ঃ যথা,

(১) **ই আ উ**; (২) **এ' অ'**; (৩) **ও**; (৪) **এ অ**

**স্বৰবৰ্ণৰ সাধাৰণ উপ ধ্বনি ঃ** ব্যঞ্জন বৰ্ণবোৰৰ দৰে স্বৰবৰ্ণবোৰৰো কেইটামান বিশেষ পৰিৱেশত একে উপধ্বনি পোৱা যায়। যেনে,

নাসিক্য ব্যঞ্জনৰ গাতে লগা পিছৰ স্বৰবোৰ সদায় ইষৎ অনুনাসিকীভূত হয়।

পদৰ মাজত **য**-কাৰ (j) যুক্ত ব্যঞ্জন থাকিলে য-কাৰ লগা ব্যঞ্জনৰ আগৰ স্বৰটো **য়**-শ্ৰুতিযুক্ত হৈ দ্বিস্বৰত পৰিণত হয়। যেনে, বাক্য, সত্য, পুণ্য শব্দৰ উচ্চাৰণ **বায়্ক্ক্য, সয়্ত্ত্য, পুয়্ন্ন্য** হয়।

অঘোষ উষ্ম **স (= S )** আৰু **ষ (= X)** বৰ্ণৰ পিছত থকা স্বৰবোৰ অঘোষ হৈ আৰম্ভ হয়।

**স্বৰৰ মাত্ৰা ঃ** স্বৰবোৰৰ মাত্ৰা বৰ্ণগত (phonemic) নহয়। শব্দত স্বৰৰ অৱস্থানভেদে





মাত্ৰাৰ তাৰতম্য ঘটে।

একাক্ষৰী (monosyllabic) শব্দৰ মুক্ত স্বৰ সদায় দীৰ্ঘ হয়। শ্বাসাঘাত যুক্ত অক্ষৰৰ স্বৰ আপেক্ষিকভাৱে দীৰ্ঘ। দুটা বা তিনিটা অক্ষৰৰ শব্দৰ পদান্ত মুক্ত অক্ষৰৰ স্বৰৰ উচ্চাৰণো সাধাৰণতে দীৰ্ঘ হয়। ইয়াৰ পৰা বুজা যায় যে অসমীয়া ভাষাত লিখোঁতে হ্ৰস্ব বা দীৰ্ঘ স্বৰৰ প্ৰয়োগে উচ্চাৰণৰ হ্ৰস্বত্ব বা দীৰ্ঘত্ব নুবুজায়। উচ্চাৰণত হ্ৰস্ব স্বৰো দীৰ্ঘ আৰু দীৰ্ঘ স্বৰো হ্ৰস্ব হয়।

অসমীয়া আখৰমালাত (alphabet) দ্বিস্বৰ বুজোৱা আখৰ মাথোন ঐ আৰু ঔ -এই দুটাহে আছে যদিও উচ্চাৰণত বহুতো দ্বিস্বৰ শুনা যায়। এই দ্বিস্বৰবোৰ দুটা স্বৰৰ যোগত সৃষ্টি হয়। অসমীয়াত তিনিটা, চাৰিটা, আনকি পাঁচোটা স্বৰবৰ্ণৰো বৰ্ণগত (Phonemic) সংযুতি পোৱা যায়।

**অনুনাসিকতা** (চন্দ্ৰবিন্দু) ঃ অসমীয়াত অনুনাসিকতা অৰ্থাৎ চন্দ্ৰবিন্দু ( ঁ ) এটা বৰ্ণ। ই উপাহিত গুণ (suprasegmental feature), স্বৰৰ লগতে ইয়াৰ উচ্চাৰণ পোৱা যায়। সেইকাৰণে, চন্দ্ৰবিন্দু লগা স্বৰত চন্দ্ৰবিন্দু নিলিখিলে, নাইবা নলগা স্বৰতো লিখিলে শব্দৰ উচ্চাৰণৰ, আৰু কোনো কোনো শব্দত অৰ্থৰো ভুল হ'ব পাৰে। যেনে, কাহ - কাঁহ, বাও - বাঁও, পাচ - পাঁচ ইত্যাদি যোৰ শব্দবোৰৰ প্ৰত্যেকটোৱেই সুকীয়া সুকীয়া অৰ্থযুক্ত একোটাইত শব্দ।

**শ্বাসাঘাত ঃ** গুৰু আৰু লঘু -এই দুটা শাব্দিক শ্বাসাঘাত অসমীয়াত পোৱা যায়। ইহঁতৰ অভিন্ন পৰিৱেশত বিৰোধ ঘটা দেখা নাযায়; ইহঁতৰ মাজত স্থানৰহে বিৰোধ ঘটে বুলি ধৰিব লাগে। গুৰু শ্বাসাঘাতযুক্ত স্বৰৰ মাত্ৰা সদায় আপেক্ষিকভাৱে দীৰ্ঘ হয়।

**অক্ষৰৰ ৰূপ চানেকী ঃ**

অসমীয়াত কেৱল অক্ষৰাধাৰেৰে (vowel nucleus) একোটা অক্ষৰ হ'ব পাৰে। এটা, দুটা তিনিটা পৰ্যন্ত ব্যঞ্জন প্ৰাক্ষৰ (onset) আৰু এটা বা দুটা ব্যঞ্জন অক্ষৰান্ত (coda) হোৱাত বাধা নাই।

অক্ষৰৰ ৰূপ চানেকী তলত দিয়াৰ দৰে দেখুৱাব পাৰি (ব্য= ব্যঞ্জন) ঃ

(ব্য +) (ব্য +) (ব্য +) স্বৰ (+স্বৰ) (+ ব্য) (+ব্য )।

উক্ত চানেকীৰ পৰা সম্ভাব্য -

ব্য + ব্য + ব্য + স্বৰ+ স্বৰ (+ ব্য), আৰু

(ব্য +) ব্য + ব্য + স্বৰ (+স্বৰ) + ব্য + ব্য—

এই গাঁথনিৰ অক্ষৰ অসমীয়াত পোৱা নাযায়।

**ৰূপতাত্ত্বিক গঠন ঃ**

তলত অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ অতি প্ৰয়োজনীয় আৰু বৈশিষ্ট্যপূৰ্ণ বিষয় কেইটামান

মাথোন দাঙি ধৰা হৈছে।

পদ ঃ অসমীয়া ভাষাত পদ প্ৰধানত ঃ তিনিপ্ৰকাৰৰ ঃ

(১) নাম পদ (২) ক্ৰিয়াপদ আৰু (৩) অব্যয়।

নামপদক তিনিটা ভাগত ভগোৱা হয়। যেনে, বিশেষণ, সৰ্বনাম আৰু বিশেষ্য।

**বিশেষণ** পদবোৰ গুণবাচক বিশেষণ ৰূপে প্ৰয়োগ হ'লে কোনো ৰূপ (inflection) নহয়। যেনে, **ভাল মানুহৰ** গুণ গাব পাৰি। ইয়াত ভাল-ত কোনো বিভক্তি লগা নাই। কিন্তু, বিশেষ্যৰ দৰে প্ৰয়োগ হ'লে ইয়াত কাৰকৰ বিভক্তি যোগ হয়। যেনে, **ভালৰ** ভাল সৰ্বতি কাল। ইত্যাদি।

**সৰ্বনাম** বিলাকৰ পাঁচোটা কাৰকত ৰূপ হয়। যেনে, কৰ্তা, কৰ্ম, নিমিত্তাৰ্থক, সম্বন্ধবাচক আৰু অধিকৰণ। কৰণ আৰু অপাদান কাৰকসম্বন্ধবাচক পদৰ পিছত অনুপদ -এ আৰু -পৰা যোগ কৰিলে পোৱা যায়। কৰণ কাৰক বুজাবলৈ অৰ্থ বিশেষে -এ অনুপদৰ পিছতো -দ্বাৰা, -সৈতে আদি অনুপদ যোগ দিব লাগে।

**বিশেষ্য পদ** শব্দৰূপৰবৈশিষ্ট্য অনুসৰি তিনিটা উপ বিভাগত বিভক্ত, যেনে, সাধাৰণ সংজ্ঞাবাচক বিশেষ্য, বিশেষ; সংজ্ঞাবাচক বিশেষ্য আৰু সম্বন্ধবাচক বিশেষ্য।

**সম্বন্ধবাচক** বিশেষ্যবোৰৰ দুতৰপীয়া ৰূপ (inflection) পোৱা যায়। ইহঁতে পোনপ্ৰথমে পুৰুষবাচক বিভক্তি গ্ৰহণ কৰাৰ পিছতহে কাৰকবাচক বিভক্তি ল'ব পাৰে। সেয়ে, সম্বন্ধবাচক বিশেষ্যৰ ৰূপ অসমীয়া ভাষাৰ এটা অভিনৱ বৈশিষ্ট্য, আৰ্যসম্ভূত কোনো ভাষাত এনে ৰূপ পোৱা নাযায়।

**পুৰুষবাচক ৰূপ ঃ** পুৰুষবাচক বিভক্তি চাৰিটা। যেনে,

উত্তম পুৰুষ ঃ ইয়াৰ কোনো চাক্ষুস বিভক্তি নাই; ইয়াত শূন্য বিভক্তি লাগে বুলি ধৰিব পাৰি।

মধ্যম মান্য ঃ বিভক্তি - এৰা আৰু -ৰা,

মধ্যম তুচ্ছ ঃ বিভক্তি -এৰ্ আৰু -ৰ্,

নাম পুৰুষ ঃ বিভক্তি -এক্ আৰু -ক্।

বিভক্তিবোৰৰ -এৰা, -এৰ্ আৰু -এক্ যোগ হয় ব্যঞ্জনান্ত আৰু ই বা উ স্বৰান্ত শব্দৰ পিছত, -ৰা, -ৰ আৰু -ক্ যোগ হয় ই/উ ভিন্ন অন্য স্বৰান্ত শব্দত। এই বিভক্তিবোৰ যোগ হোৱাৰ পিছতহে সম্বন্ধবাচক শব্দত কাৰকৰ বিভক্তি যোগ হ'লে ইহঁত বাক্যত ব্যৱহাৰৰ উপযোগী পদ হ'ব পাৰে।

**কাৰক আৰু বিভক্তি ঃ** গঠনৰ ভিত্তিত অসমীয়া কাৰক পাঁচোটা ঃ কৰ্তা, কৰ্ম, নিমিত্তাৰ্থক, সম্বন্ধ আৰু অধিকৰণ। সম্প্ৰদান কাৰকৰ সুকীয়া বিভক্তি নাই, অসমীয়া ভাষাত কৰ্ম আৰু সম্প্ৰদান একে কাৰক।





সম্বন্ধবাচক বিভক্ত্যন্ত ৰূপৰ পিছত -এ অনুপদ হৈ কৰণ কাৰক[৮] আৰু -পৰা অনুপদ যোগ হৈ অপাদান কাৰক প্ৰকাশ কৰে। কৰণ কাৰক প্ৰকাশ কৰিবলৈ -দ্বাৰা আৰু -সৈতে অনুপদো যোগ হ'ব পাৰে। কৰণ কাৰক বুজাবলৈ -এ অনুপদ যোগ হ'লে সম্বন্ধবাচক বিভক্তিটো - অৰ্ ~ -এৰ্ হয়।

পাঁচটা কাৰক[৯] বুজাবলৈ ছয়টা বিভক্তিৰ প্ৰয়োগ হয়। যেনে,

| | বিভক্তি | ব্যঞ্জনৰ পিছত | স্বৰৰ পিছত | কাৰক |
|---|---|---|---|---|
| ১। | শূন্য | ɸ | ɸ | কৰ্তা আৰু কৰ্ম |
| ২। | -এ | -এ | -এ(=য়) | কৰ্তা |
| ৩। | -অক্ | -অক্ | -ক্ | কৰ্ম |
| ৪। | -অলৈ | -অলৈ | -লৈ | নিমিত্তাৰ্থক |
| ৫। | -অৰ্ | -অৰ্ | -ৰ্ | সম্বন্ধ |
| ৬। | -অত্ | -অত্ | -ত্ | অধিকৰণ |

**বচন ঃ** বচন দুটা ঃ এক বচন আৰু বহুবচন। অসমীয়া ভাষাত বচন ব্যাকৰণগত (Grammatical) নহয়। বিশেষ্য, (বিশেষণ) আৰু সৰ্বনাম পদত বচন পোৱা যায়। সৰ্বনাম পদবোৰ একবচনত আৰু বহুবচনত পোৱা যায়। বিশেষণত বচনৰ প্ৰত্যয় যোগ দিলে সেইবোৰ বিশেষণ হৈ নেথাকে, বিশেষ্য হৈ পৰে।

বচনৰ ক্ষেত্ৰত সাধাৰণ সংজ্ঞাবাচক বিশেষ্যবোৰ তিনিটা ৰূপত পোৱা যায়। যেনে, এক বচন ৰূপ, বহুবচনৰ ৰূপ আৰু বচন নিৰপেক্ষ ৰূপ। বিশেষ্য শব্দত বচনৰ কোনো প্ৰত্যয় লগ লাগি নাথাকিলেই এক বচনত আছে বুলি ক'ব নোৱাৰি। অসমীয়া ভাষাত একবচনবাচক ৰূপো আছে। সেইবোৰ, যথা, -টো, -খন, -ডাল, -জন, -জনা, -জনী, -গৰাকী ইত্যাদি। এইবোৰক **উপশব্দ** বোলা হয়। এই উপশব্দৰ যোগত বিশেষ্য আৰু নিৰ্দেশক সৰ্বনামে (demonstrative pronoun) একবচন বুজায়। সেইদৰেই -বোৰ, -বিলাক, -সকল, -হঁত, -মখা, -জাক আদি প্ৰত্যয়ৰ যোগত বহুবচন পোৱা যায়।

**লিংগ ঃ** অসমীয়া ভাষাৰ লিংগ স্বাভাৱিক (Natural)। বচনৰ দৰেই লিংগ সম্পূৰ্ণ ৰূপে ব্যাকৰণগত নহয়, আংশিকভাৱেহে ব্যাকৰণগত।

লিংগৰ বিষয়ত অসমীয়া ভাষাৰ কেইটামান বৈশিষ্ট্য আছে। যথা,

**(১) লিংগ নিৰপেক্ষতা ঃ** বচনৰ দৰে বিশেষ্যৰ লিংগ নিৰপেক্ষ ৰূপ পোৱা যায়। যেনে, মানুহ, গৰু, হাতী, বাঘ, হৰিণ ইত্যাদি শব্দ লিংগ নিৰপেক্ষ, এইবোৰ শব্দই পুলিংগ বুজায়, নে স্ত্ৰীলিংগ বুজায় ক'ব নোৱাৰি।

**(২) পুংলিংগৰ সাধন ঃ** অসমীয়া ভাষাত পুংলিংগ সাধনৰো এটা প্ৰত্যয় আছে ঃ কিছুমান বিশেষ্যত পুংলিংগ বুজাবলৈ -আ প্ৰত্যয় যোগ দিব লাগে। যেনে, বাঘ-বাঘা→

বঘা (মতা বাঘ), হৰিণ → হৰিণা (মতা হৰিণ); সেইদৰে, অজলা, দমৰা, বগা, মহা, পেহা আদিয়েও পুংলিংগ বুজায়।

(৩) কিছুমান বিশেষ্যৰ স্ত্ৰীলিংগবাচক শব্দৰ পৰাহে (পশ্চাদগঠন[১০] কৰি) পুংলিংগৰ সাধন কৰা হয়। যেনে,

মহা (মাহী → মাহ্ + আ = মাহা > মহা),

পেহা (পেহী → পেহ্ + আ > পেহা) ইত্যাদি।

অসমীয়া স্ত্ৰীপ্ৰত্যয়ৰ একাধিক ৰূপ পোৱা যায়। যেনে,

-ঈ, -নী, -অনী, -ইনী, -উনী, -অৰী, -এৰী, -উৰী।

এই ৰূপবোৰৰ -নী, -ইনী আৰু -উনীৰ প্ৰয়োগ বৰ্ণভিত্তিক (Phonologically conditioned); বাকী ৰূপবোৰৰ প্ৰয়োগ আংশিকভাৱে বৰ্ণভিত্তিক, আংশিকভাৱে প্ৰাকৃতিভিত্তিক (Morphologically conditioned)।

কিছুমান ৰূপে পত্নী বা ঘৈণী বুজায়। যেনে, বৰুৱানী (বৰুৱাৰ পত্নী), সেইদৰে, বৰানী, ফুকননী, শৰ্মানী।

কিছুমানে আগৰ দিনত পত্নী বুজাইছিল যদিও আজিকালি বৃত্তিধাৰী মহিলাক বুজাবলৈ লৈছে। যেনে, মাষ্টৰনী, উকীলনী, ডাক্তৰনী, কুমাৰনী, ধুবুনী ইত্যাদি।

কিছুমানে জাতি, গোষ্ঠী বা সম্প্ৰদায়ৰ মহিলাক বুজায়। যেনে, বামুননী, শূদিৰনী, মিকিৰনী, মিৰিয়নী, কুচুনী, ভকতনী ইত্যাদি।

**ধাতুৰ ৰূপ ঃ ক্ৰিয়া ঃ**

অসমীয়া ভাষাত ধাতুশব্দৰ[১১] (stem) লগত পুৰুষবাচক বিভক্তি যোগ হৈ ক্ৰিয়া পদ তৈয়াৰ হয়।

**ধাতুশব্দ ঃ** অসমীয়া ধাতুশব্দ (stem) পাঁচোটা। ধাতুত (verb root) কালবাচক -ইল, -ইব্ আৰু দশাবাচক -ইছ্ -প্ৰত্যয়ৰ যোগত এই ধাতু শব্দকেইটা তৈয়াৰ হয়। উদাহৰণস্বৰূপে, কৰ্ ধাতুৰ পৰা পোৱা ধাতুশব্দবোৰ এনে ধৰণৰ ঃ

(১) কৰ্ ঃ ইয়াত নিহিত -কৃৎপ্ৰত্যয়, অৰ্থাৎ শূন্য, লাগি আছে। এই ধাতু শব্দৰ পৰা নিত্য বৰ্তমান কালৰ আৰু অনুজ্ঞাৰ ক্ৰিয়া পদবোৰ পোৱা যায়। এই ধাতুশব্দৰ পৰাই অসমাপিকা ক্ৰিয়া আৰু কৰ্মবাচ্যৰ ক্ৰিয়াও পোৱা যায়।

(২) কৰিছ্ (= কৰ্ + ইছ্) ঃ -ইছ-প্ৰত্যয়ে চলি থকা, সম্পন্ন হোৱা আদি অৰ্থ প্ৰকাশ কৰে। কৰিছ- কাল নিৰপেক্ষ ৰূপ, সেইকাৰণে, ই বৰ্তমান আৰু অতীত (-ইল-প্ৰত্যয়ৰ যোগত) দুয়োটা কালতে প্ৰয়োগ হ'ব পাৰে।

(৩) কৰিল্ (= কৰ্ + ইল্) ঃ -ইল্- প্ৰত্যয়ে অতীত কাল বুজায়। সেইকাৰণে এই ধাতুশব্দৰ পৰা পোৱা ক্ৰিয়া পদবোৰ অতীত কালৰ।





(৪) কৰিছিল্ (=কৰ্ + ইছ্ + ইল্-) ঃ এই ধাতুশব্দৰ পৰা ঘটমান অতীত কালৰ ক্ৰিয়াপদ পোৱা যায়।

(৫) কৰিব্ (= কৰ্ + ইব্-) ঃ -ইব্- ভৱিষ্যৎ কালবাচক প্ৰত্যয়; ই ভৱিষ্যৎ কালৰ ক্ৰিয়াপদ তৈয়াৰ কৰে।

এই পাঁচোটা ধাতুশব্দৰ পৰা অসমীয়া ক্ৰিয়া পদবোৰ পোৱা যায়।

**ধাতুৰূপৰ বিভক্তি ঃ** ধাতুৰূপৰ বিভক্তিবোৰে পুৰুষ বুজায়। অসমীয়াত ধাতুৰূপৰ পুৰুষবাচক বিভক্তি চাৰিটা। যেনে,

উত্তম পুৰুষ ঃ -ওঁ (-ম্),

মধ্যম মান্য পুৰুষ ঃ -আ (-আঁ),

মধ্যম তুচ্ছ বা সামান্য পুৰুষ ঃ -অ (-φ, -ই),

নাম পুৰুষ ঃ -এ (-φ, -অক্, -ওক্)।

সকলোবোৰ সমাপিকা ক্ৰিয়াৰে এই চাৰিটা পুৰুষত ৰূপ হয়।

**অসমাপিকা** ক্ৰিয়াৰ পুৰুষত ৰূপ নহয়। অসমাপিকা ক্ৰিয়াপদ দুটা ঃ এটা চলমান বা ঘটমান অৰ্থবাচক, যেনে, কৰি, খুৱাই, পঢ়াই ইত্যাদি। কেইটামান ধাতুত -ই যুক্ত ৰূপৰ কৃদন্ত বিশেষণ ৰূপে প্ৰয়োগ পোৱা যায়। যেনে, মৰিকলং, মৰিগাঁও, মৰিসুঁতি, উঠিৰজা ইত্যাদি।

**কৰ্মবাচ্যৰ** ক্ৰিয়া পদৰো পুৰুষত ৰূপ নহয়। কেইটামান নিৰ্দিষ্ট ধাতুৰ মাথোন কৰ্মবাচ্যৰ ৰূপ পোৱা যায়। যেনে, দেখি (দেখা পোৱা যায়), শুনি (শুনা যায়), নুবুজি (বুজা নাযায়); ইত্যাদি।

**নঞৰ্থক ৰূপ ঃ** সকলো সমাপিকা ক্ৰিয়া, অসমাপিকা ক্ৰিয়া আৰু কৃদন্ত পদৰ নঞৰ্থক (negative) ৰূপ পোৱা যায়। -নে উপসৰ্গৰ[১২] যোগত এই নঞৰ্থক ৰূপবোৰ সাধিত হয়।

নে- (= ন্এ-) উপসৰ্গ যোগ হোৱা ধাতুটো স্বৰবৰ্ণৰে আৰম্ভ হ'লে উপসৰ্গৰ এ- স্বৰ লোপ হয়। যেনে, নে + ওলা = ন্ + ওলা > নোলা; নে + উলিয়া = ন্ + উলিয়া > নুলিয়া, ইত্যাদি।

ব্যঞ্জন বৰ্ণৰে আৰম্ভ হোৱা ধাতুৰ আগত নে যোগ হ'লে উপসৰ্গৰ এ- স্বৰটো ধাতুটোৰ প্ৰথম ব্যঞ্জনৰ লগত লাগি থকা স্বৰটোৰ সৈতে একে হৈ পৰে। যেনে, নে + কৰ্ > নকৰ্, নে + দি > নিদি, নে + ধো > নোধো, নে + শুকুৱা > নুশুকুৱা ইত্যাদি।

ধাতুটোৰ আদি ব্যঞ্জনত আ-স্বৰ যুক্ত হৈ থাকিলে নে- উপসৰ্গৰ এ-স্বৰটোৰ বিকল্পে পৰিৱৰ্তন নোহোৱাকৈও থাকে। যেনে, নে+ খা > নাখা, নেখা; নে + যা > নাযা, নেযা; নে + মাত > নামাত, নেমাত, ইত্যাদি।

**বাক্যৰীতি ঃ**

'অসমীয়া ভাষাৰ বাক্যৰীতিৰ (syntax) এটা চমু আভাস মাথোন তলত দাঙি ধৰা হৈছে।

বাক্যৰ লগত সুৰলহৰ (intonation) সদায় নিহিত হৈ থাকে। সুৰলহৰ বা বাক্যৰ লয়ৰ লগতো সেইদৰেই শ্বাসাঘাত, সুৰ (Pitch) আৰু সন্ধি (juncture) জড়িত হৈ থাকে। অসমীয়া বাক্য সদায় অন্ত্যসন্ধিৰে (terminal juncture) শেষ হয়।

**বাক্যৰ অংগ ঃ** বাক্যৰ অংগ দুটা ঃ এটা উদ্দেশ্য আৰু আনটো বিধেয়।

উদ্দেশ্যত কৰ্তা আৰু ইয়াৰ সম্প্ৰসাৰক (adjunct) বা বৰ্ধন (extension) থাকে।

বিধেয়ত কৰ্ম, ক্ৰিয়া, বৰ্ধন আৰু সংযোজক (connective) থাকে। বিধেয়ৰ কেন্দ্ৰ ক্ৰিয়াপদ, সেইদৰেই উদ্দেশ্যৰ কেন্দ্ৰত কৰ্তাপদ।

সংযোজক উদ্দেশ্যৰ বা বিধেয়ৰ বিভিন্ন অংগসমূহ আৰু সেইবোৰৰ সম্প্ৰসাৰকবোৰৰ সংযোগ সাধন কৰে। ই কেতিয়াবা স্বতন্ত্ৰ পদৰূপেও বাক্যত ব্যৱহাৰ হ'ব পাৰে।

বৰ্ধনে কৰ্তা, কৰ্ম, ক্ৰিয়া এইবোৰৰ সম্প্ৰসাৰক আৰু সংযোজকৰ বাহিৰে বাক্যৰ বাকী সকলো অংশকে বুজায়। বহল অৰ্থত বৰ্ধনক ক্ৰিয়া আৰু ক্ৰিয়াবাচক খণ্ডবাক্যৰ (verb-phrase) সম্প্ৰসাধক বুলিও ধৰিব পাৰি।

উদাহৰণস্বৰূপে,

বিষ্ণুৰ বামন অৱতাৰত চলনা কৰি | বলিক পাতাললৈ পঠাই দিলত— শিৰক তপস্যা কৰি— বাণ ৰজায় | শোণিতপুৰ ৰাজ্যখন পায় ||

এই বাক্যত 'বিষ্ণুৰ বামন... তপস্যা কৰি'— এই গোটেই খণ্ডটো এটা বৰ্ধন; 'বাণ ৰজায়' কৰ্তা, 'শোণিতপুৰ ৰাজ্যখন' কৰ্ম, আৰু 'পায়' ক্ৰিয়া পদ।

প্ৰসংগক্ৰমে আৰু প্ৰয়োজনীয় সুৰ-লহৰেৰে কেৱল কৰ্তা, কৰ্ম, ক্ৰিয়া, বৰ্ধন আনকি সংযোজকেৰেও এটা পূৰ্ণবাক্য হ'ব পাৰে। সাধাৰণতে আদেশ, অনুজ্ঞা, প্ৰশ্ন, প্ৰশ্নোত্তৰ, সন্মতি বা অসন্মতি আৰু আৱেগৰ প্ৰকাশত কেৱল এটা মাথোন পদেৰেও একোটা বাক্য হ'ব পাৰে। যেনে,

কৰ্তা ঃ মই। ('কামটো কোনে কৰিছে?' প্ৰশ্নৰ উত্তৰত 'মই।' বুলি ক'ব পাৰি। তেতিয়া সেই 'মই' কৰ্তাপদেই সম্পূৰ্ণ বাক্য বুলি গণ্য হয়।)

কৰ্ম ঃ তোমাক! (মই 'তোমাক' মাতিছোঁ, আনক নহয়!)

ক্ৰিয়া ঃ পাৰিলোঁ। যা! নাহে।

সংযোজক ঃ আৰু? (তোমাৰ লগত আৰু কোন কোন আছে?) তেনেহ'লে! (তেনেহ'লে, এতিয়া কি কৰা উচিত হ'ব বাৰু?)

বৰ্ধন ঃ কেতিয়া? বেগাই!





এনেকৈ, তলত দিয়াৰ দৰে মাত্ৰ দুটা দুটা অংগৰেও প্ৰসংগক্ৰমে একোটা বাক্য হ'ব পাৰে। যেনে,

কৰ্তা আৰু ক্ৰিয়া ঃ মই কৈছিলোঁ। তুমি আহিবা। আহিবা তুমি।

কৰ্ম আৰু ক্ৰিয়া ঃ কিতাপ পঢ়িছিলোঁ। চিঠি দিবা। মাতিব তোমাক। মাৰিলে তাইক।

বৰ্ধন আৰু ক্ৰিয়া ঃ অতি সোনকালে আহিবা। খৰখৰকৈ পঢ়িবা।

সংযোজক আৰু কৰ্তা ঃ আৰু তেওঁ? সি যদি?

সংযোজক আৰু কৰ্ম ঃ তেনেহ'লে কাক?

সংযোজক আৰু ক্ৰিয়া ঃ যদি আহিলেই? যেনেকৈয়ে পাৰা!

উদ্দেশ্যৰ ভাগত কৰ্তাৰ সম্প্ৰসাৰক ৰূপে ন্যূনতম এটা পদো থাকিব পাৰে, নাইবা এটা বা ততোধিক গৰ্ভবাক্য, খণ্ডবাক্য থাকিব পাৰে।

সেইদৰে, বিধেয়ৰ খণ্ডত কৰ্ম, ক্ৰিয়া আৰু এইবোৰৰ সম্প্ৰসাৰক তথা বৰ্ধন পোৱা যায়।

উদ্দেশ্য আৰু বিধেয়যুক্ত বাক্যক পূৰ্ণবাক্য, প্ৰধান বাক্য বা মুখ্য ব্ৰাক্য বোলা হয়।

কেতিয়াবা এটা বা তাতোধিক পূৰ্ণ বাক্য কৰ্তা বা কৰ্মৰ সম্প্ৰসাৰক বা বৰ্ধন ৰূপে প্ৰয়োগ হ'ব পাৰে। তেতিয়া তেনে পূৰ্ণ বাক্যক গৰ্ভবাক্য (clause) বোলে। গৰ্ভবাক্যৰ অন্তৰ্গতো গৰ্ভবাক্যৰ প্ৰয়োগ হ'ব পাৰে।

**পদৰ ক্ৰম ঃ**

উদ্দেশ্যৰ পিছত বিধেয়ৰ প্ৰয়োগ অসমীয়া বাক্যগঠনৰ প্ৰধান পদক্ৰম (word order)। কিন্তু বক্তাৰ কথন ভংগী আৰু গুৰুত্ব প্ৰকাশলৈ (emphasis) লক্ষ্য ৰাখি উদ্দেশ্য আৰু বিধেয়ৰ ক্ৰমৰ হেৰফেৰ হ'ব পাৰে। সেইদৰেই, কৰ্তা, কৰ্ম আৰু ক্ৰিয়া পদৰ সংযোজক বা বৰ্ধনৰো ক্ৰমৰ তাৰতম্য ঘটিব পাৰে।

**প্ৰাসংগিক টোকা ঃ**

১। ড° বাণীকান্ত কাকতি ঃ AFD (1962), § 9 এই বিষয়ত ড° কাকতিৰ নিজস্ব একো মন্তব্য নাই। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে ড° গ্ৰীয়াৰ্ছনৰ সমৰ্থনত তেখেতৰ ODBL Pt.1 (1970) গ্ৰন্থৰ ১৪০ পৃষ্ঠাত উত্তৰ পূৱ ভাৰতৰ ভাষাবোৰৰ যি ফলা দাঙি ধৰিছে আৰু আলোচনা কৰিছে তাৰ ভিত্তিতে কাকতিয়ে তেওঁৰ সিদ্ধান্ত লৈছে।

২। Aspects of the Heritage of Assam (Guwahati, 1959) গ্ৰন্থৰ Assam and India নামৰ প্ৰবন্ধত (পৃঃ ২) ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে এই বিষয়ে আলোচনা কৰিছে।

৩। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ ODBL Pt. 1 (1970) গ্ৰন্থৰ ৭৮-৭৯ পৃষ্ঠাৰ

আলোচনা চাওক।

৪। এইখিনিতে এটা কথা স্পষ্ট কৰি থোৱা উচিত যে বাগ্‌বিজ্ঞানৰ ভাষাত বৰ্ণ উচ্চাৰিত নহয়, বৰ্ণৰ অন্তৰ্গত উপধ্বনিবোৰহে উচ্চাৰিত হয়। বৰ্ণ এটা বিমূৰ্ত ৰূপ, উপধ্বনিবোৰ বৰ্ণৰ মূৰ্ত বিকাশ। গতিকে, বৰ্ণৰ উচ্চাৰণৰ কথা ক'লে ইয়াৰ উপধ্বনিৰ উচ্চাৰণৰ কথাহে বুজিব লাগে।

৫। ৰেফ্ যুক্ত বৰ্ণবোৰৰ উচ্চাৰণৰ দীৰ্ঘমাত্ৰা স্বীকাৰ কৰি প্ৰাচীন কালৰেপৰা দ্বিত্ব কৰি লিখাৰ নিয়ম চলি আহিছিল। এই দীৰ্ঘত্ব বিজ্ঞাত (Predictable) গুণ মাথোন, ইয়াত বৰ্ণৰ স্বীকৃতি নাই। সেইকাৰণে আজিকালি ৰেফলগা বৰ্ণবোৰ দ্বিত্বকৈ নিলিখি একাকীকৈ লিখাৰ নিয়ম প্ৰৱৰ্তিত হৈছে।

ৰ্য-ৰ ক্ষেত্ৰতো ৰ্য্য লিখাৰ কোনো যুক্তি নাখাটে। কাৰণ, য-কাৰ (-্য) ডাল য-ৰ দ্বিত্ব ৰূপ মাথোন। অন্য ব্যঞ্জনৰ দ্বিত্ব বৰ্জিত হ'লে ইয়াৰো দ্বিত্ব বৰ্জিত হোৱা উচিত।

৬। এই বিষয়ে ড° গোলোক চন্দ্ৰ গোস্বামীৰ **অসমীয়া বৰ্ণপ্ৰকাশ** (১৯৮৪) গ্ৰন্থত (ছেদ নং ২.৪৬, পৃঃ ৮১-৮৫) বহলাই আলোচনা হৈছে, প্ৰয়োজন বোধ কৰিলে তাত চাই ল'ব পাৰে।

৭। স্বৰবৰ্ণৰ বিৰোধ বিচাৰ আৰু প্ৰয়োগ সম্পৰ্কে প্ৰাগুক্ত গ্ৰন্থ (ছেদ ৩.১২—৩.২২.৩০, পৃঃ ১১৯-১২৬) দ্ৰষ্টব্য।

৮। সম্বন্ধবাচক- অৰ + এ = -অৰে ~ - এৰে, এনেদৰে এটা বিভক্তি বুলিও ব্যাখ্যা কৰিবৰ থল নোহোৱা নহয়। সাধু ভাষাত -এৰে (-ৰে); যেনে, বামেৰে, হাতেৰে, গৰুৰে, তাৰে, সিহঁতেৰে, কামেৰে, ইত্যাদি।

তেতিয়া, (১) -এৰে বিভক্তিৰ পিছত অৰ্থ বিশেষে সৈতে অনুপদ যোগ হয় বুলি ধৰিব লাগিব। (২) সম্বন্ধবাচক -অৰ বিভক্তিৰ পিছত, -সৈতে আৰু -দ্বাৰা বা -দ্বাৰায় - এই দুয়োটা অনুপদ যোগ হৈ কৰণ কাৰক বুজাব পাৰে।

৯। অসমীয়াত কাৰক ছটা, কিন্তু বিভক্তি পাঁচটা বুলিও আলোচনা কৰিব পাৰি। যেনে, (১) পৰম কাৰক (absolute case) ঃ ইয়াৰ বিভক্তি নাই, বা শূন্য; কৰ্তা আৰু কৰ্মৰূপে ইয়াৰ প্ৰয়োগ হয়। (২) কৰ্তা কাৰক (৩) কৰ্ম কাৰক (৪) নিমিত্তাৰ্থক (৫) সম্বন্ধ আৰু (৬) অধিকৰণ।

১০। পশ্চাদগঠন প্ৰধানতঃ ঐতিহাসিক বিৱৰ্তনাত্মক প্ৰক্ৰিয়া। এনে প্ৰক্ৰিয়াৰ আশ্ৰয় নোলোৱাকৈয়ে সাম্প্ৰতিক বৰ্ণনাত্মক বিশ্লেষণেৰে মহা-মাহী, অজলা-, আজলী, কজলা-কাজলী, পেহা-পেহী ইত্যাদিবোৰৰ পৰা মূল ৰূপ (base form) মাহ্-, আজল-, কাজল, পেহা- আদি উলিয়াই লৈ সেইবোৰত পুংলিংগ বাচক -আ আৰু স্ত্ৰীলিংগবাচক -ঈ প্ৰত্যয় লগোৱা হয়। স্বৰূপাৰ্থত সাম্প্ৰতিক বৰ্ণনাত্মক পদ্ধতিয়ে দেখুৱাই দিয়ে যে এই





ৰূপবোৰ মূলতঃ স্ত্ৰীলিংগবাচক ৰূপৰ পৰাহে ওলায়।

এই বিষয়ে ড' গোলোক চন্দ্ৰ গোস্বামীৰ **অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ** (১৯৯০) গ্ৰন্থৰ ১৪৭ নং ছেদ দ্ৰষ্টব্য।

১১। অসমীয়া ধাতুৰূপৰ কাৰণে ধাতুশব্দৰ গঠন ড' গোলোক চন্দ্ৰ গোস্বামীৰ Structure of Assamese (১৯৮২) গ্ৰন্থতে পোন প্ৰথম আলোচিত হৈছে। উক্ত গ্ৰন্থৰ ছেদ নং ৯.১২— ৯.১২১৫, পৃষ্ঠা ২৪৯-২৫২ দ্ৰষ্টব্য।

১২। অসমীয়া ব্যাকৰণ লিখকসকলে নঞৰ্থক উপসৰ্গটোৰ মূল ৰূপ (Base form) ন- (= ন্অ) বুলি দেখুৱায়। ঐতিহাসিক বুৎপত্তি মতে ন- শুদ্ধ। কিন্তু আধুনিক ভাষাবিজ্ঞানৰ মূলৰূপ নিৰ্ধাৰণৰ সূত্ৰ মতে সাম্প্ৰতিক বিশ্লেষণত নে- (= ন্এ) হে হোৱা উচিত। কিন্তু কিয়? এই বিষয়ে প্ৰাগুক্ত **অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ** গ্ৰন্থৰ ১৯৫ পৃষ্ঠাৰ (গ) ছেদ চাওক।

## প্ৰাসংগিক গ্ৰন্থপঞ্জী


১। কাকতি, বাণীকান্ত ঃ Assamese, Its Formation and Development (চমুকৈ AFD), First Edn. 1941. Second Revissed Edn. Revised and Edited by prof. G.C. Goswami (1962).

২। গোস্বামী, গোলোকচন্দ্ৰ ঃ (১) An Introduction to Assamese Phonology, 1st. Edn. Deccan College, Pune, 1966.

(২) Structure of Assamese, 1st Edn. G. U. 1982.

(৩) অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ, সংবৰ্ধিত দ্বিতীয় সংস্কৰণ, বীণা লাইব্ৰেৰী, গুৱাহাটী ১৯৯০।

(৪) অসমীয়া বৰ্ণ প্ৰকাশ, দ্বিতীয় সংস্কৰণ, বীণা লাইব্ৰেৰী, গুৱাহাটী ১৯৯০।

(৫) ভাষা-ভাষণিকা, প্ৰথম সংস্কৰণ, ১৯৯২।

৩। গোস্বামী, উপেন্দ্ৰনাথ ঃ A Study on Kāmrūpī : A Dialect of Assamese, 1st. Edn. DHAS, 1970.

৪। চট্টোপাধ্যায়, সুনীতি কুমাৰ ঃ (১) The Origin and Development of the Bengali Language (চমুকৈ ODBL), Reprint, 1970.

(২) Assam and India, in the Aspects of the Heritage of Assam, 1959.

৫। ভৰালী, দেৱানন্দ ঃ অসমীয়া ভাষাৰ মৌলিক বিচাৰ, তৃতীয় সংশোধিত সংস্কৰণ, লয়াৰ্ছ, ১৯৯৩।
৬। মেধি, কালিৰাম ঃ অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, প্ৰথম সংস্কৰণ, ১৯৩৬।
৭। হাজৰিকা, বিশ্বেশ্বৰ ঃ Assamese Language : Origin and Development, 1st. Edn. 1985.





# কামৰূপী উপভাষা

(চমু পৰিচয়)

ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

নব্য ভাৰতীয় আৰ্য ভাষাসমূহৰ অন্তৰ্গত অসমীয়া ভাষাটো ভাৰতৰ পূব প্ৰান্তত সৰ্বাধিক অঞ্চলত বহুলভাৱে প্ৰচলিত অতি সৰবৰহী ভাষা। আজিৰ পৰিস্থিতিত ব্ৰহ্মপুত্ৰ উপত্যকাকে ইয়াৰ গৃহভূমি বুলি কোৱা হয় যদিও দৰাচলতে বাস্তৱ জীৱনত ইয়াৰ প্ৰয়োগ আৰু প্ৰয়োজনীয়তালৈ চালে দেখা যায় যে এই ভাষাটোৰ প্ৰচলিত অঞ্চলটোৰ চৌহদৰ সীমাৰেখা বহু বিস্তৃত হৈ পৰিছে। বৰ্তমান মেঘালয়, অৰুণাচল, নগাভূমি, ভূটান, লুচাই পাহাৰ, আনকি উত্তৰ বংগৰো তুফানগঞ্জ আদি ঠাইত এই ভাষাটো বিবিধ কথ্যৰূপত প্ৰচলিত হোৱা দেখা যায়। মূল ভাষাটোৰ কথ্যৰূপত পাৰ্থক্য ঘটাৰ কাৰণ অঞ্চলবোৰৰ থলুৱা ৰীতিসমূহৰ প্ৰভাৱ। এটা অঞ্চলৰ কথ্য ৰীতিৰ লগত আনটো অঞ্চলৰ কথ্য ৰীতিৰ তাৰতম্য কাণত পৰে, ইয়াৰ ঘাই কাৰণ হ'ল বিবিধ জনগোষ্ঠীৰ নানা ৰকমৰ মাত কথা কোৱা মানুহৰ মুখত পৰি তেওঁলোকৰ নিজ নিজ ভাষাৰ সাঁচত ঘটা অসমীয়াৰ বিবৰ্তন তথা হেনা-ছচা ৰূপ। সেইসকল লোকৰ সহ-অৱস্থানৰ ফলতে অসমীয়া ভাষাৰ লগত এই ঘনিষ্ঠ সম্পৰ্ক অসমীয়া ভাষাৰ জন্ম কালৰে পৰা সূচিত হৈ আহিছে। তদুপৰি ভৌগোলিক তথা প্ৰকৃতি প্ৰদত্ত কথাও কিছু আছে। পলাশবাৰী, শুৱালকুছি ঠাই দুখন ব্ৰহ্মপুত্ৰৰ দুই পাৰত; মাজত মাত্ৰ নদীখন, তাতেই দুই ঠাইৰ কথ্য অসমীয়াত বহু তাৰতম্য বিৰাজ কৰিছে। অঞ্চল ভেদে থলুৱা অনা-আৰ্যগোষ্ঠীৰ ভাষাৰ শব্দ জাতীয় উপাদানৰ অনুপ্ৰৱেশত কথা কোৱা ৰীতিয়ে অসমীয়া ভাষাৰ আঞ্চলিক ৰূপবোৰ ঠন ধৰি উঠাত ইন্ধন যোগাই আহিছে।

অসমীয়া ভাষাটো দৰাচলতে মাগধী প্ৰাকৃতৰ বিস্তৃতি ঘটি পূবপিনে কামৰূপ খণ্ডত কামৰূপী অপভ্ৰংশ ৰূপে গঢ় লোৱা বুলি অনুমান কৰা এটি স্তৰৰ পৰা বিকাশ লাভ কৰা আধুনিক ভাষা। সেই পিনৰ পৰা চাবলৈ গ'লে অসমীয়া ভাষাৰ জন্ম কালৰ নামটো কামৰূপী বুলিলেও সত্যৰ অপলাপ নহয়; কিয়নো সেই কামৰূপ খণ্ডৰ বিশাল ভূ-ভাগেই সময়ত অসম ৰূপে পৰিচিত হৈ পৰিছে আৰু এটা সৰু অঞ্চলত কামৰূপ নামটো প্ৰবৰ্তি আছে, সাম্প্ৰতিক কালত তাৰো সংকোচন ঘটি তেনেই ক্ষুদ্ৰাকৃতিৰ এক ভূ-ভাগত পৰিণত হৈছে। কামৰূপী অপভ্ৰংশৰে ভাষা আজিৰ আমাৰ সংবিধান স্বীকৃত অন্যতম শ্ৰেষ্ঠ আঞ্চলিক (Regional) তথা ৰাজিক (State) ভাষা অসমীয়া। এই ভাষাটোৰ

মান্যৰূপটোৰ অন্তৰালত কথিতভাৱে ইয়াৰ কেইবাটাও সৰু সৰু গোট তথা উপভাষা আছে। তেনেকুৱা এটা উপভাষাই হ'ল আমাৰ আলোচ্য বিষয় "কামৰূপী উপভাষা"।

উজনি অসমৰ কথিত অসমীয়া তথা উপভাষাটোৰ ওপৰতে ভিত্তি কৰি বৰ্তমানৰ অসমীয়া মান্য ভাষাটোৱে গঢ় লৈ উঠিছে। প্ৰথমে আহোম ৰজাৰ পৃষ্ঠপোষকতা আৰু পিচত বৃটিছৰ শাসন কালত মিছনেৰীৰ অহোপুৰুষাৰ্থত উজনি অসমৰ ভাষাই বিশেষ সমাদৰ লাভ কৰি মান্য অসমীয়া ৰূপে গজগজীয়া হৈ পৰে। এই মান্য ভাষাটো আচলতে এটা কথিত উপভাষাই; জনা বুজা শিক্ষিত লোকৰ সামাজিক জীৱনৰ কথ্য ভাষা; ইয়াৰ ভেটি হ'ল শিৱসাগৰ আৰু তাৰ দাঁতি কাষৰীয়া অঞ্চলত সচৰাচৰ কোৱা অসমীয়া ভাষাটো। সাধাৰণভাৱে উজনি অসমৰ কথ্য অসমীয়াকে সেই "মান্য উপভাষা" আখ্যা দিয়া হয়। নামনি অসমৰ কথিত অসমীয়াৰ লগত ইয়াৰ বহু তাৰতম্য আছে। যিমানে ব্ৰহ্মপুত্ৰ উপত্যকাৰে শিৱসাগৰৰ পৰা ভটিয়াই অহা যায় সিমানে ভাষাটোৰ কথিত ৰূপৰ পাৰ্থক্য বৃদ্ধি হৈ অহা দেখা যায়। সেই হিচাপেই গ্ৰিয়াৰছন চাহাবে[১] পূব অসমৰ ভাষা আৰু পশ্চিম অসমৰ ভাষা ৰূপে অসমীয়া ভাষাৰ দুটা উপভাষাৰ নিৰ্দেশ কৰি গৈছে। তেখেতে অবিভক্ত কামৰূপ আৰু অবিভক্ত গোৱালপাৰা জিলা দুখনৰ মানুহে কোৱা ভাষাকে পশ্চিম অসমৰ অসমীয়া উপভাষা ৰূপে অভিহিত কৰিছে। উল্লেখযোগ্য যে তাহানি "কমতাপুৰ কোচবিহাৰৰ ৰাজন্যবৰ্গৰ পৃষ্ঠাপোষকতাত উত্তৰবংগৰ কৰতোয়াৰ পৰা উজনি দিক্‌ৰাইলৈ বিয়পি থকা কামৰূপ নামে অভিহিত ৰাজ্যত পশ্চিম অসমৰ উপভাষাক ভিত্তি কৰিয়ে সাহিত্য ৰচনা হৈছিল" বুলি সকলোৱে জানে[২]। আচাৰ্য সুনীতি কুমাৰ চট্টোপাধ্যায়ে কামৰূপী উপভাষাক উত্তৰ-পূৱবংগৰ উপভাষাৰূপে বাংগালা ভাষাৰ অন্তৰ্গত এটা আঞ্চলিক ৰূপ হিচাপে Origin and Development of the Bengali Language (১৯২৬) গ্ৰন্থত উল্লেখ কৰিছিল যদিও পৰৱৰ্ত্তী বাংগালা ব্যাকৰণত[৩] বাংলাৰ বিবিধ আঞ্চলিক ভাষাৰ আলোচনাত সেই কথা স্থান নিদিয়াটো মন কৰিব লগীয়া। একেদৰে ড°সুকুমাৰ সেনে কামৰূপীক "উত্তৰ পূব বংগলা উপভাষা" আখ্যা দিলেও এই উপভাষাৰ পৰিসীমা নিশ্চিত কৰাৰ ক্ষেত্ৰত উপভাষাৰ ভৌগোলিক জৰিপ (Dialect Geography)[৪] নোহোৱা কথাৰ উল্লেখ কৰাটো মন কৰিবলগীয়া। আন এটা মন কৰিবলগীয়া কথা হ'ল প্ৰাচীন কামৰূপৰ পশ্চিম সীমাৰ কথা "কালিকা পুৰাণ"

১। *Grierson, George Abraham (ed) : Linguistic Survey of India, Vol.V. Pt.I.p. 394*

২। *কলিতা, ৰমেশ চন্দ্ৰ (সম্পাঃ) ঃ ১৯৭২ : 'কামৰূপা'ৰ অন্তৰ্গত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ 'কামৰূপী ভাষাৰ বৈশিষ্ট্য' প্ৰবন্ধ, পৃঃ ৪৫।*

৩। *চট্টোপাধ্যায়, সুনীতি কুমাৰ ঃ ১৯৬১ঃ সৰল ভাষা প্ৰকাশ বাংগালা ব্যাকৰণ, পৃঃ ৩-৪।*

৪। *সেন, সুকুমাৰ ঃ ১৯৭৯ ঃ ভাষাৰ ইতিবৃত্ত, পৃঃ ১৮৮।*





আৰু "যোগিনী তন্ত্ৰ"ই নিৰ্দেশ কৰি গৈছে কৰতোৱা নদী বুলি। সেই পিনৰ পৰা কামৰূপ বুলিলে কোচবিহাৰসহ সমগ্ৰ উত্তৰ বংগ, ৰংপুৰ, ত্ৰিপুৰা আৰু জলপাইগুৰি জিলাৰ উপৰি শ্ৰীহট্ট জিলাও তাৰ ভিতৰত সোমাই পৰিছিল[৫]। ঐতিহাসিক প্ৰত্নতত্ত্ববিদ ° কনকলাল বৰুৱাই* যুক্তিসহ কামৰূপৰ পশ্চিম সীমাই উত্তৰ বংগক সম্পূৰ্ণৰূপে সামৰি বিহাৰৰ পূৰ্ণিয়া জিলাকো সামৰি লোৱা বুলি মন্তব্য দি গৈছে। সেই হিচাপে আচাৰ্য সুনীতি কুমাৰ চট্টোপাধ্যায়ে কামৰূপী উপভাষাৰ ওপৰত মন্তব্য দিবলৈ প্ৰয়াস পাইছিল। ড° বাণীকান্ত কাকতিয়ে এইবোৰ কথা চালিজাৰি চায়ে উত্তৰ-বংগ আৰু পশ্চিম অসমৰ কথিত ভাষাটো মূলতে একে উপভাষা আখ্যা দিছিল। উত্তৰ-পূব বংগৰ ঘাইকৈ কোচবিহাৰ, জলপাইগুৰি আৰু ৰংপুৰৰ কথিত ভাষা অসমীয়া ভাষাৰহে পূৰ্বৰ নিজস্ব ৰূপৰেই প্ৰতিভূ[৬]। প্ৰসংগ ক্ৰমে এইটো কথা মনত ৰখা উচিত যে দুয়োটা ভাষা একেগোষ্ঠীভুক্ত আৰু ওচৰা উচৰিকৈ প্ৰায় একে সময়ৰ পৰা প্ৰবৰ্তি আছে। গতিকে উভয়ৰ মাজত বহু বিষয়ত মিল থকাটো স্বাভাৱিক। ড° কাকতিয়ে কিন্তু কামৰূপী বোলোঁতে বৰ্তমান কালৰ অসমৰ পশ্চিমাঞ্চল তথা নামনি অসমৰৰ কথা সূচাইছে। তেখেতৰ মতে পশ্চিম অসমীয়া উপভাষাটো হ'ল পূৰ্বৰ দুখন জিলা গোৱালপাৰা আৰু কামৰূপৰ মানুহে কোৱা অসমীয়া ভাষা[৭]। নামনি অসমৰ দুয়োখন জিলাৰ ভাষাৰ প্ৰধান উপৰি ভাগ দুটা কামৰূপী বা কামৰূপীয়া আৰু গোৱালপাৰী বা গোৱালপৰীয়া। এই আলোচনাৰ পৰা সহজে অনুমান কৰিব পাৰি কোনটো অঞ্চল কামৰূপী উপভাষাৰ ঠাই; অবিভক্ত কামৰূপী জিলা অৰ্থাৎ সাম্প্ৰতিক কালৰ কামৰূপ, নলবাৰী আৰু বৰপেটা জিলাৰ উপৰি মৰিগাঁও জিলাৰ এটা বুজন অংশ কামৰূপী উপভাষা প্ৰচলিত অঞ্চল। অৱশ্যে গোৱালপাৰা জিলাৰ অভয়াপুৰী আৰু দলগোমা অঞ্চল দুটাও উল্লিখিত কামৰূপী উপভাষা অঞ্চলৰ ভিতৰত সামৰি লোৱা উচিত হ'ব। কিয়নো এইবোৰ অঞ্চলৰ কথিত কামৰূপী উপভাষাৰ অন্তৰ্গতথকা স্থানীয় উপভাষাৰ লগত প্ৰচুৰ সাদৃশ্য থকা ভাষা। তেতিয়া হ'লে কামৰূপী উপভাষাৰ ক্ষেত্ৰটো তেনেই সৰু বুলিব নোৱাৰি। আচলতে আগৰ কামৰূপ জিলা আৰু আগৰ গোৱালপাৰা জিলাৰ পূব অঞ্চলৰ মানুহে কোৱা ভাষাটোৱে কামৰূপী উপভাষা[৮]। ভাষিক অৱস্থানৰ কথা ক'বলৈ হ'লে ভাষা তথা পূৰ্বৰ উজনিৰ উপভাষা আৰু গোৱালপাৰাৰ উপভাষাৰ মাজত কথিত ভাষাৰূপে বৰ্তি থকা ভাষাটোৱে কামৰূপী বা কামৰূপীয়া উপভাষা। এই

৫। *Choudhury,P.C, : 1966 : A History of Civilization of the People of Assam, p. 43-44.*

৬। *Kakati, B. : 1941: Assamese - Its Formation and Development, p. 5.*

৭। *Kakati, B. : op. cit, p. 16*

৮। *Grierson, G.A. : op, cit, p. 394.*

à*Baruah, K.L. : 1933 : The Early History of Kamrupa, p. 318*

কামৰূপী ভাষাৰ লগত বঙলা ভাষাৰ যিদৰে প্ৰচুৰ বৈসাদৃশ্য আছে, সেই একেদৰে উজনিৰ কথিত অসমীয়া তথা উজনিৰ মান্যভাষাৰ লগতো কিছু কিছু কথাত পাৰ্থক্য আছে। কিন্তু বঙলাৰ তুলনাত ইয়াৰ লগত বৈসাদৃশ্যৰ পৰিমাণ বহু কম।

পুৰণি অসমীয়া সাহিত্যৰ কামৰূপী অসমীয়াৰ বহু নিদৰ্শন পোৱা কবি-সাহিত্যিকসকল হ'ল— হেম সৰস্বতী, হৰিবৰ বিপ্ৰ, মাধৱ কন্দলী, মনকৰ, দুৰ্গাবৰ নাৰায়ণদেৱ, অনন্ত কন্দলী, ৰাম সৰস্বতী, শংকৰদেৱ, মাধৱদেৱ, বৈকুণ্ঠনাথ, ভট্টদেৱ আদি বিশেষ উল্লেখযোগ্য। পৰৱৰ্তী কালত আন দুখনি ব্যৱহাৰিক বিষয়ত বিখ্যাত গ্ৰন্থ "ঘোঁৰা নিদান" আৰু "হস্তীবিদ্যাৰ্ণৱ" পুথিতো কামৰূপী অসমীয়াৰ প্ৰয়োগ বিস্তৰ। এইদৰে ভোলানাথ দাসৰ "সীতাহৰণ কাব্য", গুণাভিৰাম বৰুৱাৰ "ৰাম নৱমী" নাটকৰ নিচিনা পুথিতো কামৰূপীৰ প্ৰয়োগ মন কৰিবলগীয়া। এই বিষয়ে বিস্তৰ যুক্তিনিষ্ঠ আলোচনা কৰাৰ উপৰি পশ্চিমৰ পৰা পূৰ্বলৈ কিদৰে সাহিত্য চৰ্চাৰ কেন্দ্ৰবিন্দু স্থানান্তৰিত হ'ল ড° উপেন্দ্ৰনাথ গোস্বামীয়ে[৯] আলোচনা কৰি গৈছে।

অসমীয়া ভাষা-সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠাতাসকলৰ সাহিত্যত উজনি নামনিৰ কথ্য ভাষাৰ কোনো প্ৰভেদ নোহোৱাকৈ, সমভাৱে প্ৰয়োগ হোৱা সত্ত্বেও পৰৱৰ্তী কালত দুয়োটা ভাষাৰ মাজত পাৰ্থক্য স্পষ্টতৰ হৈ পৰিল; আকৌ নামনিৰ কথ্যৰীতিও সাহিত্যাদিত প্ৰয়োগৰ ক্ষেত্ৰত বাধা আহি পৰিল। এই বিষয়ত কেৱল প্ৰাকৃতিক বা ভৌগোলিক কথাৰ অজুহাত দেখুৱালেই যথেষ্ট নহয়। এই বিষয়ত বিশেষকৈ উজনি খণ্ডৰ কথিত অসমীয়া সাধাৰণীকৰণৰ দ্বাৰা এটা মাত্ৰ ৰূপ প্ৰদানত ইন্ধন যোগালে প্ৰতাপী আহোম ৰজাসকলে। সেই কাৰণে ব্ৰহ্মপুত্ৰ উপত্যকাৰ উজনি খণ্ডৰ প্ৰায় সকলো অঞ্চলতে অসমীয়া ভাষাৰ একেটা ৰূপ দেখিবলৈ পোৱা যায়। আহোমৰ শাসন কালত নামনি অসম সকলো পিনৰ পৰা অৱহেলিত হৈ আহিছিল, আনকি কামৰূপী আৰু দৰঙীয়া লোকক সহজে আহোমৰ ৰাজধানী চহৰত প্ৰৱেশ কৰিবলৈকে দিয়া নহৈছিল। ড° সূৰ্য কুমাৰ ভূঞাই[১০] সেই কথা নিখুঁতভাৱে বৰ্ণনা কৰি এইদৰে কৈ গৈছে " In Gauhati Vice-royal head-quarters, this restriction was rigidly enforced. No Kamrupi was allowed to spend the night at Gauhati, The gates used to be closed of desk by which time all Kamrupias were required to evacuate the place." উল্লেখযোগ্য যে কামৰূপ আহোমৰ অধীনলৈ (১৬১৫খৃঃ) অহাৰ পাছত এৰা-ধৰাকৈ মাত্ৰ ছাব্বিছ বছৰৰ বাবেহে মোগল শাসনৰ তললৈ আহিছিল ক্ৰমে ১৬৩৯-১৬৫৮ খ্ৰীষ্টাব্দলৈ, ১৬৬৩-১৬৬৭

*৯। Goswami, U.N. : 1970 : A Study on Kamrupi A Dialect of Assamese.p.5-11*

*১০। Bhuyan, S.K. : 1949 : Anglo Assamese Relations, p..271.*

*১১। Bhuyan, S.K. : op. cit. p. 7.*





খ্ৰীষ্টাব্দলৈ আৰু ১৬৭৯-১৬৮২ খ্ৰীষ্টাব্দলৈ[১১]। অৱশ্যে ১৬৮২ চনৰ পৰা আহোমৰ পশ্চিম সীমা আগৰ কামৰূপ জিলাৰ পশ্চিম সীমা অৰ্থাৎ মানাহ নদী নিৰ্ধাৰিত হৈছিল। গোৱালপাৰা আহোম শাসনৰ বাহিৰতে থাকিল। মোগলৰ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ পৰিল। ৰাজনৈতিকভাৱে এইদৰে যি ব্যৱধান গঢ়ি উঠিছিল সি সামাজিক আৰু সাংস্কৃতিক দিশলৈকো বিস্তৃতি লাভ কৰিছিল। ফলত সময়ৰ সোঁতত যি কামৰূপী ভাষাই পুৰণি কাব্য-নাট আদিত স্থান পাইছিল সেই কামৰূপীৰ প্ৰতি লেখকসকলৰ অনীহা হ'বলৈ ধৰিলে জানোচা তাৰ চিতাফোটা পৰিলেও লোকে হাঁহে, উপলুঙা কৰে। সেই পৰম্পৰা কিন্তু উজনি খণ্ডৰ লোকৰ আজিও প্ৰচুৰ। উজনি খণ্ডৰ অপ্ৰচলিত কোনো কথিত অতি সুন্দৰ শব্দ, খণ্ডবাক্য, যোজনা কামৰূপীৰ পৰা প্ৰয়োগ কৰিলে সি অশুদ্ধ, ভাষাৰ সৌন্দৰ্য হানিকৰ ইত্যাদি মন্তব্য আখৈফুটা দিয়ে উজনি খণ্ডৰ শিক্ষিত-অশিক্ষিত উভয় শ্ৰেণীৰ লোকৰ মুখত। এইদৰে কামৰূপী আৰু উজনীয়া দুটা বিভাগত অসমীয়া কথিত ভাষাই গঢ় লৈ উঠিল আৰু আহোম শাসনৰ পিছত বৃটিছৰ দিনত উজনীয়া অসমীয়া উপভাষাই মান্য অসমীয়াৰ ভেটি ৰূপে পৰিণত হৈ পৰিল। সেই উপভাষাই আজি অসমীয়া সাহিত্যৰ মান বিশিষ্ট ভাষাত পৰিণত হ'ল। থূলমূলভাৱে কামৰূপী উপভাষাৰ জন্ম বৃত্তান্ত ইমানেই। পৰৱৰ্তী অংশত কামৰূপীৰ লগত বঙলা ভাষাৰ সম্পৰ্ক আদি দেখুৱাৰ উপৰি উজনিৰ লগত কিছু তুলনা দাঙি ধৰি কামৰূপীৰ ভাষাতাত্ত্বিক পৰিচয় দিবলৈ যত্ন কৰা হৈছে।

বঙলা আৰু কামৰূপী উভয়তে স্বৰবৰ্ণ মৌলক আৰু গৌণ দুয়ো বিধতে সমসংখ্যক অৰ্থাৎ সাতটা। অ, আ, ই, উ, এ, এ', ও। আৰু া, ি, ু, ে, (ে), ো। উচ্চাৰণত " অ আ"ৰ বাহিৰে ক'তো দীৰ্ঘ উচ্চাৰণ নোহোৱাটো কামৰূপীৰ বিশেষত্ব। আনহাতে স্বৰ ধ্বনিৰ হ্ৰস্বতা আৰু দীৰ্ঘতা সম্বন্ধে বাঙলা উচ্চাৰণৰ কেইটামান বিশেষ নিয়ম আছে[১২], কিন্তু কামৰূপীত তেনে কোনো নিয়ম নাই। উভয়তে উচ্চাৰণ হ্ৰস্ব দীৰ্ঘৰ ওপৰত অৰ্থ নিৰ্ভৰ নকৰে। হয়তো লিখিবলগীয়া হ'লে কামৰূপী ভাষাৰ বানান ৰীতিৰ ওপৰত অসমীয়া মান্যভাষাৰ অনুকৰণত একে উচ্চৰণৰ শব্দাৰ্থ নিৰ্দেশ কৰিবলগীয়া হ'লে হ্ৰস্ব-দীৰ্ঘ স্বৰ লিখিবলগীয়া হ'ব। যেনে— দিন-কণা, দীন-দৰিদ্ৰ, দিন-কাল, দীন-দুখী।

ব্যঞ্জন বৰ্ণৰ ক্ষেত্ৰত কামৰূপী অত্যন্ত সৰল হৈ পৰিছে। মান্য অসমীয়াৰ দৰে মাত্ৰ একৈশটা ব্যঞ্জন। প ফ ব ভ ত থ দ ধ ক খ গ ঘ ম ন ঙ ল ৰ চ জ স হ।

বঙলাত মৰ্ধূন্য উচ্চাৰণ আছে। ট, ঠ, ড, ঢ, ণ। মান্য অসমীয়াৰ দৰে কামৰূপীত মৰ্ধূন্য উচ্চাৰণ নাই। বঙলাত শ ষ স। লিখোঁতে ব্যৱহাৰ হয়, কিন্তু উচ্চাৰণত শ (Sh) কেৱল / ত থ ন ৰ ল / ৰ আগত থাকিলে /-শ-/, বঙলাত/-স-ৰ দৰে উচ্চাৰিত হয়।

*১২। চট্টোপাধ্যায়, সুনীতি কুমাৰ ঃ সৰল ভাষা প্ৰকাশ বাংলা ব্যাকৰণ, পৃঃ২০।*

কামৰূপীত মান্য অসমীয়াৰ দৰে নাইবা চ-ৰ দৰে উচ্চাৰিত হয়, তিনিওটা 'শ' উচ্চাৰণত কামৰূপীত একে। যুক্ত ব্যঞ্জনৰূপে সদায়ে 'চ'ৰ দৰে উচ্চাৰিত হয়। একেদৰে /ছ ঝ/ কেতিয়াবা কেতিয়াবা উচ্চাৰিত হোৱা দেখা যায়। ঐতিহাসিক দৃষ্টিকোণৰ পৰা এই কামৰূপী ধ্বনিৰীতি সম্পৰ্কে ইতিমধ্যে একাধিক গৱেষকে[১৩] আলোচনা কৰি গৈছে।

শব্দৰ শ্বাসাঘাতৰ ক্ষেত্ৰত বঙলা আৰু কামৰূপী আদি অক্ষৰত আৰু মান্য অসমীয়া পৰৱৰ্তী অক্ষৰত পৰা দেখা যায়।

| | | |
|---|---|---|
| ব. চাকা | কা. চাকা | মা. চকা |
| কুম্‌ৰা | কুম্‌ৰা | কোমোৰা |

স্বৰ সংগতিৰ ফলত ঠাই বিশেষে তিনিও ক্ষেত্ৰত সাদৃশ্য চকুত পৰে। যেনে—

| | | |
|---|---|---|
| ব. সাধু | কা. সাধু | মা.সাধু |
| মোধু | মোধু | ম'ধু |
| হোৰি | হোৰি | হ'ৰি |

শব্দ বিভক্তি, ক্ৰিয়া-বিভক্তি, ন্যস্তাৰ্থক ক্ৰিয়াৰূপ, অসমাপিকা ক্ৰিয়াৰূপ, বিশেষণৰ তুলনা, সম্বন্ধ সূচক পদৰ পুৰুষানুসৰি নিৰ্দিষ্ট-ৰূপ, বহুবচনৰ প্ৰত্যয় আদিত মান্য অসমীয়া আৰু কামৰূপীৰ লগত বঙলাৰ বহু পাৰ্থক্য চকুত পৰে। শব্দৰ ক্ষেত্ৰতো বহু পাৰ্থক্য আছে। পাৰ্চী আদি অ-ভাৰতীয় ভাষাৰ শব্দৰ ব্যৱহাৰ বঙলাৰ যথেষ্ট বেছি, আকৌ কামৰূপী বা মান্য অসমীয়াত ব্যৱহাৰ নোহোৱা শব্দও বঙলাত বহু আছে।

কামৰূপীত অপিনিহিতিৰ প্ৰয়োগ বেছি, মান্য অসমীয়াত কম। বহু সময়ত একাধিক অক্ষৰত থকা /ঐ ঔ / কামৰূপীত ক্ৰমে/ এ ও/ হয়। যেনে—

| | |
|---|---|
| মা. আঁখৈ | কা. আখে |
| জাকৈ | জাখে |
| মাকৈজোৰা | মাকেজাহা |
| মিঠৈ | মিঠে |
| কাবৌ | কাবো |
| ভাটৌ | ভাতো |
| মলৌ | মলো |
| হলৌ বান্দৰ | হলো বান্দাৰ |

বহু সময়ত মান্য অসমীয়াৰ - ও- কামৰূপীত -উ-হয়।

১৩। Goswami, U.N.: ibid আৰু 'অসমীয়া ভাষাৰ উদ্ভৱ, বিকাশ আৰু সমৃদ্ধি'(১৯৯১); Das, D.N. 1990 : Comp. Study of Dialects of Goalpara and Kamrup (ph.D. thesis).





| | |
|---|---|
| মা. যাওঁ | কা. যাউ |
| নোৱাৰো | নৰু |
| হালোৱা | হাউলা |

কামৰূপীত ত্ৰিস্বৰ ব্যৱহাৰ কোনো কোনো শব্দত পোৱা যায়।

| | |
|---|---|
| মা. কেৰলীয়া | কেউইলা, কৈউলা |
| ভাৰবীয়া | ভাউইৰা, ভাউৰা |

কামৰূপীত দ্বি-অক্ষৰৰ শব্দত দ্বিতীয়াক্ষৰ আ-ৰ ঠাইত মান্য অসমীয়াত -অ- ব্যৱহাৰ হয়।

| | |
|---|---|
| কা. কলাম | মা. কলম |
| খৰাম | খৰম |
| গৰাম | গৰম |
| দলাঙ্ | দলঙ্ |
| দিঘাল | দীঘল |
| পলাম | পলম |
| মৰাণ | মৰণ |
| জতান | যতন |
| সকাল | সকল |

কামৰূপীত দ্বি/ত্ৰি অক্ষৰযুক্ত শব্দৰ আদিত অ আৰু পিছত আ থাকিলে মান্য অসমীয়াত অ-ৰ ঠাইত ও ব্যৱহাৰ হোৱা দেখা যায়।

| | |
|---|---|
| কা. সনকালে/সংকালে অলা | মা. সোনকালে ওলা |
| বলে আন | বলে আন |
| কলা | কোলা |
| খপা | খোপা |
| ধবা | ধোবা |
| মনা | মোনা |

কামৰূপীত - আ স্বাৰ্থিক প্ৰত্যয় যোগত মান্য অসমীয়া বদ্ধাক্ষৰী শব্দ যুক্তাক্ষৰী ৰূপে ব্যৱহাৰ হোৱা দেখা যায়।

| | |
|---|---|
| কা. কাঁহা | মা. কাঁহ |
| খেলা | খেল |
| ৰূপা | ৰূপ |
| সনা | সোণ |

| | |
|---|---|
| পালঙা | পালেং |
| এলঙা | এলেং |

শব্দৰূপৰ ক্ষেত্ৰতো এনেকুৱা বহু কথাই কামৰূপীৰ বিশেষত্ব প্ৰতিপন্ন কৰে। সৰ্বনামৰ ক্ষেত্ৰত মই, আমি, মো, আমা, তুমি, তোমা, তই, আপুনি, আদি একে; কিন্তু কামৰূপীত আপনি বহু বচনত তহ্নে (মা. তহঁতে) এহাতে/এহ্নে (মা. ইহঁতে), তুহ্না/তোহনা, (মা. তোমালোক), এলা/ইলা (মা. এইবিলাক/সেইবিলাক), মন কৰিবলগীয়া সৰ্বনাম।

বহু বচনত কামৰূপীত গিলা, গিলাক, গিলাখান, হাত, হানা, ভূৰ/ফুৰ্, হাম্‌ৰা/হামলা, আহ্ন/আহনা/এহনা, আঁহা প্ৰত্যয়বোৰৰ ব্যৱহাৰৰ বিপৰীতে মান্য অসমীয়াত বোৰ, বিলাক, হঁত, ব্যৱহাৰ হয়।

| | |
|---|---|
| কা. মানুহগিলা, | মা. মানুহবিলাক |
| গৰুগিলা/গিলাখান | গৰুবোৰ |
| লৰাহাত/আপাহাত | ল'ৰাহঁত |
| মামা আহ্ন/আহনা | মামাহঁত |
| তুমি আহ্ন | তোমালোক |
| আপ্‌নি আহ্ন | আপোনালোক |

সৰ্বনামত কামৰূপীত গিলা আদি বহুবচনৰ প্ৰত্যয়ৰ ঠাইত -গ্লা, -গ্লাখান, -ঙগ্লা, -হু প্ৰত্যয়ৰ প্ৰয়োগ দেখা যায়।

| | |
|---|---|
| কা. সেংগ্লা/সেংলা | মা. সেইবিলাক |
| এংগ্লা/এংলা | এইবিলাক |
| তহুৰ | তহঁতৰ |
| সেহুৰ/সেহঁতৰ | সিহঁতৰ |

মান্য অসমীয়াৰ নিৰ্দিষ্টতাবাচক প্ৰত্যয় টো, খান, জন আদিৰ ঠাইত কামৰূপীত টু, খান, খ্‌নি/খেনি, খোৰ আদি প্ৰত্যয় ব্যৱহাৰ হয়।

| | |
|---|---|
| মা. ল'ৰাটো | কা. লৰাটু/আপাটু |
| মানুহজন | মাহনুটু |
| কাপোৰখন | কাপুৰখান |
| লোণখিনি | লুনখিনি |
| পঘাডাল | পাঘাডাল |
| সাপটো | সাপখোৰ |
| এবালডাল | দৰখখোৰ |
| বোৱাৰীজনী | বৰিটু /বৰিজনী |





কামৰূপীত ব্যৱহাৰ হোৱা ক্ৰিয়া বিশেষণবিলাকো মান্য অসমীয়াৰ দৰে নহয়, পৃথক শব্দ।

| | |
|---|---|
| কা. অহঁই/অহাঁই | মা. এইপিনে |
| সহাঁই/সেফ্‌লে | সেইপিনে/সেইফালে/সিফালে |
| ইতো/ইত্তে | এতিয়া/এতিয়াতে |
| তেইতা | তেতিয়া |
| যেইতা | যেতিয়া |
| এংকে/এন্‌কে | এইদৰে/এনেকৈ |

দ্বিতীয় পুৰুষ ক্ৰিয়াবিভক্তি মন কৰিবলগীয়া, মান্য অসমীয়াৰ লগত পাৰ্থক্য চকুত পৰে।

| | |
|---|---|
| কা. তই খা/খাহ্ | মা. তই খা |
| তুমি খ | তুমি খোৱা |
| তই কৌ | তই ক |
| তুমি কৰা | তুমি কোৰা |

বাক্যৰীতিৰ ক্ষেত্ৰতো কেতবোৰ কথাত মান্য অসমীয়াৰ লগত কামৰূপীৰ পাৰ্থক্য, স্পষ্ট। যেনে —

সাম্ভাব্য ভূত কালত —

| | |
|---|---|
| মা. তেওঁ গ'লহেঁতেন | কা. তেওঁ গেল হয় |
| ক'ৰ পৰা আহিলা ? | কোৰ্‌পা/কোৰপাই আইহ্‌লা |
| হৰিয়ে দিলে নে ? | হোৰি দিলাক্‌না ? |
| বুজিছোঁ, তই খুজিছ | বুইৎচু, তই খুইৎছাহ্ |

কামৰূপী আৰু মান্য অসমীয়াৰ শব্দ সম্ভাৰৰ মাজত একে শব্দ ভিন্ন ৰূপত পোৱাৰ উপৰি কিছুমান কামৰূপীত থকা শব্দৰ সমাৰ্থক শব্দ মান্য অসমীয়াত পোৱা নাযায়। যেনে—

| | |
|---|---|
| কা. চলি/সন্তান | মা. -/সন্তান |
| আপা/ল'ৰা | -/ ল'ৰা |
| আপী/ছোৱালী | -/ছোৱালী |
| বৈনাক | ভনীয়েক/ভনী |
| লালাক/স্বামী | -/স্বামী |
| তেকি 'অত্যন্ত চেঁচা' | - |
| লেইটা (চুৰা লেইটা) | - |

| | |
|---|---|
| থানি | ডাল |
| খিচাগীদ | জোৰানাম |
| ভোজলুক | জলকীয়া |
| মোদফল/মোইদ্‌ফাল | অমিতা, (মধুফল) |
| হুকমা তেঙা | ৰবাব টেঙা |
| কাগজি তেঙা | কাজী টেঙা |
| তুইল্‌লা তেঙা | নেমু/নিমুটেঙা |
| সোফ্‌ৰাম/সোইফ্‌ৰাম | মধুৰী-আম |
| সথ্‌লি/ভেঁহ্‌ৰি/কাঞ্চনমতি/ঘুমেখাইতি | গেদগেদী |
| নিচ্‌লা | মিছা |
| তেলভৌকা | পঁইতাচোৰা |
| বোথি | মৈদা |
| দাবাৰ | চৰিয়া |
| পাইনপেলি/পাইন পিপেলি | শেৰালি |
| আতা | ককা (দেউতা) |
| আবু/আবো | বুঢ়ী আইতা |
| জকৰ/জকাৰ | উৰুলি |
| কাথি | পিৰালি |
| উত/ওত/হেলা | এলাহ |
| কিৰা | শপত |
| কা. চেলে | মা. বেণী |
| পোলি | কোঠা/খোটালি |
| অচা/অচ | (ভাত খাই মুখ) 'ধুৱা' |
| জিকা/ভিজা | তিতা |
| মূৰ চুচা | মূৰ আঁচোৰা |
| গৰুৰে হিংকে | গৰুৰে খুঁচে |
| পাইথা | কঁটীয়া |
| চৰা মানুহ | ওখ মানুহ |
| কেঠা পৰা/শুলা | অতি খীণ অৰ্থত |
| আপেন্‌তা | আপঁইতা |
| আলাহ লাগ্‌ | ঘিণ লগা |





(ফোঁহা) ভেঁহ্‌ৰা (ফোঁহা) ফুটা

এইবিলাকৰ উপৰি কামৰূপীত পাৰ্ছী, আৰবী আৰু তিব্বত-বৰ্মী ভাষাৰ শব্দ মান্য অসমীয়াৰ তুলনাত কিছু বেছি। যেনে— আব্ৰা, বব্ৰা, লব্ৰা, হাব্ৰাং, আগ্ৰ/আগৰা, আলেজেব্ৰা/আলেভেব্ৰা, উক্‌ৰা, খৈৰা, খাদা, খিজলা, কৰকৌতা, কধ্ৰা, খপ্ৰা (চকু) গৰ্কা, থেক্‌না, দাংৰি, দাপনা, দামাল (=দলং), ধোউক্‌না, দব্ৰা, ফাড়্‌ৰা, ফান্দি, ফন্তা, বোৰি, (মাটি), বাজান (গৰু), বেলবুং, মেকা, লাউথা, লৈথা, লেব্ৰা, লেংৰা, (কলৰ), চচ্‌নি, চেংৰা, চহ্‌ৰা (খোঁকা), জাখ্‌লা, জিনাৰ, হাবাং আদি।

সেইদৰে পাৰ্ছীৰ পৰা অহা শব্দ কিছুমান দৈনন্দিন জীৱনত কামৰূপীত সততে ব্যৱহাৰ হোৱা দেখা যায়। যেনে — আন্দাজ/আন্‌জাদ, উৰ্মাল, কাগাজ, কেচ্চি, দৰ (দাম), দাগ, দকন/দকান, বিচ্‌না, চচ্‌মা/(চৌখা), হজম, বাজাৰ ইত্যাদি।

ইংৰাজী, পোৰ্টুগীজ, ওলন্দাজ আদি ভাষাৰ পৰা মান্য অসমীয়াত থকাৰ দৰে কামৰূপীতো ভালেমান শব্দৰ ব্যৱহাৰ আছে। যিবিলাকৰ ৰূপৰ তাৰতম্য চকুত পৰে, তাৰ বাহিৰে শব্দবোৰত আন একো পাৰ্থক্য চকুত নপৰে। যেনে—

| | |
|---|---|
| মা. পাদুৰি | কা. পাদ্‌ৰি |
| পেন্সিল | পেন্‌চুল |
| গিলাচ | গিলাচ/গেলাচ |
| স্কেল | ইচ্‌কেল/পাতি |

কামৰূপী উপভাষাৰ আন এটা অতি তাৎপৰ্যপূৰ্ণ কথা হ'ল ইয়াৰ উপবিভাগ। সেইবোৰক কামৰূপী উপভাষাৰে উপ-উপভাষা অৰ্থাৎ Subdialect আখ্যা দিব পাৰি। সেইবোৰ অঞ্চল অনুসৰি পলাশবৰীয়া, শুৱালকুচীয়া, দৰঙী/মঙলদৈয়া দিমৰীয়া, নলবৰীয়া, বৰপেটীয়া, বজালীয়া ইত্যাদি। এই উপবিভাগবোৰৰ পাৰ্থক্য ধ্বনিতত্ত্বৰ তুলনাত শব্দমালা আৰু সিবিলাকৰ ৰূপৰ ক্ষেত্ৰতহে ভালদৰে স্পষ্ট হৈ পৰে। শুৱালকুচি অঞ্চলত ৰ, ল ধ্বনিৰ প্ৰয়োগত প্ৰভেদ দেখা যায়। যেনে — "কুলা"ৰ ঠাইত কুৰা; আকৌ "মৰা"ৰ ঠাইত "মলা"। সেইদৰে "জাৰ"ৰ ঠাইত "জাল", "হাড়"ৰ ঠাইত "হাৰা" (কাম. হাৰা), "গৰু"ৰ ঠাইত "গোলু" বহুতৰ মুখত শুনা যায়। আকৌ "ক'লা" হৈছে "কোইলা", "তুহ্‌না"ৰ ঠাইত তুহ্না।

শুৱালকুচি অঞ্চলৰ কিছুমান শব্দ কামৰূপীৰ অন্যান্য ঠাইৰ লগত নিমিলে। যেনে— আয়ক, জিয়ক, ভায়ক, মায়ক, পিতক, বোইনক, ইথন, তিথন, কিথন, কোম্বা/কুম্বা, কিথম্বা লোইহা/লহৰা, হুকুমা/ধপা, ভুতা (=জুমুঠি), তুম্‌ৰা/তুমুৰা/তেমেৰা, ফিৰমিতা (ফিৰিঙতি), ভোজপাত (=তেজপাত) আদি। বহুবচনত -হামাৰা, -ৰা, -ভুৰ প্ৰত্যয়ৰ ব্যৱহাৰ মন কৰিবলগীয়া কথা।

পলাশবৰীয়া উপবিভাগতো ধ্বনি ৰীতিতকৈ শব্দ ব্যৱহাৰ আৰু ৰূপৰ তাৰতম্য বেছি। তেনেকুৱা শব্দ কিছুমান উল্লেখ কৰা হ'ল। যেনে—

| | |
|---|---|
| পলা. আৰামুৰি | মান্য.এঙামুৰি |
| পিপাৰ | পৰুৱা/(পিপঁৰা) |
| পলাৰা | (মাছমৰা) পল |
| নিআতা/নিয়াতা | নিমন্ত্রণ-নেওতা |
| আংৰা/আউৰা/আংথা | এঙাৰ/অঙঠা |
| চোউৰা (ঘৰ) | চ'ৰা ঘৰ (বাটচ'ৰা) |
| বেঁৰী | বেঙী |
| আন্হাৰ | আন্ধাৰ |
| পদ্দ | পদ্ম |
| ভচ্ছু | ভস্ম |
| চিলান | স্নান |
| পাগালা | পাগল |
| কা | ককাই |
| মোচোৰি/মোহোৰি | মহৰী/আঁঠুৰা |
| থথ | ঠোঁট |
| হাইৰাল, কা-হাইহাল | - |
| ধুথুৰা | ধঁতুৰা |
| ভৰাথ | ভৰত |
| ঝিয়া/জিয়া | জীয়েক |
| আংলি/আউলি | আঙুলি |
| চেংৰা/চেউৰা | ডেকা অৰ্থত |
| শিৰিৰা | শিঙৰা |
| দাৰেঁৰি | দাঙৰী |
| বেঙা/বেৰাঁ | বেঙা |
| দাৰাঁৰ | ডাঙৰ |
| চিৰাঁ, জুক | চিঙা, জোক |
| পলা. সিমিলা/সিউঁলি/সিৰেঁলি | মান্য.শিমলু |
| ধাকান | ঢাকনি |
| খাতেনি | খাতনি |





| | |
|---|---|
| সুধাউন্তা | সোধাওঁতা |
| মাকাৰা | মকৰা |

বহুবচন -সানা, -হামলা, -হামৰা, -হামাৰা, -সাগ্ৰা, -সে, -সপাৰা, প্ৰত্যয়ৰ ব্যৱহাৰ পলাশবৰীয়াৰ বিশেষত্ব। যেনে — আতাসানা (ককাইঁত) আবুসানা (আইতাইঁত) চাগলেসাগ্ৰা/চাগাল হামালা (ছাগলীবোৰ), মামাসেক (মামাইঁত), মাচ সপাৰা (মাছবোৰ), কাপুৰসপাৰা (কাপোৰবিলাক) ইত্যাদি।

সেইদৰে স্ত্ৰী লিংগত -এনি প্ৰত্যয়ৰ ব্যৱহাৰ মন কৰিবলগীয়। যেনে- বাগেনি, ভূ তেনি, পলাশবেৰিয়েনি, নলবেৰিয়েনি, গোৰিয়েনি, ধুবৃৰিয়েনি ইত্যাদি।

নিৰ্দিষ্টবাচক প্ৰত্যয় -খুৰ, -দখাৰা/দখাৰ, -সকাল/সাকাল, -বঝা/বজা, (ঝাক) জাক পলাশবৰীয়া বিশেষত্ব। যেনে—সাপখুৰ (সাপটো), ৰচিখুৰ (ৰছীডাল), কাপুৰ দখৰা, আম সকাল, কাথাল/কঁঠালসকাল, ঘাঁহবজা, পোখিজাক ইত্যাদি। সৰ্বনামৰ ক্ষেত্ৰত তহনা, সিয়া/সিআ, তেহেঁত, সেহেঁত, তেহেঁনা/ তেহানা, তাহানা/তাহঁনা পলাশবৰীয়াৰ বিশেষ মন কৰিবলগীয়া।

ক্ৰিয়াৰ ক্ষেত্ৰত কিছু বিশেষ মন কৰিবলগীয়া ৰূপ চকুত পৰে। যেনে —

| | |
|---|---|
| প.কোচিলু | মা. কৈছিলোঁ |
| কোচিলি | কৈছিলি |
| খাচিলি | খাইছিলি |
| খাচিল | খাইছিল |
| ধুচিলু | ধুইছিলোঁ |
| ধুচিলি | ধুইছিলি |
| কোচ্ছু | কৰিছোঁ |
| কচ্চা | কৰিছা |
| কোল্লু | কৰিলোঁ |
| কোল্লি | কৰিলি |
| কল্লা | কৰিলে |
| কোৰ্বি | কৰিবি |
| কোৰ্বো | কৰিব |
| নেক/নাক | নিয়ক |
| কৰাক | কৰক |
| সুস্সু | শুহিছোঁ |
| সুস্সা | শুহিছা |

| | |
|---|---|
| সুসসে | শুহিছে |
| প. সুস্‌লি | মা. শুহিলি |
| সুস্‌লা | শুহিলে |

সেই দৰে আন কেতবোৰ পলাশবৰীয়া শব্দ হ'ল এতিয়ান/এথিয়ান, তেতিয়ান/তেথিয়ান, কেতান/কেথান, জারাকালি, পোনে (এইমাত্র), এখেনিত/ইখিনিত, অহাঁই/এইফালে, তহাঁই, জহাঁই, জাবো দিয়াক (=যাব দিয়ক) ইত্যাদি।

বৰপেটীয়া উপবিভাগতো ধ্বনি ৰীতিতকৈ শব্দৰ প্রয়োগত অধিক বৈশিষ্ট্য প্রকাশ পাইছে। তেনেকুৱা শব্দ কেতবোৰ তলত দিয়া হ'ল।

| বৰ. কাকৰাল | নল. কাইকৰাল | মা. কেৰেলা |
|---|---|---|
| ভাখৰি | ভাখ্‌ৰি/ভাখেৰি | ভঁৰাল |
| আৰ/(আৰু) | আৰ/(আৰু) | আৰু |
| বুন | বুন | বন |
| অকণি | অকণি | ওকনি |
| কইহাৰ | কুঁইহাৰ | কুঁহিয়াৰ |
| ওখুদ/দাৰু | ওখুদ/দাৰু | ঔষধ/দৰব |
| দনা | দনা | খোল |
| হুলাবাৰি | হুলাবাৰি | - |
| কাকাল | ককল/কঁকাল | কঁকাল |
| পাথাৰ | পথ্‌ৰ/পথৰ | পথাৰ |
| পাউৱা | পাৰ/পাউৱা | পাৰ |
| মনিচ | মুনিহ | - |
| এগেৰ/এগাৰ | এঘ্র/এইঘ্র | এঘাৰ |
| জাঙে | জঁৰে | জৌৰাই |
| উলু | জকাৰ | উৰুলি |
| কেউলা | কেউলা | কেৰলীয়া |
| থোগি/নৈবাদ | থোগি/নৈবাদ | বটা/নৈবেদ্য |
| গাৰাহ | গাৰাহ | গৰাহ |

বৰপেটীয়া বহুবচনৰ প্রত্যয়বোৰ তলত দিয়া ধৰণৰ—

(ক) -হুন/হুঁ-হা/-হু/উহন; প্রত্যয়ৰ আগত আ— আগম হয়।

(খ) -সপা/-সপ্‌ৰা/-সপা।

(গ) -মাখা/-মাখান/-মেখান/-মেখেন।





(ঘ) -লা/-গ্লা/-গ্লান/-গ্লাক/-ঙ্‌লা/-ঙ্‌লান/-গিলা/-গিলাক/-গিলান।

যেনে-আই আহুঁ, বাপা আহা, মামা আহুঁ/মামা আহুন/মামা আউন্‌হে, চধ্‌ৰি আহা/চধৰি আহনা-/চধৰি আনহা-, তেওঁ আহা-/তেওঁ আহনা-/তেওঁ আনহা-, ফুলসপা/কল সপ্রা/ মাছ সপ্রা/এই সপ্রা, গোৰুমখা/হাথিমেখান/মুইয়ে মেখেন, মানুহগিলা/চেংৰাগিলান/আপি গিলাক/কেউলাগিলাক ইত্যাদি।

মনকৰিবলগীয়া যে -গ্লা, -গ্লান, -গ্লাক, -ঙ্‌লা, -ঙ্‌গ্লা, কেৱল সৰ্বনামৰ লগতহে প্রয়োগ হয়। অৱশ্যে আহুন/আহনা/আউহনাক/-গিলান/-গিলাক আন পদৰ দৰে সৰ্বনামতো প্রয়োগ হৈ বহু বচনৰ অর্থ প্রকাশ কৰে। যেনে—

ই 'This' ঃ ইলা, ইগ্লা, ইগ্লান, ইগ্লাক, ইঙ্‌লা, ইঙ্‌গ্লা, ইগিলা, ইগিলাক, ইগিলান।

সি 'That' ঃ সিলা, সিগ্লা, সিগ্লান, সিগ্লাক, সিঙ্‌লা, সিঙ্‌গ্লা, সিগিলাক, সিগিলান, সিগিলা।

তুমি 'You' ঃ তুমি আহু, তুমি আহুন, তুমি আহনা, তেওঁ আউহ্‌ন।

সৰ্বনামৰ ক্ষেত্রত বৰপেটীয়াত মান্য অসমীয়াৰ 'তেওঁ'ৰ ঠাইত 'তেউঁ; 'সি'ৰ তির্য্যক ৰূপ 'সিআ'/সিয়া; 'এওঁ'ৰ ঠাইত 'এউঁ', 'কোন'ৰ ঠাইত 'কাই' মন কৰিবলগীয়া কথা। তোমা- তির্য্যক ৰূপ বৰপেটীয়াত ব্যৱহৃত নহয়; যেনে— 'তোমালোক'ৰ ঠাইত তুমি আহুন। আনহাতে 'সিআ/সিয়া' তির্য্যক ৰূপৰ ব্যৱহাৰ কেৱল এক বচনতহে পোৱা যায়। যেনে— সিয়াক, সিয়াক-লোগি, সিয়াৰ পেৰে/ সিয়াৰপে, সিৰ/সিয়াৰ।

নলবৰীয়া অঞ্চলৰ উপবিভাগৰ বিষয়ে অতি বিতংভাৱে ইতিমধ্যে ড° উপেন্দ্র নাথ গোস্বামীয়ে আলোচনা কৰি গৈছে। ইয়াতো ধ্বনি ৰীতিৰ দৰে শব্দাদিৰ ক্ষেত্রত স্থানীয় বৈশিষ্ট্য ফুটি ওলাইছে। এই উপবিভাগৰে আকৌ দুটা সৰু বিভাগ দেখা যায়। পাগলাদিয়া নদীৰ পূবপাৰে অর্থাৎ বৰভাগ অঞ্চল আৰু দক্ষিণপাৰে পকোৱা-বৰক্ষেত্রী-ধর্মপুৰ অঞ্চল। শব্দৰ ৰূপবোৰত এই পার্থক্য চকুত পৰে। যেনে—

| পূবপাৰ ঃ | দক্ষিণপাৰ ঃ | |
|---|---|---|
| কোউলা | কলা | "ক'লা" |
| মাৰ | মাই/আই | "মা" |
| তোহনা | তুহ্‌না | "তোমালোক" |
| আমাথেৰ | আমাৰ | "আমাৰ" |
| পাউৱা | পাৰ | "পাৰ" |
| ভথেলি | ভাথ্‌লি | - |
| দমেহি | দহ্‌মি | "দোমাহী" |
| পান্তা (ভাত) | পন্তা (ভাত) | "পঁইতা" |
| জোলা (যাওঁ বলা) | জলা/বলা | "ব'লা" |

মঙলদৈয়া দৰঙ্গীয়া উপবিভাগৰ বহু কথাৰ লগত যিদৰে আনবোৰৰ মিল আছে সেইদৰে ভালেমান কথাত অমিলো স্পষ্ট। সম্প্ৰতি "দৰঙী শব্দকোষ"ত এই অঞ্চলৰ শব্দৰূপে অভিহিত কৰি আন অঞ্চলত প্ৰচলিত সৰ্বাধিক শব্দ ইয়াত স্থান দিয়া হৈছে। ক'তো উল্লেখ কৰা নাই যে সেই শব্দবোৰ আনবিলাক উপভাষাতো বিস্তৃতভাৱে প্ৰচলিত। দৰাচলতে এনেকুৱা 'শব্দকোষ'ত কেৱল সেই অঞ্চলটোৰ বৈশিষ্ট্যপূৰ্ণ শব্দবোৰহে স্থান পোৱাৰ যোগ্য; অন্যথাই তেনে পুথিয়ে পাবলগা মৰ্যাদাৰ পৰা বঞ্চিত হয়।

দৰঙীয়াত মান্য অসমীয়াৰ শব্দৰ প্ৰচলন কামৰূপীৰ আনবোৰ আঞ্চলিক গোটতকৈ অধিক। অপিনিহিতিৰ মাত্ৰাও কম। ধ্বনি ৰীতিৰ তুলনাত শব্দৰ ৰূপ আৰু তাৰ প্ৰয়োগতহে অধিক বিশেষত্ব চকুত পৰে। কেতবোৰ শব্দৰ ব্যৱহাৰ আন অঞ্চলৰ মানুহৰ মনত অতি আচহুৱা; যেনে — 'আলোচনা' অৰ্থত 'গোলমাল' শব্দৰ প্ৰয়োগ। ল'ৰাৰ বিয়া পতাৰ কথা সুধিলত মাক-বাপেকে উত্তৰ দিয়ে- এই বিষয়ে মোমায়েক আৰু আনবোৰৰ লগত গোলমাল কৰা নাই; গোলমাল কৰাৰ পিছতহে ক'ব পাৰিব। এনেকুৱা শব্দৰ আচহুৱা অৰ্থ প্ৰকাশ দৰঙীয়াৰ তাৎপৰ্যপূৰ্ণ কথা। দৰঙীয়াৰ নিজস্ব শব্দবোৰৰ কেইটামান তলত দিয়া হ'ল

অখল, অদিৰিত "অতিৰিক্ত", অবেই "আবিয়ে", অহয় সোমই "বিপদে-আপদে", আঙিয়া "শীহা", আখেৰ "এওঁলোকৰ", ইনাখানে "ইদিনাখন", "কতেলিয়া" "আধাসিজা ভাত", কাকিৰল "কেৰেলা", কাচান "সাজন-কাচন", কেহিনা "কাহানি", কৈফেদি "জঞ্জাল", খখৰা "জাবজ", খখুৰি "খৰাহী", খলহানা "খলিহা", খেহেতি "পলসুৱা মাটি", গভাল "পুখুৰী পাৰৰ দ অংশ", গাচভল্লি "ৰাঘ ববালি", গোকুন্ধা "লোদোৰ-পোদোৰ মানুহ", গোপাত "নষ্ট হোৱা" গোৰাচাৰ "অত্যাচাৰ", ঘাঙাৰ "খেকাৰ", ঘেঙুৰীয়া "ঘনাই কহা লোক", চৰেই "চৰাই", চাপেনি/জাচেনি "চপনীয়া তিৰোতা", চাপিৰা "চপৰিয়া", চিপিনা "চেপেনা", চুৰা "জুলীয়া মিঠৈ", চুঙা তোকন "খুন্দনা", ঠুহাই-বাহাই "সৰু-ডাঙৰ পৰিয়ালৰ সকলো", জিকেৰি "ভোৰ তালৰ খৰ চাব", জুগুন্দি "জুমুঠি", ঠিকিনা "ঠিকনা", দাহুৰা "ধূৰ্ত", তপিলা "তপিনা", দৰেবস্তে "অবিকল", দাপানা "তাপিনাৰ মঙহ ভাগ", দিগি "পিনে", দেখেনি "ৰূপ দেখুৱাই ফুৰোঁতাজনী", দেৰেচি "কম্পাউণ্ডাৰ", দোচেলিয়া "দুই জাতৰ পৰা জন্মা", ধুমেনি "প্ৰতাপ/প্ৰকোপ", ধেমেনা "দ্বিতীয় স্বামী", ধুমুনি "ধুমুচি", নাইতু "নতুবা/অথবা", নিঙিনি "নিগনি", নিচিলা "মিছামাছ", পাচিলা "পাছত জন্মা", পিঠেলি "কলিজা", পেয়াঁক "পেক/বোকা", প্ৰভুথেৰখান "প্ৰভু ঈশ্বৰ", ফিল্‌ঙি ভিজলুক "কণ জলকীয়া", বাকাৰা "বাকৰি", বাখানা "শিকনি", বাহিনি/বাহেনি "বাঢ়নী", বিচিনা "বিছনা", ভাঙানা "ভাঙন মাছ", ভোকেলি "ভেকুঁলী", মাকা "মাইকী", মাজাৰা "কাজিয়া পেচাল", মানুহু "মানুহ", মাৰেই "মাৰৈ পূজা", মাহে "মাহী", মুনহি





"মুহি দিয়া" মেচামুৱা "কথা ক'বলৈ টান পোৱা জন", মেনা "মেলকী", জেদি "যদি", জোতকি "মাকৰ ঘৰৰ পৰা কইনাৰ লগত বনবাৰী কৰিবলৈ পঠোৱা তিৰোতা", ৰহীয়া "কুঁহিয়াৰৰ ৰহী", লুৰা "জুমুঠি", শিঙুৰ "শেঙুন", শাহনশালি "মৰিশালি", শিঙেৰিয়া "শিঙাল", সদঙা "পোছাক পাতি লৈ সাৰধান", সাতেৰি "জীয়াতু দিয়া", সেনি "সিচনী", সেঙেৰা "থেৰেঙা", হচঙা "হটঙা", হাইহাল "ভাতৰ হাড়ী হাল", হাপেনিয়া পিঠা "তিল পিঠা", হামালা "মোকোৰা", হুংকু "হেনো", হুমনা "হুমনিয়া", হোত "আপচু হৈ বাঢ়ি অহা তপিনাৰ মঙহাল অংশ", হৌ হৌ "বৰ বৰ কথা", গাতোকা "গামোচা", চুৰেইন তলি "চুৰা পাতনি" ইত্যাদি।

দৰঙীয়াৰ আন এটা বিশেষত্ব হ'ল স্বৰ সমীভৱন। তুলনামূলকভাৱে আনবোৰ উপবিভাগতকৈ ইয়াত সমীভৱনত 'ই' প্ৰৱণতা চকুত পৰে। যেনে—

| | |
|---|---|
| দ. তিকিনি | মা. টিকনি |
| তিঙিৰা | শিঙৰা |
| জিলিপি | জিলাপি |
| তিপিনা | তপিনা |
| থিকিনা | ঠিকনা |
| চিপিৰং | চিপ্ৰাং |
| চিপিৰা | চিপ্ৰা/তিপ্ৰা |
| নিঙিনি | নিগনি |
| নিচিলা (ন.নিচলা) | মিছামাছ |
| পিজিৰা | পিঞ্জৰা/পিৰ্জঁৰা |
| পিপিৰা | পিপৰা |

সেইদৰে 'ন'ৰ ঠাইত 'ল' হোৱাও দৰঙীয়াৰ এক বিশেষত্ব। যেনে—

| | | |
|---|---|---|
| দ.লেৰপেনিয়া | ন.নাৰপেইনা | 'দুৰ্বল' |
| লেজ | নেজ/লেজ | |

দৰঙীয়া আন এটা বিশেষত্ব হ'ল 'ঐ' স্বৰৰ '-এই' ৰূপ। যেনে—

| | | |
|---|---|---|
| গৰৈ | > | গৰেই |
| আখৈ | > | আখেই |
| মিঠৈ | > | মিঠেই |
| কাৰৈ | > | কাৰেই |
| জাকৈ | > | জাকেই |

কামৰূপ খণ্ডৰ ভাষাৰ এই বৈচিত্ৰ্যমুখী প্ৰৱণতাৰ গুৰিতে ৰাজনৈতিক, আৰ্থ-সামাজিক

ভালেমান কাৰণ আছে। কোনোদিনেই এক ৰাজনৈতিক গোটৰূপে সুদীৰ্ঘ কাল প্ৰবৰ্ত্তি নথকাৰ বাবেই সম্ভৱতঃ অঞ্চল ভেদে সুকীয়া সুকীয়া ৰাজনৈতিক প্ৰভাৱৰ ফলত মানুহৰ মাজত আত্মীয়তাৰ বন্ধন নিকপকপীয়া হৈ উঠা নাছিল। সেই সূত্ৰেই সৰু সৰু অঞ্চলতে মানুহৰ সামাজিক বিবিধ সম্পৰ্কে, আহ-যাহ, আদি সীমাবদ্ধ হৈ আছিল। তেনেকুৱা ভালেমান কাৰণত অঞ্চল ভেদে কথিত ভাষাই সুকীয়া সুকীয়া ঠাঁচ লৈছিল। এই সম্পৰ্কে বিতং আৰু নিৰ্ভৰযোগ্য সিদ্ধান্তৰ বাবে আচলতে 'ভূগোল ভাষা-বিজ্ঞান'ৰ দৃষ্টিভংগীৰে অধ্যয়ন কৰাৰ দৰকাৰ। অৱশ্যে তেনেকুৱা অধ্যয়ন যিদৰে কষ্টসাধ্য সেই একেদৰে ব্যয় সংকুলো। তদুপৰি তেনেকুৱা কাম এজন বা দুজনৰ দ্বাৰা কৰাও সম্ভৱ নহয়। কেবাজনো লোকে মিলি গৱেষণাৰ এটা 'প্ৰজেক্ট' হিচাপে লাগি-ভাগি কাম কৰিলেহে ইপ্সিত ফল পাব পাৰি। অদূৰ ভৱিষ্যতত তেনেকুৱা অধ্যয়ন হ'ব বুলি আশা কৰিব পাৰি। অসমত 'ভাষা বিজ্ঞান' চৰ্চাৰ সাৰ্থকতা তেনেকুৱা কামৰ দ্বাৰাহে প্ৰতিপন্ন হ'ব; আনন্দৰাম বৰুৱা ভাষা কলা আৰু সংস্কৃতি গৱেষণা অনুষ্ঠানটোৱে আজিৰ দিনত আমাৰ সমাজ আৰু জাতিৰ অত্যন্ত প্ৰয়োজনীয় দিশত কাম কৰিবলৈ মনোযোগ দিব বুলি আশা কৰিব পাৰি। এই অঞ্চলৰ বিবিধ সৰু বৰ ভাষাৰ শব্দকোষ, ব্যাকৰণ যুগুতোৱাতকৈ সিবোৰৰ পাৰস্পৰিক সম্পৰ্ক ভাষাৰ মাজত কিদৰে প্ৰবৰ্ত্তি আছে, সেই বিষয়ে অধ্যয়ন-চৰ্চা কৰা বেছি দৰকাৰ। সাংস্কৃতিক সম্পৰ্কৰ প্ৰকৃত ৰূপটো আৰু তাৰ পৰম্পৰা নিহিত থাকে মুখৰ মাত কথাৰ মাজত। দক্ষিণ ভাৰতত কেবাখনো ৰাজ্যতে এনেকুৱা কামত মনোযোগ দিয়া দেখা গৈছে, আমাৰ ৰাজ্যতো ইয়াৰ শুভাৰম্ভ হ'ব বুলি আশা কৰিব পাৰি। অসমৰ চৰকাৰী অনুদানৰ ওপৰত 'আবিলাক'ৰ জন্ম জানো সেইবিলাক লক্ষ্য লৈয়ে হোৱা নাই? অসমৰ উপভাষাৰ অধ্যয়নে বিস্তৃতি লাভ কৰক ইয়াকে কামনা কৰিলো।





# গোৱালপৰীয়া দেশী-উপভাষা

ড° উপেন্দ্ৰ নাথ গোস্বামী

১. অসমীয়া ভাষাৰ মূল আৰু বুৰঞ্জী বুজিবলৈ হ'লে অসমৰ অবিভক্ত কামৰূপ আৰু গোৱালপাৰা জিলাৰ কথিত ভাষাৰ অধ্যয়ন অপৰিহাৰ্য। ড° কাকতিয়ে অভিমত প্ৰকাশ কৰা অনুযায়ী কামৰূপ "গোৱালপাৰা জিলাত কথিত ভাষাৰ লগত ৰাজবংশী উপভাষাৰ যথেষ্টৰূপে মিশ্ৰণ ঘটা যেন লাগে। এই ৰাজবংশী উপভাষাটো কোচবিহাৰৰ কোচ ৰজাসকলৰ দিনত ক্ৰমবিকশিত হৈছিল"[১]। ড° বীৰেন্দ্ৰনাথ দত্তই গোৱালপৰীয়া উপভাষা সম্পৰ্কে দাঙি ধৰা বিজ্ঞানসন্মত চমু পৰিচয় এটাত[২] গোৱালপৰীয়া উপভাষাক দুটা প্ৰধান আঞ্চলিক ৰূপত ভাগ কৰিছে। তাৰ এটা হ'ল পূব-অঞ্চলৰ ৰূপ আৰু আনটো পশ্চিম আৰু দক্ষিণ-পশ্চিম অঞ্চলৰ ৰূপ। গ্ৰিয়াৰ্চ্চন চাহাবে এই ৰূপটোকে ৰাজবংশী ভাষা বুলি কৈছে।[৩] ড° দত্তই গোৱালপাৰাৰ লোকসকলে এই ভাষাটোক 'দেশী কথা' নাইবা গোৱালপৰীয়া ভাষা বুলিহে কয় বুলি উল্লেখ কৰিছে। গোৱালপাৰা জিলাৰ স্থানীয় লোকসকলে ভাষাটোক 'দেশী-ভাষা' বুলি কোৱাহে শুনা যায়। "পুৰণি কামৰূপ-ৰাজ্যৰ পুৰণি কামৰূপী বা পুৰণি অসমীয়া ভাষাকেই পুৰণি কামৰূপ-ৰাজ্যৰ পশ্চিম-অঞ্চলৰ লোকে 'দেশী-ভাষা' বোলে।[৪] গোৱালপৰীয়া ভাষাটোক 'ৰাজবংশী' বোলাৰ বিশেষ যুক্তি নাই। গৌৰীপুৰ আৰু ইয়াৰ ওচৰ- পাজৰ অঞ্চলত কোৱা ভাষাটোৱে গোৱালপৰীয়াৰ পশ্চিম অঞ্চলৰ ৰূপৰ প্ৰতিনিধিত্ব কৰিছে। এইটোৱে 'দেশী-ভাষা'। এই স্থানীয় ৰূপটো অকল ৰাজবংশী সম্প্ৰদায়ৰ লোকসকলৰ মাজতে সীমাবদ্ধ নহয়; ই সকলো সম্প্ৰাদায়ৰ লোকৰ কথিত ভাষা। এই ৰূপৰ প্ৰৱাহটোৱে গোৱালপাৰা জিলাৰ আন আন অঞ্চলতো বিস্তৃতি লাভ কৰিছে আৰু বিভিন্ন অঞ্চলত সেই ৰূপৰ কিছু পৰিৱৰ্তনে দেখা দিছে। (অবিভক্ত) গোৱালপাৰা জিলাৰ পশ্চিমৰ পৰা পূবলৈকে এই ভাষাটোৱে গতি কৰি কামৰূপী উপভাষাৰে সৈতে মিলিছে।

২. গোৱালপৰীয়া উপভাষাটোক দুটা ভাগত প্ৰধানকৈ ভাগ কৰিব পাৰি— পশ্চিমৰ

---

১। *Kakati, B., A. F. D., 1941 §34.*

২। *The Assam Academy Review No. 1, 1971.*

৩। *'The dialect of Westem and South Westem Goalpara is pure Rajbangshi.'*

৪। *শ্ৰীশুভানন্দ চক্ৰৱৰ্তী ঃ গোৱালপাৰা জিলাৰ সাহিত্য-চৰ্চা আৰু লিখক গোষ্ঠী ঃ স্মৃতিগ্ৰন্থ ,অ. সা. সভা, ধুবুৰী, ১৯৭২।*

গোৱালপৰীয়া আৰু পূবৰ গোৱালপৰীয়া। পশ্চিমৰ গোৱালপৰীয়াই ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়োপাৰ জুৰি আছে। পূবৰ গোৱালপৰীয়াৰ ক্ষেত্ৰতো একে কথা। পূব গোৱালপৰীয়া বিভাগটো ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ বিলাসীপাৰাৰ পৰা আৰম্ভ কৰি বিজনীলৈকে আৰু দক্ষিণপাৰৰ লক্ষীপুৰৰ পৰা আৰম্ভ কৰি দুধনৈলৈকে বিয়পি আছে। পূব-গোৱালপৰীয়া আৰু পশ্চিম গোৱালপৰীয়া বিভাগ দুটাৰ প্ৰত্যেককে আকৌ দুটাকৈ ভাগত ভাগ কৰিব পাৰি। পশ্চিমৰ গোৱালপৰীয়াক পশ্চিম-পশ্চিমীয় আৰু পশ্চিমীয়া আৰু পূব-গোৱালপৰীয়াক পশ্চিমপূৰ্বীয় আৰু পূৰ্বীয় বুলিব পাৰি। গোৱালপৰীয়াৰ পশ্চিমৰ বিভাগটো লক্ষীপুৰ, বিলাসীপাৰা আৰু মুখী গাঁও অঞ্চললৈকে বিস্তৃত। লক্ষীপুৰ, বিলাসীপাৰা, শালকোচা, চাপৰ, আৰু মুখী গাঁও-অঞ্চল পশ্চিম পূৰ্বীয় বিভাগৰ অন্তৰ্গত। বাসুগাঁও, বঙাইগাঁও, বিজনী, কৃষ্ণাই আৰু দুধনৈ অঞ্চল পূৰ্বীয় বিভাগৰ ভিতৰুৱা।

৩. পশ্চিম গোৱালপৰীয়া বা 'দেশী-ভাষা'টো এটা মহত্বপূৰ্ণ উপভাষা। কামৰূপী উপভাষা আৰু উত্তৰ-বংগৰ ভাষাৰ লগতো ইয়াৰ নিছিগা সম্বন্ধ; কাৰণ 'প্ৰাচীন কামৰূপে কোচবিহাৰকে ধৰি সমগ্ৰ উত্তৰবংগ আৰু ৰংপুৰ আৰু জলপাইগুৰি জিলাকো সামৰি লৈছিল।' অসমীয়া প্ৰাক-বৈষ্ণৱ, বৈষ্ণৱ, অনাবৈষ্ণৱ আদি সাহিত্যই এই ভাষাটোৰ প্ৰচুৰ চানেকি সামৰি থৈছে। প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰকৃত অৰ্থ বুজিবলৈ হ'লে গোৱালপৰীয়া ভাষাৰ জ্ঞান অপৰিহাৰ্য। 'গোৱালপাৰাৰ পুৰণি বিৱৰণ' নামৰ প্ৰবন্ধত আনন্দচন্দ্ৰ আগৰৱালাই লিখিছে ঃ "অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসত মহাৰাজা নৰনাৰায়ণৰ নাম চিৰকাল সোণালী আখৰেৰে জিলিকি থাকিব। তেওঁৰ ৰাজত্ব কালত ৰচা পুথিবিলাক আজিও আমাৰ সাহিত্য-ভঁৰালত ৰত্নৰ দৰে জিলিকি আছে। সেইবিলাক পুথিৰ ভাষাই প্ৰাচীন কামৰূপৰ ভাষা আৰু সেই ভাষাকে আমি এতিয়া অসমীয়া ভাষা বুলিছোঁ— ৰংপুৰ, জল পাইগুৰি আৰু কোচবিহাৰৰ মাতৃ-ভাষা প্ৰকৃততে কামৰূপী বা অসমীয়া।"

৪. গোৱালপৰীয়া ভাষাৰ অধ্যয়নে অসমীয়া ভাষা সম্পৰ্কীয় বহুত নতুন কথাৰো সম্ভেদ দিছে আৰু অসমীয়া ভাষা সম্পৰ্কে দিয়া বহুতো মন্তব্যৰ সাল-সলনিৰো আৱশ্যক হৈ পৰিছে। সাধাৰণতে অসমীয়া ভাষাত তালব্য ধ্বনি, দন্ত্য-মূৰ্ধন্য ধ্বনিৰ পাৰ্থক্য আদি নাই বুলি কোৱা হয়। 'দেশী-ভাষাত' তালব্য চ, ছ, জ, ঝ, শ; মূৰ্ধন্য ট, ঠ, ড, ড়, ঢ; দন্তমূলীয় ত, থ, দ, ধ, ন, স আদি বিশিষ্ট ধ্বনি। কামৰূপী আৰু মান্য ভাষাত বহুলৰূপে ব্যৱহাৰ হোৱা 'স' ধ্বনি 'দেশীভাষা'ত নাই। মাগধী প্ৰাকৃতৰ এটা বিশিষ্ট লক্ষণ স্বৰূপে সংস্কৃতৰ শ, ষ, স ধ্বনিৰ শ ধ্বনিলৈ পৰিৱৰ্তনৰ কথা কোৱা হয়। মগধীয় ভাষা হিচাপে অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত ইয়াৰ চানেকি পোৱা নাযায়। গোৱালপৰীয়া ভাষাত হ'লে ইয়াৰ অনেক উদাহৰণ আছে; যেনে, শীত, মশক, মনুষ্য, মহিষ, হংস, সৰ্প আদি শব্দ 'দেশী-ভাষা'ত ক্ৰমে শিত্, মশা, মানুশ, মান্শি, ভৈশ, মৈশ, হাশ্, শাপ্ আদি





হৈছে। গতিকে অসমীয়া ভাষাৰ আঁতি-গুৰিৰ সন্ধানত 'দেশী-ভাষা'ৰ বৰঙণি নুই কৰিব নোৱাৰি। কোনো পুৰণি পুথিৰ পাঠ-উদ্ধাৰৰ ক্ষেত্ৰতো 'দেশী-ভাষা'ৰ ধ্বনি তত্বৰ কথা অৱহেলা কৰিলে নচলিব। আনহাতে অসমীয়া শব্দ কিছুমানৰ ইতিহাস আৰু আঁতিগুৰিৰ উদ্ধাৰত 'দেশী-ভাষা'ই সহায় কৰিব পাৰে। অসমীয়া আঁঠু শব্দটোক ডঃ কাকতিয়ে অষ্ঠীবৎ শব্দৰ পৰা অহা বুলি দেখুৱাইছে। 'দেশীভাষা'ত আঁঠু বুজাবলৈ হাটু, হাটুআ, হাঠু আদি ৰূপ পোৱা যায়। হাঠুৰ পৰা আঠু, আঁঠু হোৱাটোহে বেছি সম্ভৱপৰ। কিছুমান গীত-পদ, সাধু-কথা আদিত পোৱা কিছুমান শব্দৰ অৰ্থ গোৱালপৰীয়া ভাষাৰ অধ্যয়নে স্পষ্ট কৰি তোলে। আমাৰ সাধু-কথাত এটা 'শাৰো' শব্দ আৰু তুলসীৰ নামত এটা 'চান' শব্দ পোৱা যায়। গোৱালপৰীয়া ভাষাত 'শাৰো' মানে শালিকা চৰাই আৰু ঠাই এডোখৰৰ শুদ্ধ বা শুচি কৰিবলৈ ছটিওৱা গোবৰ পানীৰ নাম 'সান'। আনন্দচন্দ্ৰ আগৰৱালাই বহু বছৰ আগতে এনে এটা মন্তব্য আগবঢ়াইছিল ঃ 'নামনি-অসমত এনে কিছুমান শব্দৰ ব্যৱহাৰ আছে যিবিলাক উজনি অসমত ব্যৱহৃত নহয়। আমাৰ মনেৰে গোটেই অসমৰ সাহিত্য ৰাজ্যত পৰা যায় মানে সেইবিলাক শব্দৰ ব্যৱহাৰ হোৱা উচিত; যেনে, উজনিৰ মানুহে পংক বা কৰ্দমক 'বোকা' বোলে। কামৰূপৰ মানুহে 'পেঁক' বোলে। গোৱালপাৰাৰ মানুহে 'কাদং' বোলে। এতিয়া বোকা, পেঁক, কাদং এই তিনিওটা শব্দ ব্যৱহাৰ কৰাৰ পৰা আমাৰ একো হানি নহয়। বৰঞ্চ তাৰ পৰা আমাৰ শব্দ সম্পদ বাঢ়িব।"[৫] 'দেশী-ভাষা'ৰ শব্দমালা, প্ৰবাদ-বচন, সাঁথৰ আদি চালি-জাৰি চাই উপযুক্ত স্থানত ব্যৱহাৰ কৰিলে অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বঢ়াৰ উপৰি "অসমীয়া ভাষাই গোৱালপাৰাৰ ওচৰ-চুবুৰীয়া উত্তৰ-পূব বংগৰ বাইজকো আঁকোৱালি ধৰি ৰাখিব পাৰিব আৰু সেয়ে হ'লেহে পুৰণি কামৰূপ ৰাজ্যৰ মূল অংশই অসমক Home-Land 'দেশ' হিচাপে পুনৰ আঁকোৱালি ল'ব।"[৬] তলত গোৱালপৰীয়া 'দেশী-ভাষা'ৰ এটা বিৱৰণ দাঙি ধৰা হ'ল। বিৱৰণটোত 'দেশী-ভাষা'ৰ বিশিষ্ট-ধ্বনিৰ প্ৰয়োগহে দেখুওৱা হৈছে।

৫. **ধ্বনি-তত্ত্ব ঃ** 'দেশী-ভাষা'ত সাতোটা বিশিষ্ট স্বৰ-ধ্বনি আৰু উনত্ৰিশটা বিশিষ্ট ব্যঞ্জন ধ্বনি আছে। স্বৰৰ অনুনাসিকতাও বিশিষ্ট ধ্বনি। সেইবোৰক অসমীয়া আখৰেৰে এনেধৰণে বুজাব পাৰিঃ অ, আ, ই, উ, এ', এ, ও, ঁ; ক, খ, গ, ঘ, ঙ; চ, ছ, জ, ঝ; ট, ঠ, ড, ড়, ঢ; ত, থ, দ, ধ, ন; প, ফ, ব, ভ, ম; ৰ, ল, শ, স, হ।

৫.১ বিশিষ্ট স্বৰ-ধ্বনিবোৰৰ উদাহৰণ ঃ

/ই/তিল  /অ/তল

/এ/তেলচোৰা 'পঁইতা-চোৰা'  /ও/টোল

৫। *আনন্দ চন্দ্ৰ আগৰৱালা ঃ গোৱালপাৰাৰ পুৰণি বিৱৰণ ঃ আগৰৱালা গ্ৰন্থাৱলী; অ.সা.সভা।*

৬। *শ্ৰীকালীন্দ্ৰ নাথ ঃ গোৱালপাৰা জিলাত অসমীয়া ভাষা ঃ স্মৃতি গ্ৰন্থ ঃ অ.সা.সভা, ধুবুৰী, ১৯৭২*

| | |
|---|---|
| /এ'/তে'ল/তেল | /উ/তুল্ |
| /আ/তাল | /ঁ/গাও 'গা'; গাওঁ, 'গাঁও' |

৫.২ বিশিষ্ট ব্যঞ্জন-ধ্বনিবোৰৰ উদাহৰণ ঃ

| | |
|---|---|
| /ক/কাক্ৰা 'কেঁকোৰা' | /ত/তাল 'তাল' |
| /খ/ পাখ্ৰা 'পখৰা' | /থ/থাল 'থাল' |
| /গ/ গাস 'গছ' | /দ/দুপৰ 'দুপৰীয়া' |
| /ঘ/ ঘাশ 'ঘাঁহ' | /ধ/ ধুপ, 'ধূপ' |
| /চ/চাটি 'চাকি' | /ন/চান 'জোন', নাতি 'নাতি' |
| /ছ/ছাতি 'ছাতি' | /ঙ/চাঙ 'চাং' |
| /জ/ জাল 'জাল' | /ম/মাটি 'মাটি' |
| /ঝ/ ঝাল 'জলা' | /প/ পাটা 'মৰাপাট' |
| /ট/ পাটা 'মৰাপাট' | /ফ/ফাটা 'ফাট' |
| /ঠ/ পাঠা 'পঠা' | /ব/বুৰা 'বুঢ়া' |
| /ড/ ডাল 'ডাল' | /ভ/ ভুৰা 'ভুৰ' |
| হড্ডি 'হাড়' | /ৰ / ৰঙ 'ৰং' |
| /ড়/ হাড়ি 'মাটিৰ ডাঙৰ পাত্ৰ' | /ল/লঙ 'লং' |
| /ঢ/ঢাল 'ঢাল্' | /শ/মাশ 'মাহ' |
| | /স/ মাস 'মাছ' |
| | সাতা 'ছাতি' |
| | /হ/ হাতা 'কলৰ আখি' |

৬. ৰূপ-তত্ত্ব ঃ 'দেশী-ভাষা'ৰ ৰূপ তত্ত্বমূলক বৈশিষ্ট্য কিছুমান তলত উল্লেখ কৰা হ'ল।

(১) নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ

| | |
|---|---|
| -খান ঃ | বোইখান 'বহীখন' |
| | কাপোৰখান 'কাপোৰখন' |
| | মালাখান 'মালাধাৰি' |
| -ঘৰ ঃ | মানুশঘৰ 'মানুহঘৰ' |
| -চাকা ঃ | আমচাকা, 'আমচকল' |
| -ঝাক ঃ | পোখিঝাক 'চৰাইজাক' |
| -ঝোপা ঃ | ফুলঝোপা 'ফুলথোপা' |
| -টা ঃ | মানুশটা 'মানুহটো' |





| | |
|---|---|
| | হাতিটা 'হাতীটো' |
| | মাসিটা 'মাখিটো' |
| | গাসটা 'গছডাল' |
| | তিৰটা 'কাঁড়পাত' |
| | কথাটা 'কথাষাৰ' |
| | চাটিটা 'চাকিগছ' |
| -টুকুৰা ঃ | মাসটুকুৰা 'মাছ টুকুৰা' |
| -বোঝা ঃ | খোৰিবোঝা 'খৰিবোজা' |
| -পাল ঃ | পোখিপাল 'চৰাইজাক' |
| -মুঠা ঃ | চাউলমুঠা 'চাউলমুঠি' |
| -শাজ ঃ | ভাতশাজ 'ভাতসাজ' |
| -হাতা ঃ | কলাহাতা 'কলআখি' |
| -হাল ঃ | গোৰুহাল 'গৰুহাল' |

(২) বহু-বচনৰ প্ৰত্যয় ঃ

-গুলান/-গুলা ঃ মানশিগুলান/গুলা 'মানুহবোৰ', চেঙ্ৰাগুলান/গুলা 'ল'ৰাবোৰ' মাগুলান/গুলা 'মাহঁত', তু. কাম. মানুহগিলান/গিলা।

(৩) পুৰুষবাচক-নিৰ্দিষ্টবাচক প্ৰত্যয় ঃ

'দেশী-ভাষা'ত ইয়াৰ ব্যৱহাৰ পোৱা নাযায়; যেনে— মোৰ মা 'মোৰ মা'; তোৰ মা 'তোৰ মাৰা, তোমাৰ মাৰা'; উআৰ মা 'তাৰ মাক'; উমাৰ মা 'সিহঁতৰ মাক'।

(৪) লিংগ-পৰিৱৰ্তন ঃ

(ক) কোনো শব্দৰ আগত মতা বা মাইকী বুজোৱা শব্দ ব্যৱহাৰ কৰি; যেনে — মাত্ৰা কাউআ 'মতা কাউৰী', মাত্ৰি কাউআ 'মাইকী কাউৰী', মাত্ৰা কোইতৰ 'মতা পাৰ', মাত্ৰি কোইতৰ 'মাইকী পাৰ'।

(খ) প্ৰত্যয় সংযোগ কৰি ঃ আকাৰন্ত শব্দ -আৰ ঠাইত -ই বহুৱাই নাইবা -ই আৰু -নি প্ৰত্যয়ৰ সংযোগৰ দ্বাৰা। উদাহৰণ ঃ

আজলা "অজলা"; আজলি "অজলী"

কানা "কণা"; কানি "কণি";

ঘোড়া "ঘোঁৰা"; ঘূড়ি "ঘূঁৰী"

চে'ঙৰা "ল'ৰা"; চেঙ্ৰি "ছোৱালী";

টশা "ক'লা"; টোলি "কালৰী";

পাড়া "মতা ম'হ"; পাড়ী "মাইকী ম'হ",

পাইৰা 'মতা পাৰ'; পাইৰী 'মাইকী পাৰ"
পাগ্লা "পগলা"; পাগ্‌গি "পাগলী";
পিশা "পেহা"; পিশি "পেহী";
বগা "বগা"; ব্লোগি "বগী";
বামন "বামুণ"; বামনি "বামুনী"
বেটা "পো"; বেটি "জী";
বোকা "মতা পাৰ"; বুকি "মাইকী পাৰ";
বোন্দা "বোন্দা"; বুন্দি "বুন্দি";
ভোটা "মতা কুকুৰ"; ভুটি "মাইকী কুকুৰ";
মাত্ৰা "মতা"; মাত্ৰী "মাইকী";
মাকুন্দা "মতা হাতী"; মাকুন্দি "মাইকী হাতী";
মামা "মামা"; মামী "মামী";
মাউশা "মহা"; মাশি "মাহী";
শখা 'সখি'; শোখি 'সখী'
শশুৰ "শহুৰ"; শশুৰি "শাহু";
শিআল/শিএল "শিয়াল"; শিএলি "শিয়ালী"
হাশা "মতা হাঁহ"; হাশি "মাইকী হাঁহ"
(অকল স্ত্ৰীবাচক শব্দ ঃ চানডানি 'ঘৰে ঘৰে মাছ বেচা তিৰোতা' ঃ আটিকুৰা "বাজী")।
নাউ "নাপিত"; নাউমানি "নাপিতনী";
ধোবা "ধোবা"; ধোবানি "ধুবুনী";
বাগ "বাঘ"; বাগিনি "বাঘিনী";
চোৰ "চোৰ"; চোৰনি, চুন্নি "চুৰুণী";
ভূত "ভূত"; ভূতনি "ভূতনী"
নাতি "নাতি"; নাতনি "নাতিনী";
ঠাকুৰ "মূৰ্তি"; ঠাকুৰাণি "বসন্ত দেৱী"

**(গ) ভিন্ন শব্দৰ প্ৰয়োগৰ দ্বাৰা ঃ**

জুআন "ডেকা", গাবৰু "গাভৰু"
বৰ "দৰা"; কোইনা "কইনা";
বলদ "বলধ"; গাই "গাই";
দাম্ৰি "দমৰা"; বকন "কাঢ়লী"

**(৫) কাৰক আৰু শব্দ বিভক্তি ঃ** 'দেশী ভাষা'টোত কাৰক বুজাবলৈ কিছুমান শব্দ-





বিভক্তি যোগ কৰা হয় আৰু কোনো কোনো ক্ষেত্ৰত কৰ্ম-কাৰক আৰু সম্বন্ধ পদৰ শব্দ-বিভক্তিৰ পাছত কিছুমান পৰ-সৰ্গ ব্যৱহাৰ কৰা হয়। কেতিয়াবা কোনো শব্দ-বিভক্তি লগ নালাগে। কেতিয়াবা অকল পৰ-সৰ্গৰ ব্যৱহাৰৰ দ্বাৰাও কাৰকৰ বোধ জন্মোৱা হয়; যেনে— হাত দিআ 'হাতেৰে', মুখ দিআ 'মুখেৰে', নাক দিআ 'নাকেৰে' ইত্যাদি। শব্দ বিভক্তি মাত্ৰ চাৰিটা ঃ প্ৰথমা -এ, দ্বিতীয় -ক, ষষ্ঠী -ৰ আৰু সপ্তমী -ত। অসমীয়া মান্যভাষা বা কামৰূপী উপভাষাৰ নিচিনা 'দেশী-ভাষা'ত অধিকৰণ-কাৰকৰ ব্যৱহাৰ একে নহয়। 'সাপত বিশ্বাস নাই' কথাষাৰি দেশী ভাষাত 'সাপেৰ বিস্‌সাস নাই' হ'বগৈ। সৰ্বনাম আৰু আন কিছুমান শব্দৰ অধিকৰণকাৰকৰ ৰূপ পোৱা নাযায়। তলত দুটা শব্দৰ ৰূপ দিয়া হ'লঃ

মান্‌শি 'মানুহ'

| | | |
|---|---|---|
| কৰ্তা | মান্‌শি, মান্‌শি-এ খাই | 'মানুহে খায়' |
| কৰ্ম | মান্‌শি, মান্‌শি-ক খাই | 'মানুহক খায়' |
| কৰণ | মান্‌শি-ৰ দ্বাৰা/ | 'মানুহৰ দ্বাৰা' |
| | মান্‌শি-ক দিআ | 'মানুহেৰে' |
| নিমিত্ত | মান্‌শি-ৰ জোইন্নে | 'মানুহলৈ' |
| অপাদান | মান্‌শি-ৰ থাকি | 'মানুহৰ পৰা' |
| সম্বন্ধ-পদ | মান্‌শি-ৰ | 'মানুহৰ' |

মাস্ 'মাছ'

| | | |
|---|---|---|
| কৰ্তা | মাস্-এ, মাসে খাই | 'মাছে খায়' |
| কৰ্ম | মাস-ক খাই | 'মাছক খায়' |
| কৰণ | মাস-ক দিআ | 'মাছেৰে' |
| নিমিত্ত | মাসে-ৰ জোইন্নে | 'মাছলৈ' |
| অপাদান | মাসে-ৰ থাকি | 'মাছৰ পৰা' |
| সম্বন্ধ-পদ | মাসে-ৰ | 'মাছৰ' |
| অধিকৰণ | মাস-ত | 'মাছত' |

**(৬) সৰ্বনামৰ তালিকা ঃ**

(ক) পুৰুষবাচক ঃ

| | | | তিৰ্যক ৰূপ |
|---|---|---|---|
| ১ম পুৰুষ | এক-বচন | মুই 'মই' | মো- |
| | বহু-বচন | আম্‌ৰা, 'আমি' | আমা- |
| ২য় পুৰুষ | এক-বচন | তুই 'তই, তুমি' | তো- |
| | | তোম্‌ৰা 'আপুনি' | তোমাৰ |

| | | | |
|---|---|---|---|
| | বহু-বচন | তুম্‌ৰা 'তহঁত', তোমালোক তোমাৰাগুলা 'আপোনালোক' | তুমা- তোমাৰাগুলা |
| ৩য় পুৰুষ | এক-বচন | উআই 'সি, তাই তেওঁ, তেখেত, | উআ- |
| | বহু-বচন | উম্‌ৰা 'সিহঁত' তেওঁলোক, তেখেতসকল, | উমা- |

(খ) নিশ্চিয়বাচক ঃ

| | | | তির্যক-ৰূপ |
|---|---|---|---|
| এক. | ইএই, | 'এই' | ইআ- |
| বহু. | ইম্‌ৰা | 'ইহঁত' | ইমা- |
| এক. | এইটা, | 'এইটো' | এইটা |
| বহু. | এইগুলা | 'এইবোৰ' | এইগুলা |
| এক. | ইম্‌ৰা | 'এওঁ, এখেত | ইমা- |
| বহু . | ইম্‌ৰাগুলা, | 'এওঁলোক, এখেতসকল, | ইম্‌ৰাগুলা- |
| এক. | ঐটা/ওটা | 'সেইটো' | ঐটা/ওটা |
| বহু. | ঐগুলা/ওগুলা | 'সেইবোৰ' | ঐগুলা/ওগুলা- |

(গ) সম্বন্ধবাচক ঃ

| | | | |
|---|---|---|---|
| এক. | জা/জে | 'যি,যিহ' | জা- |
| বহু. | জেগুলা | 'যিসকল, যিবোৰ' | জেগুলা- |

(ঘ) প্ৰশ্নবাচক ঃ

| | | | |
|---|---|---|---|
| এক. | কাই | 'কোন' | কা- |
| বহু. | কাই কাই | 'কোন কোন' | কা-কা- |
| | কুনগুলা | 'কোনবোৰ' | কুনগুলা- |
| এক. | কি | 'কি' | |
| বহু. | কি কি | 'কি কি' | |

(ঙ) অনিৰ্দিষ্টতাবাচক ঃ

| | | |
|---|---|---|
| এক. | কাও | 'কোনো' |
| বহু. | কাও কাও | 'কোনো কোনো |
| এক. | কাইবা | 'কোনোবা' |
| বহু. | কাইবা কাইবা | 'কোনোবা কোনোবা' |
| এক. | কাইও | 'কেও' |
| | কিসু | 'একো, কিছু', |





(চ) নিজবাচক ঃ

| | | |
|---|---|---|
| এক. | নিজ | 'নিজ' |
| বহু. | নিজ নিজ | 'নিজ নিজ' |

(ছ) সৰ্বনামবোৰৰ তলত দিয়া ধৰণে সম্বন্ধপদ আৰু কাৰকৰ ৰূপ কৰিব পাৰি ঃ

| মুই 'মই' | এক-বচন | বহুবচন |
|---|---|---|
| কৰ্তা | মুই | আম্‌ৰা |
| কৰ্ম | মো-ক | আমা-ক |
| কৰণ | মো-ৰ দাৰা | আমা-ৰ দাৰা |
| | মো-ক দিআ | আমাক দিআ |
| | মো-ৰ বাদে | আমা-ৰ বাদে |
| নিমিত্ত | মো-ৰ জোইন্নে | আমা-ৰ জোইন্নে |
| অপাদান | মো-ৰ থাকি | আমা-ৰ থাকি |
| সম্বন্ধ-পদ | মো-ৰ | আমা-ৰ |

(৭) ক্ৰিয়া-ৰূপ ঃ 'দেশী-ভাষা'ত বিভিন্ন পুৰুষ, কাল আৰু ভাব অনুযায়ী ক্ৰিয়া ৰূপৰ পৰিৱৰ্তন হয়। কোনো কোনো ক্ষেত্ৰত বচন অনুযায়ী হোৱা ক্ৰিয়া-ৰূপবোৰৰ পৰিৱৰ্তন অসমীয়া ভাষাৰ পিনৰ পৰা নতুন কথা। তলৰ তালিকাই কথাখিনি স্পষ্ট কৰিব ঃ

খা

(ক) বৰ্তমান-কাল (নিৰ্দেশক ভাৱ)

| | | | |
|---|---|---|---|
| ১ম পু. | মুই খাঙ | আমৰা খাঙ/খাই | |
| ২য় পু. | তুই খাইশ | তুমৰা খান/খাও | |
| | | তোমৰা খান, | তোমৰাগুলা খান |
| ৩য় পু. | উআই খাই | উমৰা খাই | |
| (অনুজ্ঞা ভাৱ) | | | |
| ২য় পু. | তুই খা | তুমৰা খা | |
| | তোমৰা খান | তোমৰাগুলা খান | |
| ৩য় পু. | উআই খাউক | উমৰা খাউক | |

(খ) ভূত কাল ঃ

| | | |
|---|---|---|
| ১ম | মই খালুঙ/খাইলুঙ/খাইলঙ | আমৰা খালুঙ/খাইলুঙ/খাইলঙ |
| ২য় | তুই খালু / খাইলি | তুমৰা খাইলেন |
| | তোমৰা খাইলেন | তোমাৰগুলা খাইলেন |
| ৩য় | উআই খাইল/খাইলেন | উমৰা খাইল/খাইলেক |

**(গ) ভৱিষ্যত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই খাইম | আমৰা খাইম |
| ২য় | তুই খাবু/খাবি | তুমৰা খাইবেন |
| | তোমৰা খাইবেন | তোমৰাগুলা খাইবেন |
| ৩য় | উআই খাইবে | উমাৰ খাইবে |

**(ঘ) পূৰ্ণ বৰ্তমান কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই খাইসুঙ/খাইসঙ | আমৰা খাইসি/খাসি |
| ২য় | তুই খাইসিশ/খাসিশ | তুমৰা খাইসিশ/খাসিশ/খাইসেন |
| | তোমৰা খাইসেন | তোমৰাগুলা খাইসেন |
| ৩য় | উআই খাইসে | উমৰা খাইসে |

**(ঙ) পূৰ্ণ ভূত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মই খাইসিলুঙ | আমৰা খাইসিলুঙ |
| ২য় | তুই খাইসিলু | তুমৰা খাইসিলেন |
| | তোমৰা খাইসিলেন | তোমৰাগুলা খাইসিলেন |
| ৩য় | উআই খাইসিল | উমৰা খাইসিল |

## ক

**(ক) বৰ্তমান-কাল (নিৰ্দেশক ভাৱ)**

| | | |
|---|---|---|
| ১ম পু | মুই কঙ | আমৰা কোই |
| ২য় পু | তুই কোইশ | তুমৰা কন/কোইশ |
| | তোমৰা কন | তোমৰাগুলা কন |
| ৩য় পু | উআই কই | উমাৰ কই |

(অনুজ্ঞা ভাৱ) ঃ

| | | |
|---|---|---|
| ২য় | তুই ক | তুমৰা ক |
| | তোমৰা কন | তোমৰাগুলা কন |
| ৩য় | উআই কোউক | উমৰা কোউক |

**(খ) ভূত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই কোইলুঙ | আমৰা কোইলঙ |
| ২য় | তুই কোইলি | তুমৰা কোইলেন |
| | তোমৰা কোইলেন | তোমৰাগুলা কোইলেন |
| ৩য় | উআই কোইল | উমাৰ কোইল |





**(গ) ভৱিষ্যত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই কোইম | আমৰা কোইম |
| ২য় | তুই কোবু | তুমৰা কোইবেন |
| | তোমৰা কোইবেন | তোমাৰাগুলা কোইবেন |
| ৩য় | উআই কোইবে | উমাৰ কোইবে |

## দে

**(ক) বৰ্তমান কাল (নিৰ্দেশক ভাৱ) ঃ**

| | | |
|---|---|---|
| ১ম পু | মুই দেঙ | আমৰা দেই |
| ২য় পু | তুই দিশ | তুমৰা দেন |
| | তোমৰা দেন | তোমৰাগুলা দেন |
| ৩য় পু | উআই দেই | উমাৰ দেই |

(অনুজ্ঞা ভাৱ) ঃ

| | | |
|---|---|---|
| ২য় | তুই দে | তুমৰা দে |
| | তোমৰা দেন | তোমৰাগুলা দেন |
| ৩য় | উআই দেউক | উমাৰ দেউক |

**(খ) ভূত কাল**

| | | |
|---|---|---|
| ১ম | মুই দিলুঙ | আমৰা দিলুঙ/দিলঙ |
| ২য় | তুই দিলু | তুমৰা দিলেন |
| | তোমৰা দিলেন | তোমৰাগুলা দিলেন |
| ৩য় | উআই দিল | উমাৰ দিল |

**(গ) ভৱিষ্যত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই দিম | আমৰা দিম |
| ২য় | তুই দিবু/দিবি | তুমৰা দিবেন |
| | তোমৰা দিবেন | তোমৰাগুলা দিবেন |
| ৩য় | উআই দিবে | উমাৰ দিবে |

## ধু

**(ক) বৰ্তমান কাল (নিৰ্দেশক ভাৱ) ঃ**

| | | |
|---|---|---|
| ১ম | মুই ধুঙ | আমৰা ধুই |
| ২য় | তুই ধুইশ | তুমৰা ধোন |
| | তোমৰা ধোন | তোমৰাগুলা ধোন |

| | | |
|---|---|---|
| ৩য় | উআই ধোএ | উমাৰ ধোএ |

(অনুজ্ঞা ভাব) ঃ

| | | |
|---|---|---|
| ২য় | তুই ধু | তুমৰা ধুই |
| | তোমৰা ধোন | তোমৰাগুলা ধোন |
| ৩য় | উআই ধোউক | উমাৰ ধোউক |

**(খ) ভূত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই ধুলুঙ/ধুইলঙ | আমৰা ধুলুঙ/ধুইলঙ |
| ২য় | তুই ধুইলি | তুমৰা ধুইলেন |
| | তোমৰা ধুইলেন | তোমৰাগুলা ধুইলেন |
| ৩য় | উআই ধুইল | উমাৰ ধুইল |

**(গ) ভৱিষ্যত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই ধুইম | আমৰা ধুইম |
| ২য় | তুই ধুবু | তুমৰা ধুইবেন |
| | তোমৰা ধুইবেন | তোমৰাগুলা ধুইবেন |
| ৩য় | উআই ধুইবে | উমাৰ ধুইবে |

**শুন্**

**(ক) বৰ্তমান-কাল (নিৰ্দেশক ভাৱ) ঃ**

| | | |
|---|---|---|
| ১ম | মুই শুনুঙ | আমৰা শুনি |
| ২য় | তুই শুনিশ | তুমৰা শোনেন |
| | তোমৰা শোনেন | তোমৰাগুলা শোনেন |
| ৩য় | উআই শোনে | উমাৰ শোনে |

(অনুজ্ঞা ভাব)

| | | |
|---|---|---|
| ২য় | তুই শুন | তুমৰা শুন |
| | তোমৰা শোনেন | তোমৰাগুলা শোনেন |
| ৩য় | উআই শুনুক | উমৰা শুনুক |

**(খ) ভূত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই শুনলুঙ | আমৰা শুনলুঙ |
| ২য় | তুই শুনলি | তুমৰা শুনলেন |
| | তোমৰা শুনলেন | তোমৰাগুলা শুনলেন |
| ৩য় | উআই শুনিল | উমৰা শুনিল |





**(গ) ভৱিষ্যত কাল ঃ**

| | | |
|---|---|---|
| ১ম | মুই শুনিম | আমৰা শুনিম |
| ২য় | তুই শুনবু | তুমৰা শুনবেন |
| | তোমৰা শুনবেন | তোমৰাগুলা শুনবেন |
| ৩য় | উআই শুনবে | উমৰা শুনবে |

**(৮) ক্ৰিয়াৰ ন্যাস্ত্যৰ্থক ৰূপ ঃ**

হই 'হয়'; নাহই 'নহয়'; পাঙ 'পাৰোঁ'; নাপাঙ 'নোৱাৰোঁ'; লাগে 'লাগে'; নালাগে 'নালাগে; 'নাশুনুঙ' নুশুনো; নাদেখুঙ 'নেদেখোঁ'।

**(৯) তুমুনন্ত ক্ৰিয়া-ৰূপ ঃ**

খাবাৰ 'খাবলৈ', কবাৰ 'ক'বলৈ', নিবাৰ 'নিবলৈ', শুনিৰ 'শুনিবলৈ', পোৰিৰ 'পঢ়িবলৈ', দেখিৰ 'চাবলৈ'। (শালকোছা-অঞ্চলত খাবা, দেখিবা আদি ৰূপ পোৱা যায়)।

**(১০) ভৱিষ্যৰাচক কৃদন্ত ঃ**

কৰাৰ মতন 'কৰিবলগীয়া', কাওআৰ মতন 'ক'বলগীয়া', খাওআ খাই 'খাব লাগে', পৰা খাই 'পঢ়িব লাগে'। (শালকোছা-অঞ্চলত কোৰিবা লাগা, কবা লাগা; খাবা লাগে, পোৰিবা লাগে)।

**(১১) ভূতকালিক কৃদন্ত ঃ**

কওআ 'কোৱা', খাওৱা 'খোৱা', জাওআ 'যোৱা', কৰা 'কৰা' ইত্যাদি।

**(১২) অসমাপিকা ক্ৰিয়া ৰূপ ঃ**

খাইআ 'খাই', শুনিআ 'শুনি', দেখিআ 'দেখি', থুইআ 'থৈ', উঠিআ 'উঠি', বোশিআ 'বহি', হাশিআ 'হাঁহি', কোইলে 'ক'লে', আশিলে, 'আইশলে, 'আহিলে', গেইলে, গেলে 'গ'লে', ইত্যাদি।

**৮. শব্দমালা ঃ**

'দেশী-ভাষা'ত সচৰাচৰ ব্যৱহাৰ হোৱা শব্দ কিছুমান তলত উল্লেখ কৰা হ'ল।

**(ক) জীৱ-জন্তু ঃ**

কাসুআ 'কেঁচুৱা'; কুকুৰ 'কুকুৰ'; গঁইডাৰি 'জহামাল'; গাই 'গাই'; গোৰু 'গৰু'; গে'ড়া 'গড়'; ঘোড়া 'ঘোঁৰা'; চে'ঙ্ৰা 'ল'ৰা'; চেঙ্ৰি 'ছোৱালী'; নাৰিআ 'শিং নোহোৱা গৰু'; পাড়া 'মতা ম'হ'; পাড়ি 'মাইকী ম'হ', বাগ 'বাঘ; বিলাই/বিলেই 'মেকুৰী'; বে'টা সাউআ 'মতা মানুহ'; বেটি সাউআ 'মাইকী মানুহ'; ভেড়া 'ভেড়া-ছাগলী'; ভৈশ/মৈশ 'ম'হ'; মানুশ/মান্শি 'মানুহ'; মে'না 'শিংলবা গৰু'; শাড়/ব্ৰিশ 'ষাঁড়'; শিআল/শিএল 'শিয়াল'; শিআন 'আদহীয়া মানুহ'; শুআৰ/শুঅৰ 'গাহৰি'; শেশা 'শহা-পহু'; সাগল 'ছাগলী'; সেদা/শজাৰু 'কেটেলা-পহু'।

**(খ) চৰাই-চিৰিকটি, পোক-পৰুৱা ঃ**

আটাই/আঠৈ 'চিকৰা'; উকুন/উকুনি 'ওকণি'; ওৰোশ 'উৰহ'; কোইতৰ 'পাৰ-চৰাই'; ঘুগু 'কপৌ-চৰাই'; চৰাই 'কুকুৰা'; টিপটিপলাই 'ধুপুনী-চৰাই'; দৈয়ল 'দহিকতৰা'; নেউল 'কেৰ্কেটুৱা'; পোগি 'চৰাই'; বিজি 'নেউল'।

**(গ) গছ-গছনি, ফল-মূল, শাক-পাচলি ঃ**

কলা 'কল'; কসাল 'শিলিখা'; কামৰাঙা 'কৰ্দৈ'; কুশাৰি/'কুশে'ৰ 'কুঁহিয়াৰ'; কোশটা 'মৰাপাট'; গুআ 'তামোল'; পাসখোল 'ঔটেঙা'; মোধুফল 'অমিতা'; শে'মাশ 'তিয়ঁহ'।

**(ঘ) বিবিধ শব্দ ঃ**

আগুন 'জুই'; আঙ্সা/জামা 'চোলা'; আটকুৰা 'বাঁজী'; আদৰ 'মৰম'; আলো 'পোহৰ'; উৰুল 'উৰল'; কাদো 'বোকা'; কুৰাল 'কুঠাৰ'; খুটা 'কাঠ'; খুট 'খুঁটি'; গাইন 'উৰলৰ মাৰি'; গোমা 'অভিমান'; চান 'জোন'; চে'গ 'থুই'; দেউতা 'মেঘ'; বিসন 'কঠীয়া'; বিশম 'চৰচৰণি'; শকাল 'ৰাতিপুৱা'; মাহুত 'মাউত'; শিত 'নিয়ৰ'; হোলা 'ভেঁট ফুল'।

---

*ইয়াত বিভিন্ন অঞ্চলৰ পৰা লোৱা শব্দ সামৰা হৈছে।*





# বৰো ভাষাৰ পৰিচয়

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

বৰো (বড়ো) ভাষা ভাৰতীয় গণৰাজ্যৰ অন্তৰ্ভুক্ত অসম ৰাজ্য তথা উত্তৰ পূব অঞ্চলৰ এটি বিশিষ্ট চীন-তিব্বতীয় ভাষাৰূপে পৰিগণিত। ভাৰতীয় ভাষাবোৰক মাইকৈ চাৰিটা ভাষা পৰিয়ালত ভগাব পাৰি ঃ ভাৰত-ইউৰোপীয় (ভাৰতীয়-আৰ্য), দ্ৰাবিড়ীয়, অষ্ট্ৰিক আৰু চীন-তিব্বতীয়। চীন-তিব্বতীয় ভাষা পৰিয়ালৰ অন্তৰ্গত ভাষাবোৰক জৰ্জ আব্ৰাহাম গ্ৰীয়াৰছনে তেওঁৰ সম্পাদিত 'লিংগুইষ্টিক্ ছাৰ্ভে অব্ ইণ্ডিয়া' গ্ৰন্থমালাত দুটা ভাগত ভগাইছেঃ প্ৰকৃত চীন-তিব্বতীয় (তিব্বত-বৰ্মী আৰু শ্যাম-চীনীয়) আৰু প্ৰাচীন চীন-তিব্বতীয়। ইয়াৰে তিব্বত-বৰ্মী শাখাৰ ভিতৰত তিব্বতীয়, হিমালয়ান, উত্তৰ অসম আৰু অসম-বৰ্মা উপশাখা ধৰা হৈছে ঃ অসম -বৰ্মা উপশাখাৰ ভিতৰত বৰো-নগা, বাৰ্মিজ-কুকি, চীন-কাচিন-ললো ভাষাৰ ঠালবোৰক ধৰা হৈছে। চীন-তিব্বতীয় ভাষা পৰিয়ালৰ শ্ৰেণীবিভাগ সম্পৰ্কত গ্ৰীয়াৰছনৰ উপৰি ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়, ডক্টৰ ৰবাৰ্ট শ্বেফাৰ, ডক্টৰ পল-কে বেনিডিক্ট আদি ভাষাবিজ্ঞানীয়ে বিভিন্ন পদ্ধতিৰে শাখা-উপশাখাবোৰৰ বৰ্ণনা কৰিছে। চীন-তিব্বত ব্ৰহ্মদেশৰ সৈতে ভাৰতবৰ্ষৰ জনগণৰ সম্পৰ্ক স্থাপনত চীন-তিব্বতীয় ভাষা পৰিয়ালৰ ভূমিকা স্বীকাৰ কৰিবলগীয়া। অসম ৰাজ্যৰ বৰো, ডিমাছা, তিৱা (লালুং), কাৰ্বি (মিকিৰ), ৰাভা, টাই-খামতি, দেউৰী, মিচিং, গাৰো, মেইথেই, তিপ্ৰা, নগা আদি ভাষাবোৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ অন্তৰ্গত। মাৰ্কিন ভাষাবিজ্ঞানী ৰবাৰ্ট শ্বেফাৰে চীন-তিব্বতীয় ভাষা পৰিয়ালক সাতোটা শাখাত ভগাইছে ঃ চীনিটিক (চীনা), মানিক (মিৱাওৎছে), কাৰেনিক (কাৰেন), দাইক (থাই), বোদিক (তিব্বেতান- হিমালয়ান), বৰিক (বৰো-নগা) আৰু বাৰ্মিক (ব্ৰহ্ম-ললো, কাচীন, কুকি চীন)। আনজনা মাৰ্কিন ভাষাবিজ্ঞানী পল-কে-বেনিডিক্টে 'চীনো-তিব্বেতান ঃ এ কন্‌স্পেকটাছ' নামৰ গ্ৰন্থত (১৯৭২ খৃঃ) পোনতে চীন-তিব্বতীয় ভাষা পৰিয়ালক তিব্বত-কাৰেন আৰু চীনা দুটা ভাগত ভগাইছে।

তিব্বত-কাৰেনৰ অন্তৰ্গত তিব্বত-বৰ্মা আৰু কাৰেন দুটা বিভাগ দেখুওৱা হৈছে। তিব্বত-বৰ্মা বিভাগৰ পৰা কাচিন ভাষা-গোষ্ঠীৰ উদ্ভৱ দেখুৱাই কাচিনৰ সৈতে তিব্বত-কনৌৰী, লেপচা, বৰো-গাৰো, আবৰ-মিৰি-দফলা, বাৰ্মিজ-ললো, কন্যাক, কুকী-নগা, মিকিৰ (কাৰ্বি), মেইথেই, বাহিং-বায়ু-নেৱাৰী, গুৰুং আদি উপশাখাৰ সম্বন্ধ স্থাপন কৰা হৈছে। ভাৰতীয় ভাষাবিজ্ঞানী সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ 'কিৰাত-জন-কৃতি' নামৰ ইংৰাজী গ্ৰন্থত

(১৯৫১খৃঃ) দিয়া শ্ৰেণীবিভাগ অনুসৰি চীন-তিব্বতীয় পৰিয়ালৰ প্ৰকৃত চীন-তিব্বতীয় ভাগৰ তিব্বেতো বাৰ্মানৰ অন্তৰ্গত আসাম-বাৰ্মা উপশাখাৰ অন্তৰ্গত বৰো-নগা ভাষাগোষ্ঠীৰ বড়ো (বৰো) ঠালৰ পৰা বৰো (কছাৰী), ডিমাছা, গাৰো, ৰাভা, লালুং (তিৱা), তিপ্ৰা আদি ভাষাৰ উদ্ভৱ দেখুওৱা হৈছে। বৰো ভাষাৰ সৈতে গাৰো, ডিমাছা, তিৱা, তিপ্ৰা আদি ভাষাৰ ওচৰ সম্বন্ধ আছে আৰু এনে বিষয়ৰ সম্যক চৰ্চা-আলোচনা এতিয়াও পৰ্যাপ্তৰূপে হোৱা নাই। শব্দ পৰিসংখ্যামূলক বিশ্লেষণৰ জৰিয়তে গাৰো আৰু বৰো ভাষাৰ উমৈহতীয়া মূলসুঁতিৰ পৰা বিচ্ছিন্নতাৰ কাল প্ৰায় দুহেজাৰ বছৰ আগতে হৈছিল বুলি মাৰ্কিন পণ্ডিত ৰবিনছ্ বাৰ্লিঙৰ সৈতে মই ১৯৫৬ চনত যুটীয়াভাৱে নিৰ্ণয় কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী জাৰ্ণেলত এটি প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিলোঁ। অনুৰূপ পদ্ধতিৰে ডিমাছা আৰু বৰো ভাষা প্ৰায় এহেজাৰ বছৰ আগেয়ে উমৈহতীয়া মূলসুঁতিৰ পৰা পৃথক হৈছিল বুলি নিৰ্ণয় কৰা হৈছে।

বৰো ভাষা বা বৰো কছাৰী ভাষা বৰ্তমান অসম ৰাজ্যৰ উপৰি অৰুণাচল, মেঘালয়, নগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা, বাংলাদেশ আৰু উত্তৰ বংগৰ কিছুমান অঞ্চলত প্ৰচলিত আছে। অসমীয়া ভাষী মানুহে সাধাৰণতে বৰোসকলক 'কছাৰী' বুলিয়ে কয় আৰু বৰো ভাষাকো 'কছাৰী ভাষা' বুলিয়ে আখ্যা দিয়ে। কিন্তু বৰোসকলে নিজকে বৰ' (বৰো) বুলি কয় আৰু তেওঁলোকৰ ভাষাক বৰ' ভাষা (বৰ' ৰাও) বুলিহে কয়। এই বৰ' (বৰো) শব্দৰ অৰ্থ তিপ্ৰা ভাষাৰ 'বৰক' শব্দৰ সৈতে সামঞ্জস্য ৰক্ষা কৰি 'মানুহ' অৰ্থ কৰিব পাৰি। ব্ৰিটিছ ভাষাতাত্ত্বিক এছ্-এন-উল্‌ফেনডেনে তিব্বতীয় ভাষাৰ আধাৰত বৰো (বৰ') আৰু বৰ' ফিছা (বৰ'ৰ সন্তান) শব্দৰ অৰ্থ 'উপত্যকা অঞ্চলৰ অধিবাসী' বুলি অভিমত দিছে। অসমৰ পুৰণি বুৰঞ্জীত বৰাহী, মৰাণ, চুটীয়া, কছাৰী, কোচ আদি জনগোষ্ঠীৰ উল্লেখ আছে। প্ৰজাতিমূলক সংমিশ্ৰণ তথা সমন্বয়ৰ ফলস্বৰূপে বৰো জনগোষ্ঠীয়ে স্বাধীন ভাৰতীয় গণৰাজ্যৰ অংগ অসম ৰাজ্যত বৈশিষ্ট্যপূৰ্ণ সুকীয়া ভাষা-ভাষীৰূপে স্থান পাইছে। ১৯৬৩ চনৰ পৰা প্ৰাথমিক বিদ্যালয়ত বৰো ভাষা শিক্ষাৰ মাধ্যমৰূপে প্ৰৱৰ্তিত হয়। ক্ৰমে বৰো ভাষা ১৯৬৮ চনত নিম্ন মাধ্যমিক স্তৰত আৰু ১৯৭২ চনৰ পৰা উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষাৰ মাধ্যমৰূপে প্ৰৱৰ্তিত হয়। ১৯৭৭ চনৰ পৰা মহাবিদ্যালয় পৰ্যায়ত আধুনিক ভাৰতীয় ভাষাৰূপে বৰো ভাষাক গুৱাহাটী বিশ্ববিদ্যালয়ে স্বীকৃতি দিয়ে। সম্প্ৰতি ৰাজ্যভাষা অসমীয়াৰ লগতে কোকৰাঝাৰ জিলা তথা দৰঙৰ ওদালগুৰি মহকুমা অঞ্চলত সহযোগী ৰাজ্যভাষা ৰূপে বৰো ভাষাক অসম চৰকাৰে মান্যতা দিছে। ১৯৯১ চনৰ লোকপিয়ল মতে অসমৰ জনসংখ্যা প্ৰায় দুই কোটি তেইশ লাখ হ'ব। তেইশখন জিলাত বিভক্ত বৰ্তমান অসমৰ ভাষাৰ ভেটিত পিয়লৰ হিচাপ পোৱা নাই বাবে ১৯৭১ চনৰ লোকপিয়লৰ হিচাপ দাঙি ধৰিলো ঃ অসমৰ লোক সংখ্যা ১৯৭১ চনৰ পিয়ল মতে প্ৰায়





একেকোটি ছয়াল্লিশ লাখ আৰু ইয়াৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ লোকৰ সংখ্যা তেৰ লাখ। ইয়াৰ ভিতৰত বৰো ভাষী ৫৩৩,৭১৩ জন, ডিমাছা ৩৮,৫০৭ জন, দেউৰী ১২,১৯০ জন, গাৰো ৭৬,০৫৪ জন, মাৰ ১০৪,৮৩৫ জন, তিৱা ৯,৯৫৪ জন, মিজো ৪,০০১ জন, কাৰ্বি ১,৯১,৩৫৪ জন, মিচিং ১,৭৭, ২২৬ জন, ৰাভা ৩২,৪০০ জন, মণিপুৰী (মেইথেই) ৮৭,১৬৭ জন, নগা ৭,১২৪ জন, কুকি ৫০৯৮ জন আৰু তিপ্ৰা ৮,৮৪৩ জন ধৰা হৈছে। বৰো ভাষা-ভাষীসকল অসম ৰাজ্যৰ ধুবুৰী, কোকৰাঝাৰ, বঙাইগাঁও, গোৱালপাৰা, বৰপেটা, নলবাৰী, কামৰূপ, দৰং, শোণিতপুৰ, লক্ষীমপুৰ, যোৰহাট, গোলাঘাট, ধেমাজি, নগাঁও, কাছাৰ, কাৰ্বি আংলং, উত্তৰ কাছাৰ পাহাৰ আদিত বসতি কৰি আছে। মেঘালয়, নগাভূমি, অৰুণাচলতো কিছুসংখ্যক বৰো ভাষা-ভাষী আছে। ঘাইকৈ অসমৰ ভৈয়াম অঞ্চলত বাস কৰি থকা বাৰো ভাষা-ভাষীসকলক উপভাষাৰ দৃষ্টিৰে চাৰিটা ভাগত ভগাব পাৰি ঃ

(ক) উত্তৰ-পশ্চিম উপভাষা অঞ্চল

(বৰ্তমানৰ কোকৰাঝাৰ, ধুবুৰী, বঙাইগাঁও, বৰপেটা, নলবাৰী জিলাৰ অঞ্চলবোৰ সামৰি)

(খ) দক্ষিণ-পশ্চিম উপভাষা অঞ্চল

(গোৱালপাৰাৰ দক্ষিণ অংশ, মেঘালয়ৰ গাৰো পাহাৰ, দক্ষিণ কামৰূপৰ অংশবিশেষ)।

(গ) উত্তৰ মধ্য অসম উপভাষা অঞ্চল

(দৰং, শোণিতপুৰ, লখিমপুৰ, ধেমাজি, অৰুণাচল আদি) আৰু

(ঘ) দক্ষিণ অসম উপভাষা অঞ্চল

(নগাঁও, মৰিগাঁও, কাৰ্বি আংলং, কাছাৰ, উত্তৰ কাছাৰ পাহাৰ জিলা আদি)।

ধ্বনিগত, ৰূপগত আৰু শব্দ সম্ভাৰৰ ক্ষেত্ৰত কিছুমান পাৰ্থক্য এই উপভাষাবোৰৰ মাজত লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে অসমীয়া 'আহ্' বুজাবলৈ (ক) উপভাষাত *ফাই* আৰু (খ) তথা (গ) উপভাষাত *ফায়* ব্যৱহাৰ হয়। অনুৰূপে (ক) উপভাষাৰ *ছাও* (ছাৱ) 'পোৰা' অৰ্থত (গ) উপভাষাত *থাও* (খাৱ) হয়। ১৯৫১-৬৪ চনৰ ভিতৰত গৱেষণা কৰি পোৱা তথ্যৰ ভেটিত মই যুগুতোৱা 'এ ডেছক্ৰিপ্‌টিভ্ এনালিছিছ্ অব্ বৰো লেংগুৱেজ' নামৰ ইংৰাজী গ্ৰন্থত (১৯৭৭খ্ৰীঃ গুৱাহাটী বিশ্ববিদ্যালয়) এনে ধ্বণৰ অধিকতৰ উদাহৰণ দিয়া হৈছে। ১৯৬৮ খ্ৰীঃত পুনাৰ পৰা ডি.এন. এছ ভাটে ইংৰাজী পুথি 'বৰো ভকেবুলাৰী' (উইথ্ এ গ্ৰেমেটিকেল স্কেটছ্) প্ৰকাশ কৰি উত্তৰ কামৰূপ জিলাৰ অঞ্চলৰ উপভাষাৰ বৰ্ণনা তথা শব্দ সম্ভাৰ দাঙি ধৰিলেও মোৰ গৱেষণা গ্ৰন্থত এই পুথিৰ একো প্ৰভাৱ পৰা নাই আৰু এই পুথিখনৰ বিষয়ে মই একেবাৰে অজ্ঞাত হৈয়ে আছিলোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা মধুৰাম বৰোৱে বৰ্তমান কালত বৰো ভাষাৰ বিষয়ে ইংৰাজীত দুখনমান পুথি লিখি কিছু ভিন্নসুৰী বিশ্লেষণ আগবঢ়াইছে।

বৰো ভাষা-ভাষী লোকসকল নৃতাত্ত্বিক দৃষ্টিৰে মঙ্গোলয়দ বা কিৰাত জাতি সম্ভূত। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে এওঁলোকক ইণ্ডো-মঙ্গোলয়দ বা কিৰাত বুলি 'কিৰাত-জন-কৃতি' নামৰ ইংৰাজী গ্ৰন্থত (১৯৫১খৃঃ) বৰ্ণনা কৰিছে। ফাদাৰ মেথিয়াছ হাৰমানছ নামৰ লেখকে বৰোসকলক ইণ্ডো-তিব্বতান বুলি আখ্যা দি লিখিছে— "মেচে (মেচ) সকলৰ দৰে কছাৰী (বৰো) সকলৰ ক্ষেত্ৰত মঙ্গোলয়দ দৈহিক বৈশিষ্ট্যবোৰ স্পষ্টভাৱে লক্ষ্য কৰা যায়........" খৃষ্টপূৰ্ব প্ৰায় এহেজাৰ বছৰ আগৰে পৰা চীন-তিব্বতীয় ভাষা-ভাষী মঙ্গোলয়দসকলে অসম তথা উত্তৰপূব ভাৰতীয় অঞ্চলত বসবাস কৰি নেগ্ৰিটো, অষ্ট্ৰিক, মেডিটেৰীনীয়ান (দ্ৰাবিড়ী) তথা নৰ্দিক (আৰ্য) জাতিৰ লোকসকলৰ সংস্পৰ্শত দৈনন্দিন জীৱন নিৰ্বাহ কৰিছিল আৰু বৰ্তমান বৰো ভাষীসকল এই পৰম্পৰাৰে উত্তৰাধিকাৰী।

বৰোসকলৰ ভাষাৰ বিশ্লেষণমূলক ব্যাকৰণ, খৃষ্টান ধৰ্মপুথিৰ বৰো ভাষালৈ অনুবাদ, সাধুগীতৰ বৰো ৰূপান্তৰ, শব্দকোষ, অভিধান আদিৰ ক্ষেত্ৰত পূৰ্বসূৰী বি এইচ হগছন (১৮৪৭ খৃঃ), জে বাটলাৰ, জি কেম্পবেল, এছ এইচ কাৱান, জি এইচ ডেমেণ্ট, ৰেভাৰেণ্ড ছীডনী এণ্ডেল, ডবলিউ চি-এম ডানডাছ, এডৱাৰ্ড গেইট, জি এ গ্ৰিয়াৰছন, জে ডি এণ্ডাৰছন, ডবলিউ ৰবিনছন, এল স্ক্ৰেফ্‌স্ৰুড, পি আৰ টি, গৰ্ডন, এছ এন উলফেনডেন, ৰেভাৰেণ্ড এইচ হলভৰস্ৰুড, মণিচৰণ ব্ৰহ্ম, কৈলাশ চন্দ্ৰ চৌধুৰী, কালিচৰণ ব্ৰহ্ম, ৰূপনাথ ব্ৰহ্ম, মদাৰাম ব্ৰহ্ম আদিৰ বৰঙণিয়ে যোৱা প্ৰায় সাত কুৰি বছৰৰো অধিক কাল ব্যাপি বৰো ভাষা-সাহিত্যৰ ইংৰাজী, বঙলা তথা অসমীয়া মাধ্যমৰ ৰচনাৱলীৰ ভেটি ৰচনা কৰিছে। ১৯২৪ চনত সতীশচন্দ্ৰ বসুমতাৰীৰ সম্পাদিত 'বিবাৰ' নামৰ অসমীয়া মাধ্যমৰ বৰো আলোচনীৰ উপৰি বড়ো, বড়ো লিৰথুম্ বিলায়, কুঁহিপাত, নায়ক, অলংবাৰ, আঁখাফীৰ, চিফুং আদি আলোচনীৰ জৰিয়তে বৰো তথা অসমীয়া মাধ্যমৰ কবিতা, গল্প, প্ৰবন্ধ আদিও প্ৰকাশিত হৈছে।

এনে পটভূমিত বৰো ভাষাৰ উত্তৰ-পশ্চিম উপভাষাৰ (কোকৰাঝাৰ অঞ্চল) কথিত ৰূপৰ ওপৰত ভেটি কৰি মুখ্য সংবাদ দাতা ভবেন্দ্ৰ নাৰ্জীৰ জৰিয়তে পোৱা তথ্য-সমল মই ১৯৬৫ চনতে বিশ্লেষণ কৰি মোৰ গৱেষণা গ্ৰন্থ 'এ ডেছক্ৰিপ্‌টিভ এনালিছিছ্ অব্ বৰো লেংগুৱেজ'খন সম্পন্ন কৰিছিলোঁ আৰু পিছত ১৯৭৭ চনতহে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এই গ্ৰন্থ প্ৰকাশিত হয়। ঘাইকৈ এই গ্ৰন্থৰ আধাৰত মই নিজে ক্ষেত্ৰ অধ্যয়নৰ জৰিয়তে আহৰণ কৰা তথ্য-সমলৰ পৰা ধ্বনিগত, ৰূপগত, বাক্যৰীতিমূলক তথা শব্দকোষৰ নিদৰ্শনবোৰ দাঙি ধৰা হ'ল। সাধাৰণ কথিত স্তৰৰ উচ্চাৰণ অনুসৰি খণ্ডিত ধ্বনিমান বা বিশিষ্ট ধ্বনি (Segmental Phonemes) আৰু ঊৰ্ধখণ্ডিত ধ্বনিমান বা ৰিশিষ্ট ধ্বনি (Supra segmental phonemes) এনেদৰে তালিকাভুক্ত কৰা হৈছে ঃ





**(১) খণ্ডিত ধ্বনিমান বা বিশিষ্ট ধ্বনি ঃ**

**(ক) ব্যঞ্জন**

| | দ্বি-ওষ্ঠ্য | দন্ত্য-দন্ত্যমূলীয় | দন্ত্যমূলীয়-তালব্য | কণ্ঠ্য |
|---|---|---|---|---|
| স্পৰ্শ | | | | |
| -ঘৰ্ষিত | ফ | থ | - | খ |
| -অঘৰ্ষিত | ব | দ | - | গ |
| নাসিক্য | ম | ন | - | ঙ |
| উষ্ম | | | | |
| -অল্পপ্ৰাণ | | | স/ছ | |
| -মহাপ্ৰাণ | | | জ | |
| কম্পিত | | ৰ | | |
| পাৰ্শ্বিক | | ল | | |

(খ) অৰ্ধস্বৰ (অনাক্ষৰিক)

উষ্মিত - হ

অনুষ্মিত তালব্য - য়

অনুষ্মিত ঘূৰ্ণীয় কণ্ঠ্য - ৱ

(গ) স্বৰ (আক্ষৰিক)

| | সন্মুখ/অগ্ৰ | কেন্দ্ৰীয় | পশ্চাৎ |
|---|---|---|---|
| উচ্চ | ই | | উ |
| মধ্য | এ | অ' | ও |
| নিম্ন | | আ | |

**(২) ঊৰ্ধখণ্ডিত ধ্বনিমান বা বিশিষ্ট ধ্বনি**

(ক) সন্ধি ঃ অক্ষৰ বা খণ্ডৰ ক্ৰমিক লয় আৰু ৰূপান্তৰ সূচায়।

যুগ্ম সন্ধি ঃ দুটা ধ্বনিমানসূচক অক্ষৰক লগ লগাবলৈ কোনো চিন নিদিয়াকৈ বুজোৱা হয়।

মুক্ত সন্ধি ঃ দুটা ধ্বনিসূচক *শব্দৰ মাজত বিৰতি বা ফাঁক দি* বুজোৱা হয়।

পাক্ষিক সন্ধি ঃ ধ্বনিমানসূচক বাক্যাংশৰ আদি বা অন্ত বুজোৱা হয়।

[টোকা ঃ যুগ্ম সন্ধি বুজাবলৈ কোনো কোনো ঠাইত অৰ্ধবিৰতি বা হাইফেন ব্যৱহাৰ কৰা হয়।]

(খ) সুৰ (অক্ষৰৰ লগত সংযুক্ত)

(১) উচ্চ -/১/ অক্ষৰৰ আগত ঊৰ্ধ চিন হিচাপে অথবা মূল স্বৰধ্বনিৰ (কেন্দ্ৰীয়)

ওপৰত /´/এই চিনেৰে সূচোৱা হয়।

(২) মধ্য - /২/ অক্ষৰৰ আগত ঊৰ্ধ চিন ৰূপে অথবা মূল স্বৰধ্বনিৰ ওপৰত /-/ চিনেৰে সূচোৱা হয়।

(৩) নিম্ন - /৩/ অক্ষৰৰ আগত ঊৰ্ধ চিন ৰূপে দি অথবা মূল স্বৰধ্বনিৰ ওপৰত /\/ চিনেৰে সূচোৱা হয়।

(৪) নিৰপেক্ষ -/০/ অক্ষৰৰ আগত ঊৰ্ধ চিন ৰূপে দি অথবা মূল স্বৰধ্বনিৰ ওপৰত একো নিদিয়াকৈ সূচোৱা হয়।

[টোকা ঃ নিৰপেক্ষ সুৰ অগ্ৰৱৰ্তী অথবা পৰৱৰ্তী সুৰবিশিষ্ট অক্ষৰৰ ওপৰত নিৰ্ভৰশীল কাৰণে কোনো চিন নিদিয়াকৈ বুজাব পাৰি।]

(গ) বাক্যতৰংগ ঃ পাক্ষিক সন্ধিৰ বাক্যাংশ আগৰ অক্ষৰত সংযুক্ত হয়।

(১) অতি উচ্চ

(২) নাতি উচ্চ

(৩) অতি নিম্ন

(৪) নাতি নিম্ন

(৫) নিৰপেক্ষ

[টোকা ঃ বাক্যতৰংগ বুজাবলৈ লিখনীত যতি চিহ্ন / ! ? । ; ,/ ভাববোধক, প্ৰশ্নবোধক, বিৰতি, অৰ্ধবিৰতি আৰু কিঞ্চিৎ বিৰতি সূচাবলৈ ব্যৱহাৰ কৰা হয়।]

ধ্বনিমান যুক্ত অক্ষৰকে বৰো ভাষাত উচ্চাৰণৰ নিম্নতম একক ৰূপে বৰ্ণনা কৰি সুৰযুক্ত আৰু নিৰপেক্ষ দুভাগত ভগাব পাৰি। সুৰযুক্ত ধ্বনিমান যুক্ত অক্ষৰে ধ্বনিমানযুক্ত শব্দ অথবা ধ্বনিমান যুক্ত বাক্যাংশ হ'ব পাৰে।

ধ্বনিমানযুক্ত অক্ষৰৰ লগত সুৰৰ বৈশিষ্ট্যবোৰ সংযুক্ত হৈ থাকে। শ্বাসাঘাত, স্বৰৰ দৈৰ্ঘ্য, স্বৰৰ প্ৰকৃতি, কণ্ঠ্যমূলীয় হ্ৰস্বতা (Glottalisation) আদিক সুৰৰ বৈশিষ্ট্য বুলিব পাৰি। অক্ষৰৰ আদি, মধ্য বা শীৰ্ষবিন্দু আৰু অন্ত্যস্থান অনুযায়ী ব্যঞ্জন, স্বৰ, অৰ্ধস্বৰৰ প্ৰয়োগ বৰ্ণাব পাৰি।

ব্যঞ্জন ধ্বনিৰ নিৰ্দশনসমূহ ঃ

| | |
|---|---|
| ৩ফি১ফা, | পিতা |
| ৩ফি১ল্লাই, | পিতল |
| ২ফাই, | হাতেৰে চাপৰ মৰা |
| ২ফাই, | আহা |
| ১ফুং, | ৰাতিপুৱা |
| ৩ফুং, | শকত-আৱত হোৱা |





| | |
|---|---|
| ১ফি১ক্রি ২বাব্, | মলয়া বতাহ |
| ২থি, | কাৰোবাৰ কাৰণে ৰাখি থোৱা |
| ১থাই, | তেজ |
| ১থাই, | মৰা |
| ২বা১থ্রা, | কথা, খবৰ |
| ১খু, | বাকলি পেলোৱা, নাঙঠ কৰা |
| ৩খু, | দলিয়াই দিয়া |
| ৩ছি১খ্রি, | পখিলা |
| ১গাব্, | ৰং, বৰণ |
| ৩গাব্, | কন্দা |
| ২গা১ব্রাব্, | টান, কঠিন |
| ১অদ্, | কামোৰা |
| ৩অদ্, | জুই |
| ২দাই, | পানী |
| ১দাই, | কণী পাৰ্ |
| ২বাই, | কিনা |
| ৩বাই, | ভঙা |
| ৩গাং, | চৰাইৰ পাখি |
| ১গাং, | পিয়াহ লগা |
| ১খাম্, | ভাত |
| ২খাম্, | ঢোল |
| ৩খাম, | পোৰা |
| ২মে১গন্, | চকু |
| ২মা১জাং | ধুনীয়া |
| ২ন, | ঘৰ |
| ৩ন, | যাচি দিয়া |
| ২বুং১গা, | এন্দুৰ (মতা) |
| ২বুং১গি, | এভাৰ (ওজন) |
| ১ছি, | কাপোৰ |
| ৩ছি, | ভিজা |
| ১জা, | খোৱা |

| | |
|---|---|
| ৩জা, | হোৱা |
| ৩গা১জ্রি, | বেয়া |
| ১ৰ | বৈ পৰা |
| ৩ৰ, | ৰবলৈ কোৱা |
| ২খ১ৰ | মূৰ |
| ১লাও, | দীঘল হোৱা |
| ২লাও, | লাও (ফল) |
| ১লিৰ্, | লিখা |
| ৩লিৰ্, | গধুৰ হোৱা |
| ১হা | মাটি |
| ২হা, | সমৰ্থ হোৱা |
| ৩হা | ৰেপি কটা |
| ১ছায়, | পনীয়া |
| ২ছায় | জুহালৰ কাষত বহা |
| ৩ছায়, | শাক বাছ্ |
| ১এৱ/১এও, | ভজা |
| ৩এৱ/৩এও, | হালবোৱা |

**স্বৰধ্বনিৰ নিদৰ্শনসমূহ ঃ**

| | |
|---|---|
| ১বি, | খোজা |
| ২বি, | সি/তাই |
| ৩ছি১খ্লা, | গাভৰু |
| ৩ফি১ফা, | পিতা (সাধাৰণ) |
| ১এৰ্, | লাৰি দিয়া |
| ৩এৰ্, | বাঢ়ি যোৱা |
| ৩খু৩ছেৰ, | খজুৱাই দিয়া (নখেৰে) |
| ৩খু৩ছেৰ, | কুঁহিয়াৰ |
| ১আং, | মই |
| ২খেৰ৩খা১নি, | কিলাকুটি |
| ১হৰ্ | পঠোৱা |
| ২হৰ্ | ৰাতি |
| ৩হৰ্ | হেলনীয়া |





| | |
|---|---|
| ১উন্, | ধাৰ দিয়া (কটাৰীত) |
| ৩উন্, | পিছে পিছে |
| ৩খু২ৱা | কুঁৱলী |
| ১খু৩ৱা, | নোসোমায় |
| ১লী, | মালা |
| ২লীং, | পি খোৱা |

**সুৰ, সন্ধি, বাক্য তৰংগৰ নিদৰ্শনসমূহ ঃ**

| | |
|---|---|
| ১নোং | তুমি |
| ২নোং ১থাং | আপুনি |
| ২নোং ১থাং #, | 'তুমি যোৱা' |
| ২নোং ৩থাং, | তুমি জীয়াই থাকা। |
| ১হা | মাটি |
| ২হা২বায় #, | মাটি কিনা |
| ২হা৩বায় #, | ইতিমধ্যে ৰেপি ৰেপি কাটি উঠিলে (শেষ কৰিলে)। |
| ১হা৩বায় #, | ইতিমধ্যে সমৰ্থ হ'ল। |
| ৩হা ৩বায় #, | ইতিমধ্যে বৰষুণ দিলে। |
| ২হা ↗ ↗ #, | 'ই কি?' |
| ২হা ১দী ↗ #, ১হা ↗ | 'ৰেপি ৰেপি কাটা।' |
| ২নোং২হা ↗ | 'তুমি ৰেপি ৰেপি কাটা। |
| ২নোং ১বী ১লোং ↗ | তুমিও মদ খোৱা, |
| ২আং ১বী ১লোং ৩গীন ↘ # | ময়ো মদ খাম। |
| ২নোং ২থাং ১ব্রা → | তুমি আহিলে ময়ো আহিম। |
| ২আং ১বী থাংগীন্ ↘ # | |

**ধ্বনিগত বৈশিষ্ট্য ঃ**

বৰো ভাষাৰ ধ্বনিগত বৈশিষ্ট্যসমূহৰ আলোচনা কৰিলে দেখা যায় যে স্বৰধ্বনি, ব্যঞ্জন ধ্বনি, অক্ষৰ, শব্দ, খণ্ডবাক্য, বাক্যাংশ আদিৰ ক্ষেত্ৰত সন্ধি, সুৰ, বাক্যতৰংগৰ বিভিন্নতা অনুসাৰে প্ৰয়োগ হয়। উপভাষাগত পাৰ্থক্য, বিশ্লেষণৰ পদ্ধতি আদিৰ বাবে ব্যৱধানৰ হেতু বৰো ভাষাৰ ধ্বনিগত বৈশিষ্ট্যৰ কিছুমান হীন-ডেঢ়ি ঠাই বিশেষে প্ৰকট হ'ব পাৰে। বৰো ভাষাৰ ৰূপমানৰ (Morphemes) ধ্বনিগত আকাৰৰ বিষয়ে আলোচনা কৰিলে দেখা যায় যে কিছুমান গতানুগতিক আৰু আন কিছুমান অগতানুগতিক।

উদাহৰণস্বৰূপে বিশেষ্য আৰু সৰ্বনামৰ ক্ষেত্ৰত বহুবচন বাচক প্ৰত্যয়বোৰ হৈছে - {-২ফৌৰ্ ~ - ২ছীৰ ~ ২মৌন্ ~ Ø }।

-Ø বহু বচন বুজাবলৈ যিবোৰ বিশেষ্যৰ আগে পিছে সংখ্যাবাচক অথবা বহুবচন সূচক শব্দ থাকে তাত Ø (শূন্য) প্ৰত্যয় হয়। যেনে - ২মান২ছি ২গী ২বাং 'বহুত মানুহ' (২গী২বাং, বহুত) ২মৌ২ছী ২মা ২নৌই (দুজনী গাই)।

-মৌন্ — দ্বিতীয় আৰু তৃতীয় পুৰুষৰ সন্মানবোধক সৰ্বনামৰ পিছত উপভাষাৰ ক্ষেত্ৰ আৰু ব্যক্তিবাচক বিশেষ্যৰ পিছত এই প্ৰত্যয় ব্যৱহাৰ হয়। যেনে— ২নৌং২থাং 'আপুনি' ঃ ২নৌং২থাং২মৌন্ 'আপোনালোক'; ২লায়২শ্ৰী, (ছোৱালীৰ নাম লায়শ্ৰী) ঃ ২লায়২শ্ৰী২মৌন্ — লায়শ্ৰীহঁত।

-২ছীৰ্ ঃ ২নৌং 'তুমি' ঃ ২নৌং২ছীৰ্ (তোমালোক),

২বি 'সি/তেওঁ' ঃ ২বি২ছীৰ্ 'সিহঁত/তেওঁলোক'।

এই নিদৰ্শনবোৰত খণ্ডিত ধ্বনিমান আৰু উৰ্ধখণ্ডিত ধ্বনিমানৰ ক্ষেত্ৰতা কিছুমান পৰিৱৰ্তন ঘটিছে।

পাঁচনি ক্ৰিয়া বুজাবলৈ ঔপসৰ্গিক প্ৰত্যয় কিছুমানৰ ব্যৱহাৰৰ ক্ষেত্ৰত গতানুগতিক পৰিৱৰ্তন লক্ষ্য কৰা যায়। যেনে—

২গ২ছং, 'থিয় হোৱা'— ২ফ২ছং 'থিয় কৰোৱা',

২গা১ জ্‌লং 'ভৰিৰ আঙুলিত থিয় হোৱা' — ২ফা২জ্‌লং 'ভৰিৰ আঙুলিত থিয় কৰোৱা',

৩লিদ্/৩লিৰ্ 'গধুৰ হোৱা' — ৩ফি৩লিদ্/৩ফি৩লিৰ্ 'গধুৰ কৰা';

৩ছি 'ভিজা/তিওৱা' — ৩ফি৩ছি 'ভিজোৱা/তিওৱা';

১জেন্ ' পৰাজিত হোৱা' — ২ফে১জেন 'পৰাজিত কৰা'।

কিন্তু ২জু১ফি 'দীঘলীয়াকৈ কাট', ২বি২ছু১ফি 'দীঘলীয়াকৈ কাটিবলৈ দিয়া';

১গেং 'খোলা', ২বে১খেং 'খুলি দিয়া' ইত্যাদি।

(জ > ছ, গ > খ, পৰিৱৰ্তন বিশেষভাৱে লক্ষ্যণীয়)

সম্বন্ধবাচক বিশেষ্যৰ সৈতে ব্যক্তিবোধক সৰ্বনাম উপসৰ্গ সংযোগৰক্ষেত্ৰত ৰূপগত ধ্বনি পৰিৱৰ্তনৰ নিদৰ্শন পোৱা যায়। যেনে —২ আং ১নি ২ আ২দৌই/২দা২দৌই 'মোৰ পিতাৰ ভাই/খুৰা'; ২নৌং১নি ২নৌম২থৌই 'তোমাৰ খুৰা'; ২আং১নি ২বা২জাই 'মোৰ ডাঙৰ বৌ/দাদাৰ স্ত্ৰী', নৌং২বা২জৌই 'তোমাৰ ডাঙৰ বৌয়েৰা'। এইদৰে /(২আ - ~২আম্ - ~ Ø), (২নৌং-~ ২নৌম্ ~ Ø) আৰু (২বি - ~ ২ফি ~ Ø ~) / উপসৰ্গৰ সংযোগত উত্তম, মধ্যম আৰু তৃতীয় (প্ৰথম, দ্বিতীয়, তৃতীয়) পুৰুষৰ সৰ্বনামত বিভিন্ন ৰূপগত ধ্বনি পৰিৱৰ্তন দেখা যায়। যেনে—২নৌ২মা২দৌই 'তোমাৰ পিতাৰ ভাইৰ স্ত্ৰী/খুৰী; ২নৌং২গৌই





'তোমাৰ সৰু ভাই/ভনী (প্ৰেমিকা); ২নৌম্২ফং 'তোমাৰ সৰু ভাইটি', ইত্যাদি, ইত্যাদি। এনেবোৰ ক্ষেত্ৰত স্বৰবিলোপ, ব্যঞ্জন বিলোপ, স্বৰ ধ্বনিৰ বিপৰ্যয়, ব্যঞ্জন ধ্বনিৰ বিপৰ্যয় আদি ধ্বনিগত পৰিৱৰ্তন লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে ২নৌং২ছি১নি২ফ্ৰাই 'তোমালোকৰ পৰা', ২নৌং ২ছীৰ্ ২নি১ ফ্ৰাই-ৰ সলনি ব্যৱহাৰ হয়; ২নৌং ২ছীৰ্২নি > নৌং২ছি১ নি; ২বি১ নি 'তেওঁৰ', কিন্তু ৩ফি২ছি১ নি, 'তেওঁলোকৰ'।

**ৰূপগত বৈশিষ্ট্য ঃ**

বৰো ভাষাৰ ৰূপমান বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া আদি পদৰ আলোচনা বিভিন্ন উপায় আৰু দৃষ্টিভংগীৰে কৰিব পাৰি। পদবোৰত প্ৰত্যয় সংযোগ কৰিব পাৰি আৰু পদভিন্নৰূপবোৰত সলনি নহয়। এইবোৰক অব্যয় শব্দ আখ্যা দিব পাৰি।

বিশেষ্য, সৰ্বনাম আৰু সংখ্যাবাচক পদক সমৰি নামবাচক আৰু ক্ৰিয়া, বিশেষণ, ক্ৰিয়াবিশেষণ আদিক ক্ৰিয়াবাচক ভাগত ভগাই মই ১৯৭৭ চনত প্ৰকাশিত 'এ ডেছক্ৰিপটিভ্ এনালিছিছ অব বৰো লেংগুৱেজ' গ্ৰন্থত দাঙি ধৰা বিশ্লেষণলৈ পাঠক সমাজৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ।

উদাহৰণস্বৰূপে বিশেষ পদৰ মূলৰ সৈতে কিছুমান ক্ষেত্ৰত ব্যুৎপত্তিগত উপসৰ্গ আৰু পিছৰ ফালে ক্ৰমে ব্যুৎপত্তিগত প্ৰত্যয়, লিংগবাচক প্ৰত্যয়, বচনসূচক প্ৰত্যয়, কালবাচক প্ৰত্যয় আৰু শেষ পদবাচক প্ৰত্যয় যোগ হ'ব পাৰে। সৰ্বনামৰ ক্ষেত্ৰত ব্যুৎপত্তিমূলক প্ৰত্যয়, বচনসূচক, কাৰক বাচক আৰু শেষপদ বাচক প্ৰত্যয় যোগ হয়। সংখ্যাবাচক পদৰ আগতে শ্ৰেণীবাচক আৰু লগতে সংখ্যাসূচক তথা কাৰকবাচক আৰু শেষ পদসূচক প্ৰত্যয়ৰ ব্যৱহাৰ হ'ব পাৰে। ক্ৰিয়া পদৰ আগত নিষেধাৰ্থক উপসৰ্গ, ব্যুৎপত্তিগত উপসৰ্গ আৰু পিছৰ ফালে ব্যুৎপত্তিগত প্ৰত্যয়, সমাপিকা-অসমাপিকা প্ৰত্যয়, কাৰকবাচক প্ৰত্যয় (বিকল্পে) আৰু শেষপদসূচক প্ৰত্যয় যোগ হ'ব পাৰে। একে ক্ৰিয়ামূলৰ পৰা বিশেষণ, ক্ৰিয়া বিশেষণ পদ গঢ়িব পাৰি। তলত কেইটামান নিদৰ্শন দাঙি ধৰা হ'ল।

(১) ২মান্২ছি ২ঔং ২খাম্ ২জা২দৌং 'মানুহে ভাত খাইছে'।

(২) ২মান২ছি২ঔং ২খাম্ ১জা২দৌং৩না৩ মা? 'মানুহে ভাত খাইছেনে?'

(৩) ২নৌংনি ২নৌ২ম্ফা ৩দ৩ঙৌ২না ২গৌ২য়া? 'তোমাৰ পিতাৰা জীয়াই আছে নে নাই'?

(৪) ২নৌং১ ছীৰ্ ২মা২নৌ ২ফৌই ৩দৌং? 'তোমালোক কিয় আহিছা'?

(৫) ২জৌং ২গুৱা২হাটী ২নি২ফ্ৰায় ২ফৌই৩ বায় 'আমি গুৱাহাটীৰ পৰা আহিলোঁ'।

(৬) ২বি২ছীৰ্ ২হা২বা ২মাও৩নৌ ২ফৌই৩গৌন্ 'তেওঁলোক কাম কৰিবলৈ আহিব'।

(৭) ২দে, ২মা২বুংনৌ ২বুং 'দে, কি ক'বলৈ খুজিছা, কোৱা।'

(৮) ২বি২থা২ঙা ২ছা২ছে ২অন২ছু২লা ২মান২ছি 'তেখেত এজন মৰমিয়াল মানুহ'।

(৯) ৩দ৩হৰ ৩গুৰি ৩গামি৩যাও৩গং৩থাম ৩ফ৩ৰায়৩ছা৩লি ৩দং৩আ৩ৰী ৩গং ১ছে ৩ডা৩ক্তৰ৩খা৩না দং। — 'দহৰগুৰি গাঁৱত তিনিখন পঢ়াশালি আছে আৰু এখন ডাক্তৰখানা আছে।'

(১০) ৩কা৩জি৩ৰা৩ঙা ৩অ৩ভ৩য়া৩ৰ৩ন্যাও ৩গং১ছে ৩গং৩গী৩নাং ৩গা৩ন্দা৩নি ৩বা৩ৰাই৩বী ৩মাই৩দেৰ্ ৩হা৩গ্রা৩নি ৩মাই৩ছী, ৩মী৩ছা, ৩মু৩ফু৩ৰা, ৩না৩না ৩খি৩ছিম্ ৩হা৩গ্রা৩নি ৩হাং৩ছী, ৩দাও, ৩জু৩নাব্ ৩নু৩নী ৩মী৩নী। — 'কাজিৰঙা অভয়াৰণ্যত এটা শিং থকা গঁড়ৰ বাহিৰেও, হাতী, বনৰীয়া, ম'হ, বাঘ, ভালুক, নানা জাতীয় বনৰীয়া হাঁহ, চৰাই, জন্তু দেখিবলৈ পোৱা যায়'।

(১১) ৩গা৩দী ৩গী৩দায়৩দাব্৩ছে ৩গা৩মি৩য়াও৩ছা৩নাই৩বী৩ৰায়৩বু৩ৰি °দ°ঙ৩মীন৩নী ৩আ৩ৰী৩মা। — 'পুৰণি কালত এখন গাঁৱতএহাল বুঢ়া-বুঢ়ী বাস কৰিছিল বোলে।'

(১২) ৩নীং৩নি ৩গা৩হাম্ ৩আ৩ ৰী ৩মী৩ জাং ৩না? — 'তোমাৰ শৰীৰ ভাল আৰু মংগল নে?'

(১৩) ৩আ৩ঙী ৩দা৩ নি৩য়া ৩গা৩হা৩ মাই ৩মী ৩জা৩ঙাই ৩দ°ঙী°দে। — 'মই বৰ্তমানে ভালে-কুশলে আছোঁ দেই।'

(১৪) ৩আং ৩ছা৩নাই৩বী ৩মান্৩ছি ৩নু৩দীং। — 'মই দুজন মানুহকে দেখিছোঁ'।

এনেদৰে ওপৰৰ বাক্যবোৰত বিশেষ্য, সৰ্বনাম, সংখ্যাবাচক পদ,ক্ৰিয়া, বিশেষণ, ক্ৰিয়া বিশেষণ আৰু অব্যয় শব্দৰ উদাহৰণ বিভিন্ন বাক্যতৰংগৰ পটভূমিত দিয়া হৈছে।

**বাক্যৰীতি ঃ**

বৰো ভাষাৰ বাক্যৰীতি জতুৱা ঠাঁচ তথা সাধাৰণ- জটিল আদি স্তৰত ভগাব পাৰি। বহল আলোচনালৈ নগৈ কেইবিধমান বাক্যৰ নিদৰ্শনহে দাঙি ধৰা হ'ল।

**ক্ৰিয়া উহ্য থকা বাক্য ঃ**

৩ বে ৩গাং ১ছে ৩বি৩জাব্ 'এইখন এখন কিতাপ (হয়)'।

৩মান৩ ছি৩আ ৩গা১ জ্রি 'মানুহজন বেয়া (হয়)'।

৩ছি৩খাও১নি ৩ছা১লাই ৩খান্১দা 'চোৰৰ জিভা (হয়) চুটি'।

**সাধাৰণ বাক্য ঃ**

বিবৃতি, দৃঢ়তা, অনুৰোধ, আদেশ, প্ৰশ্ন আদি বুজাবলৈ সাধাৰণ বাক্যৰ ব্যৱহাৰ হয়। এইবোৰ জতুৱা ঠাঁচত নপৰে।

(১) ৩ন° ৱাও ৩মান১ ছি ৩গীয়৩আ — 'ঘৰত মানুহ নাই'। (বিবৃতি)





(২) ৩আং ৩ফাই ৩নাং°গৌ — 'মই যাবই লাগিব'। (দৃঢ়তা)

(৩) ৩নীং ৩ছীৰ ৩ফাই °দী° দে! — 'তুমি আহিবা দেই'। (অনুৰোধ)

(৪) ৩নীং °দা১ থাং — 'তুমি নাযাবা'। (আদেশ)

(৫) ৩নীং ১নি ৩নীম্১ মা ৩ন° ৱাও °দ° ঙ°না — 'তোমাৰ মাৰা ঘৰত আছেনে? (প্ৰশ্ন)

(৬) ৩থাং °থা° গীন্ ৩আং — 'মই যামেই'। (অতিশয় দৃঢ়তা)

**জতুৱা ঠাঁচৰ বাক্য ঃ**

(১) ৩হা ৩গু৩ৰাই° আও ৩মাও১ জি ৩খি° অী। 'মেকুৰীয়ে কোমল মাটিত হাগে অৰ্থাৎ সাধু মানুহৰ আহুকাল হয়'।

(২) ৩বি৩ নি ৩বা১ থ্রা৩গী৩ ছী°আও °জা°দীং। 'তেওঁৰ কথাখিনি মনত লাগিছে অৰ্থাৎ বিশ্বাসযোগ্য হৈছে।

(৩) ৩বি৩হাও ৩ৰা৩জাং১ ব্ৰা ৩বি৩খুন৩জী ৩মা৩ছা° নায়৩আং৩নু° বায়। ' মই দেখিলোঁ শাহৰে গান গাবলৈ ধৰোঁতে, বোৱাৰীয়ে নাচিবলৈ ধৰিলে অৰ্থাৎ মই বহুতো খেলিমেলি দেখিলোঁ।

**শব্দকোষ বাক্যৰীতিৰ বৈশিষ্ট্য ঃ**

বৰো ভাষা চীন-তিবৃতীয় ভাষা পৰিয়ালৰ অন্তৰ্গত শব্দকোষ, বাক্যৰ গাঁথনি (কৰ্তা, কৰ্ম, ক্ৰিয়াৰ ব্যৱহাৰ), জতুৱা ঠাঁচৰ প্ৰয়োগ আদি ক্ষেত্ৰত আৰ্যভাষী অসমীয়া ভাষাৰ সৈতে বহুতো সাদৃশ্য আছে। স্বৰ্গীয় ডক্টৰ বাণীকান্ত কাকতি, জে.ডি. এণ্ডাৰছন আদি প্ৰয়াত পণ্ডিতৰ লেখনীৰ বাহিৰেও পৰৱৰ্তী কালত এই বিষয়ৰ উত্তৰোত্তৰ চৰ্চা হৈছে। অসমৰ ঠাইবাচক (হা-, হে-, হ-) নদীবাচক (দি-, দাই- দু-) বৰো উপসৰ্গৰ সহায়ত হাক্মা, হাজো, হেকৰা, হহৰা আদি; দিখৌ, দৈমাকুছি, দুনী, দিকৰাই আদি শব্দকোষৰ সৃষ্টি হৈছে। বৰো ভাষাতো ধৰ্ম, কৰ্ম, পেঞ্চিল, ডেক্স, বেঞ্চ, স্কুল আদি বহুতো বৰোভিন্ন অসমীয়া, ইংৰাজী শব্দাৱলীয়ে ঠাই পাইছে। উদাহৰণ স্বৰূপে 'ভৰসা' শব্দটি অসমীয়াত ব্যৱহৃত হয় আৰু ই বৰো ভাষাত বাঁৰছা ৰূপে আশা অৰ্থত ব্যৱহাৰ হয়। বৰশী শব্দ হৈছেগৈ বাঁৰছি, বছৰ শব্দটি হৈছে বাঁছীৰ আৰু এবছৰ বুজাবলৈ বাঁছীৰ্ছে অৰ্থাৎ বাঁছীৰ+ছে (এক) সংযোগ ঘটিছে। এনেবোৰ বিষয়ৰ বিতং উদাহৰণ মোৰ দ্বাৰা ৰচিত 'এ ডেছক্ৰিপ্‌টিভ্ এনালিছিছ এব্ বৰো লেংগুৱেজ' (১৯৭৭খৃ) নামৰ ইংৰাজী গৱেষণা গ্ৰন্থত দিয়া আছে।

বৰো ভাষাৰ সুৰ বৈশিষ্ট্য আৰু জতুৱা ঠাঁচৰ বাবে ভাৰতীয় আৰ্যভাষী লোকে আয়ত্ত কৰাত কিছুমান অসুবিধা পোৱা স্বাভাৱিক। উদাহৰণ স্বৰূপে জা ক্ৰিয়া উচ্চ সুৰত উচ্চাৰিত হ'লে খোৱা অৰ্থ সূচায় আৰু জা ক্ৰিয়াটি নিম্ন সুৰত ক'লে হোৱা অৰ্থ বুজায়। মই ভাত খালোঁ— ৩আং ৩অাঁং১ খাম্ ১জা° বায়। মই ৰজা হ'লোঁ— ৩আং ৩ৰা৩জা °জা° বায়। অনুৰূপে 'হাবা' শব্দটিয়ে 'কাম' আৰু 'বিয়া' দুটা অৰ্থ সূচায়— 'হাবা মাও দীং' বুলি ক'লে

'কাম কৰিছে' আৰু 'হাবা খালামদীং' বুলিলে 'বিয়া কৰাইছে' সূচাব। তিৰোতা মানুহৰ মুখত কিছুমান জতুৱা ঠাচ ব্যৱহাৰ হয়— যিবোৰ পুৰুষে ব্যৱহাৰ কৰা নিষেধ। ককাদেউতা, নাতিনী, ভিনীহিয়েক, খুলশালীয়েক, নবৌ-দেওৰ, প্ৰণয়-প্ৰণয়িনীৰ মাজত কিছুমান চেনেহ জড়িত আৰু আছু তীয়া শব্দাৱলীৰ ব্যৱহাৰ হয়।

তলত সামান্যভাৱে গদ্য-পদ্যৰ নিদৰ্শন দাঙি ধৰা হ'ল—

(১) ৩গী১ দী ৩গী১ দায় ৩দাব১ ছে ৩গা১ মি ৩আও ৩বি৩দা২ বি৩না৩নাও ২জো২ ৰা১ছে ৩দ০ ঙমীন্ ৩আ২ ৰী৩মা।

পুৰণি কালত এখন গাঁৱত এহাল ককাই-ভনীয়ে বাস কৰিছিল বোলে।

(২) ৩লাও১ জা ৩ফান্১ থাও১জা।
৩ৰী১ ছীৰ্ ৩ৰী১ ছীৰ ২এৰ২ হান৩জা ।
লাও খা বেঙেনা খা।
বছৰে বছৰে বাঢ়ি যা।।

(৩) ৩বা৩ৰি ২খ২ না১ নি ২উ৩দাছি১
৩আ১ দা ৩আংখৌ ৩জিং২গা৩দা১ ছি।
বাৰীৰ কোণাত আছে উদাসী লতা।
ককাইটি! মোৰ কাৰণে চিন্তা নকৰিবা।





# মিচিং ভাষা

নাহেন্দ্ৰ পাদুন

**০.০০ পৰিচয়ঃ**

মিচিং ভাষা তিব্বত-বৰ্মীয় ভাষা-গোষ্ঠীৰ উত্তৰ-অসম শাখাৰ এটি ঠেঙুলি। ইয়াৰ মূল ভাষা পৰিয়াল হ'ল চীন-তিব্বতী বা কিৰাত। চীন-তিব্বতী ভাষাক তিব্বত-বৰ্মীয় আৰু চীন-শ্যামীয় এই দুটা প্ৰধান শাখাত ভাগ কৰা হৈছে। তিব্বত-বৰ্মীয় শাখাক আকৌ তিব্বতী, হিমালয়ী, অসম-বৰ্মী আৰু উত্তৰ-অসম এই চাৰিটা উপভাষাত বিভক্ত কৰা হৈছে। মিচিং, এই উত্তৰ-অসম উপশাখাৰ অন্তৰ্গত এটি ভাষা।

**০.১০ মিচিং ভাষাঃ**

সমগ্ৰ উত্তৰ-অসম শাখাৰ ভাষাবোৰক তিব্বত-বৰ্মীয় ভাষাৰ তুলনাত এটি সৰু ভাষা পৰিয়াল হিচাপে গণ্য কৰিলে ইয়াৰ অন্তৰ্গত মিচিং ভাষাক এটা ঠাল-ঠেঙুলি বুলিহে গণ্য কৰিব লাগিব। কিন্তু মিচিং ভাষাৰ ভিতৰতো কেবাটাও উপভাষা থকাৰ বাবে এনে ক্ষুদ্ৰ বিভাজনে কেতিয়াবা আলোচনাত খেলিমেলিৰ সৃষ্টি কৰিব পাৰে। মিচিং মানুহে ব্যৱহাৰ কৰা আটাইবোৰ মিচিং ভাষাক সামগ্ৰিকভাৱে এটা 'মিচিং ভাষা' হিচাপে গণ্য কৰিলে আলোচনাৰ অধিক সুবিধা হয়। মিচিং ভাষা বুলিলে এই ভাষাৰ আটাইবোৰ উপভাষাকেই সাঙুলি ল'ব। মিচিং ভাষাৰ লক্ষণ বুলিলে এই আটাইবোৰৰ লক্ষণো অন্তৰ্ভুক্ত হ'ব।

**০.২০ মিচিং ভাষাৰ উপভাষাঃ**

সমগ্ৰ মিচিং ভাষাক এটা সুকীয়া ভাষা হিচাপে গণ্য কৰিলে এই ভাষাৰ অন্তৰ্গত ভাষাবোৰ কেইবাটাও উপভাষাত ভাগ কৰিব পাৰি। মিচিংসকলৰ মাজত কেইবাটাও ফৈদ আছে। প্ৰতিটো ফৈদৰ কথিত ভাষাৰ স্বকীয় বৈশিষ্ট্য বিদ্যমান। আকৌ একেটা ফৈদৰো গাঁও বা বাসস্থানৰ দূৰত্বৰ হেতুকে, বহুদিন যোগাযোগৰ অভাৱৰ হেতুকে নাই বা অন্যান্য প্ৰাকৃতিক কাৰণত সঘনে সম্পৰ্ক ৰাখি চলিব নোৱাৰাৰ হেতু কে উপভাষাবোৰৰ মাজত কিঞ্চিৎ পাৰ্থক্য আহি পৰিছে। ফৈদ অনুযায়ী কথিত ভাষাবোৰৰ পাৰ্থক্যক ধ্বনিগত, ৰূপগত, শব্দগত, আৰু সুৰলহৰ আদিৰ বৈশিষ্ট্যৰ প্ৰতি লক্ষ্য ৰাখি কেবাটাও উপভাষাত ভগাব পাৰি। যেনে—চাঃয়াং, অয়ান, পাগ্ৰ, দাম্বুগ্, দৗলু, মঃয়িং, চঃমুৰাং আৰু মিচিং-অসমীয়া।

এই উপভাষাবোৰৰ ধ্বনিগত, ৰূপগত, শব্দগত বৈশিষ্ট্যৰ মিলবোৰলৈ চাই চাৰিটা প্ৰধান উপভাষা গোটত ভগাব পাৰি। যেনে—

**০.২১ প্ৰথম গোট ঃ** অয়ান্, পাগ্ৰ, দীলু, দাম্বুগ্—

এই উপভাষা কেইটাৰ শব্দবোৰৰ ধ্বনিৰ উচ্চাৰণ, উপসৰ্গ, বিভক্তি, শ্বাসাঘাত প্ৰায় একে। শব্দ ভাণ্ডাৰৰ ক্ষেত্ৰত কিছু পৃথক। স্থানভেদে সুৰলহৰ প্ৰতিটো উপভাষাৰেই বেলেগ বেলেগ।

**০.২২ দ্বিতীয় গোট ঃ** চাঃয়াং

চাঃয়াং উপভাষাৰ লগত অৰুণাচল প্ৰদেশৰ আদীসকলৰ পাঃদাম্, মিএঃং আৰু পাঃচি উপভাষাৰ যথেষ্ট মিল দেখা যায়। পাগ্ৰ, দীলু আৰু দাম্বুগ্ উপভাষাৰ লগত চাঃয়াং উপভাষাৰ শ্বাসাঘাত, ধ্বনিৰ উচ্চাৰণ, ৰূপধ্বনিগত পৰিৱৰ্তন আৰু বিভক্তি প্ৰয়োগত পাৰ্থক্য লক্ষ্য কৰিব পাৰি। দ্ব্যাক্ষৰিক শব্দত, বিশেষকৈ শেষ ধ্বনিকেইটা স্বৰ+ব্যঞ্জন+স্বৰ —এনে ৰূপত থাকিলে পাগ্ৰ, দীলু আৰু দাম্বুগ্ উপভাষাত প্ৰথম অক্ষৰত প্ৰচণ্ড শ্বাসাঘাত পৰে। ফলত মাজত থকা ব্যঞ্জন ধ্বনিটো দ্বিত্ব হৈ পৰে। কিন্তু চাঃয়াং উপভাষাত এনে শ্বাসাঘাত পোৱা নাযায়। উপৰোক্ত পৰিৱেশ থকা শব্দত শেষ ধ্বনিটো প্ৰথমা বিভক্তিৰ -অৗ, দ্বিতীয়া বিভক্তিৰ -অৗম্, বা হয় আৰু আছে অৰ্থত -অৗ যোগ হ'লে পূৰ্বৱৰ্তী ব্যঞ্জনৰ দ্বিত্বতা অধিক প্ৰকট হৈ পৰে[১]। যেনে —

| (ক) মূল শব্দ+বিভক্তি | চাঃয়াং | পাগ্ৰ, দীলু, দাম্বুগ্ | অৰ্থ |
|---|---|---|---|
| চিতৗ + অৗ | চিতৗ | চিত্তৗ | হাতীয়ে |
| আকৃ + অৗ | আকৃঅৗ | আক্কৗ | মোমায়ে |
| আবু + অৗম্ | আবুঅৗম্ | আব্বম্ | দেউতাকক |
| আচি + অৗ | আচিঅৗ | আত্চৗ | পানীয়ে, |

ইত্যাদি।

(খ) আন শব্দত, যেনে—

| চাঃয়াং | পাগ্ৰ, দীলু, দাম্বুগ্ | অৰ্থ |
|---|---|---|
| দয়াই | দয়্য়াই | খালোঁহেঁতেন |
| বিয়াই | বিয়্য়াই | দিলেহেঁতেন |
| চিলঅ্ং | চিল্লুং | আজিয়েই |
| মৗলআৰ্ | মৗল্লাৰ্ | কালিয়েই, ইত্যাদি। |

**০.২৩ তৃতীয় গোট ঃ** মঃয়িং, চঃমুৰাং

*১। মিচিং শব্দবোৰ অসমীয়াত লিপান্তৰ কৰোতে এই লেখকৰ 'মিচিং ভাষাৰ লিপি ঃ এটি পৰীক্ষামূলক আঁচনি'ৰ আহিত কৰা হৈছে। — লেখক।*





মঃয়িং আৰু চঃমুৰাং এই উপভাষা দুটাক আন এটা গোটত ৰাখিব পাৰি। শব্দ ভাণ্ডাৰৰ ক্ষেত্ৰত মঃয়িং উপভাষা চাঃয়াঙৰ লগত মিল আছে। কিন্তু উচ্চাৰণৰ ক্ষেত্ৰত কিছু পাৰ্থক্য আহি পৰে। বিশেষকৈ ৰ, ল, ন এই কেইটা ধ্বনিৰ উচ্চাৰণৰ সাল-সলনি আৰু সমীভৱন ৰীতিত চাঃয়াঙৰ লগত মঃয়িং, চঃমুৰাং ভাষাৰ পাৰ্থক্য লক্ষ্য কৰিব পাৰি[২]।

**০.২৪ চতুৰ্থ গোট ঃ** মিচিং-অসমীয়া উপভাষা

মিচিংসকলৰ ভিতৰত চামুগুৰীয়া, তেমাৰ, বংকোৱাল, বেৰেজীয়া, বিহিয়া আদি ফৈদৰ লোকসকলে বহু বছৰ আগৰ পৰাই মিচিং ভাষা পাহৰি অসমীয়া ভাষাকে মাতৃভাষা হিচাপে ব্যৱহাৰ কৰি আহিছে। কিন্তু এই অসমীয়া ভাষা সম্পূৰ্ণ অসমীয়া বা অসমীয়া ভাষাৰ মান্যৰূপ নহয়। অসমীয়া ভাষাৰ ভগ্নৰূপ বা অপভ্ৰংশৰ এটি ৰূপহে ব্যৱহাৰ কৰে। সেয়েহে এই ফৈদবোৰৰ লোকসকলে ব্যৱহাৰ কৰা ভাষাক অসমীয়া ভাষা বুলি নকৈ 'মিচিং-অসমীয়া উপভাষা' বুলিব পাৰি। তেওঁলোকে ব্যৱহাৰ কৰা ভাষাত লাগতিয়াল বস্তু-বাহানিৰ নাম, পূজা-পাতল আৰু দেওভূতৰ নামবোৰত মিচিং শব্দ প্ৰয়োগ কৰা দেখা যায় । ধ্বনিৰ উচ্চৰণৰ ক্ষেত্ৰতো অসমীয়া মান্যৰূপৰ পৰা কিঞ্চিৎ পৃথক দেখা যায়। ভাষাৰ সুৰলহৰতো অসমীয়াৰ পৰা যথেষ্ট পৃথক।

**১.০০ মিচিং ভাষাৰ উচ্চাৰিত ধ্বনি ঃ**

মিচিং ভাষাত উচ্চাৰিত ধ্বনিবোৰ স্বৰ আৰু ব্যঞ্জন এই দুটা শ্ৰেণীত ভাগ কৰিব পাৰি। উচ্চাৰণৰ স্থান আৰু প্ৰকাৰ বা ধৰণৰ ফালৰপৰা স্বৰ আৰু ব্যঞ্জন ধ্বনিমালাৰ বিৰোধ ঘটে অৰ্থাৎ পাৰ্থক্য আছে[৩]।

**১.১০ স্বৰ ধ্বনি ঃ**

মিচিং ভাষাত মুঠতে সাতোটা স্বৰ ধ্বনি উচ্চাৰিত হয়। এই সাতোটা স্বৰ ধ্বনিক আকৌ উচ্চাৰণৰ কালমাত্ৰাৰ দীৰ্ঘতা আৰু হ্ৰস্বতা অনুসৰি দুভাগত ভগাব পাৰি[৪]।

(ক) হ্ৰস্ব স্বৰ ধ্বনি আৰু

(খ) দীৰ্ঘ স্বৰ ধ্বনি।

মিচিং ভাষাত স্বৰধ্বনিবোৰৰ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত বিৰোধ ঘটে। সেইবাবে হ্ৰস্ব স্বৰ

*২। পাদুন, নাহেন্দ্ৰ ঃ 'চ'মুৰা মিচিঙৰ ভাষা আৰু সংস্কৃতি', অসমীয়া, সম্পা. চন্দ্ৰপ্ৰসাদ শইকীয়া, দ্বাদশ সংখ্যা, ১৯৬৯, পৃঃ ১১৭৫।*

*৩। মিচিং ভাষাৰ বৰ্ণ বিশ্লেষণ (Phonemic analysis) এই লেখকৰ দুটা প্ৰবন্ধত কৰা হৈছে। (ক) 'মিচিং ভাষাৰ বিশিষ্ট ধ্বনি', ভৃগুমুনি কাগ্য়ুং সম্পাদিত 'মিচিং সংস্কৃতিৰ আলেখ্য', ২য় খণ্ড, ১৯৭২ চন, পৃঃ ৩৪৫। (খ) 'Mishing Phonemes', শিৱসাগৰ কলেজ আলোচনী, ৰূপালী জয়ন্তী সংখ্যা, ১৯৭২-৭৩, পৃঃ ৪২।*

*৪। পূৰ্বোক্ত প্ৰবন্ধ দ্ৰষ্টব্য।*

আৰু দীৰ্ঘ স্বৰবোৰক বিশিষ্ট ধ্বনি হিচাপে গণ্য কৰিব পাৰি[৪]।

হ্ৰস্ব স্বৰ ধ্বনি আৰু দীৰ্ঘ স্বৰ ধ্বনিৰ উচ্চাৰণৰ স্থান আৰু প্ৰকাৰ একে। কিন্তু উচ্চাৰণৰ প্ৰকাৰত কালমাত্ৰা হ্ৰস্ব আৰু দীৰ্ঘ কৰিলে এই দুয়োবিধ ধ্বনিৰ মাজত বিৰোধ ঘটে। অৰ্থাৎ ধ্বনিগতভাৱে বিৰোধ ঘটে। সেইবাবে মিচিং ভাষাৰ স্বৰ ধ্বনিবোৰক হ্ৰস্ব স্বৰ ধ্বনি আৰু দীৰ্ঘ স্বৰ ধ্বনি এই দুটা ভাগত ভগোৱা হৈছে। হ্ৰস্ব আৰু দীৰ্ঘ স্বৰ ধ্বনি তলত দিয়াৰ দৰে লিখা হৈছে।

(ক) হ্ৰস্ব স্বৰ ঃ /অ, আ, আঁ, অ্, ই, উ, এ/

(খ) দীৰ্ঘ স্বৰ ঃ /অঃ, আঃ, আঁঃ, অ্ঃ, ইঃ উঃ, এঃ/

**১.২০ ব্যঞ্জন ধ্বনি ঃ**

মিচিং ভাষাত মুঠতে যোল্লটা ব্যঞ্জন ধ্বনি পোৱা যায়। যেনে —

ঔষ্ঠ ঃ /প, ব, ম /

দন্তমূলীয় ঃ / ত, দ, ন /

পশ্চ-তালব্য ঃ / ক, গ, ঙ /

দন্তমূলীয় উষ্ম ঃ / চ, জ, ঞ /

ৰণিত ঃ / ৰ, ল /

অন্তঃস্থ ঃ / ৱ, য়, /

ইয়াৰে প, ত, ক, অঘোষ অল্পপ্ৰাণ; ম, ন, ঙ, ঞ নাসিক্য সঘোষ; ব, দ, গ, ৰ, ল, য়, ৱ সঘোষ অল্পপ্ৰাণ ; চ অল্পপ্ৰাণ অঘোষ উষ্ম; জ অল্পপ্ৰাণ সঘোষ উষ্ম।

**২.০০ মহাপ্ৰাণ ধ্বনিৰ অনুপস্থিতি ঃ**

মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই। তিব্বত-বৰ্মী ভাষাগোষ্ঠীৰ অন্তৰ্গত উত্তৰ অসম শাখাৰ আঁকা (বা হ্ৰুচ) আৰু মিচিমি (তাৰাওঁ, মিজু, ইদু) ভাষাত আমোষ মহাপ্ৰাণ ধ্বনি থকাৰ কথা জনা যায়। কিন্তু এই শাখাৰ মিচিং (বা মিৰি) আদী (বা আবৰ অৰ্থাৎ পাঃদাম্, মিঞং, গালং ইত্যাদি) আৰু নিচি (বা ডফলা) ভাষাত মহাপ্ৰাণ ধ্বনি উচ্চাৰিত নহয়।

**৩.০০ সুৰ ঃ**

তিব্বত-বৰ্মীয় ভাষাগোষ্ঠীৰ ভাষাসমূহৰ সুৰ এটা প্ৰধান বৈশিষ্ট্য। এই ভাষাগোষ্ঠীৰ অন্তৰ্গত বড়ো, দেউৰী-চুতীয়া আৰু শ্যামীয় ভাষা গোষ্ঠীৰ খামতি আৰু আহোম ভাষাতো সুৰ পোৱা যায়। সেইমতে উত্তৰ-অসম শাখাৰ ভাষাসমূহতো সুৰ থকাটো স্বাভাৱিক। কিন্তু গ্ৰীয়াৰ্চন, ষ্টেন্ কনো, ৰবাৰ্ট চেফাৰ, ওলফেন্ডেন্ আদি ভাষাবিদসকলে উত্তৰ-অসম শাখাৰ ভাষাবোৰৰ ক্ষেত্ৰত বিশ্লেষণৰ যোগেদি সুৰ থকা নথকাৰ বিষয়ে স্পষ্ট মতামত দিব পৰা নাই। গ্ৰীয়াৰ্চনে নিচি ভাষাৰ সুৰ নাই বুলি উল্লেৰ কৰাৰ লগতে নিচি ভাষাৰ লগত মিচিং ভাষাৰ অতি ওচৰ সম্পৰ্ক বুলি উল্লেখ কৰিছে। সম্ভৱতঃ অতি





প্ৰাচীন কালত এই ভাষাবোৰৰ সুৰ আছিল। কালক্ৰমত সুৰাধাৰ ব্যঞ্জন ধ্বনিবোৰৰ লুপ্ত হোৱাৰ বাবে নাইবা এই ভাষাবোৰৰ অক্ষৰবোৰ টুকুৰা-টুকুৰকৈ জোৰা লগা লক্ষণৰ বাবে এই সুৰবোৰ কালক্ৰমত লুপ্ত পালে আৰু তাৰ সলনি স্বৰ ধ্বনিবোৰ হ্ৰস্ব আৰু দীৰ্ঘ ৰূপত তাৰ অৱশিষ্ট থাকিলগৈ।

**৩.১০ সুৰ লহৰ ঃ**

কথিত ৰূপত মিচিং ভাষাৰ কেবাটাও সুৰ লহৰ পোৱা যায়। এই সুৰ লহৰ উপভাষা অনুযায়ী সুকীয়া-সুকীয়া। সুৰ লহৰৰ ভিন্নতা অনুযায়ী অৰ্থৰ পাৰ্থক্য হয়। সুৰ লহৰত উদাত্ত, অনুদাত্ত, স্বৰিত এই আটাইকেইটা বৈশিষ্ট্যই লক্ষ্য কৰা যায়।

**৪.০০ অক্ষৰ ঃ**

মিচিং ভাষাৰ শব্দবোৰ অক্ষৰ বিশিষ্ট। এই ভাষাৰ উপসৰ্গ বা পূৰ্ব প্ৰত্যয়, প্ৰাতিপাদিক আৰু ধাতু বা প্ৰাকৃতিবোৰ এক অক্ষৰৰ। শব্দ গঠনৰ সময়ত এইদৰে ৰূপবোৰ যুক্ত হয়।

(ক) উপসৰ্গ + প্ৰাতিপাদিক

| | |
|---|---|
| আ + মি = আমি | 'মানুহ' |
| তা + নিঃ = তানিঃ | 'মানুহ' |

(খ) উপসৰ্গ + ধাতু

| | |
|---|---|
| আ + √ জন্ = আজন্ | 'বন্ধু' |
| আ + √ গেব্ = আগেব্ | 'কাম' |

(গ) ধাতু + ধাতু

| | |
|---|---|
| লু + বি = লুবি | 'কৈ দি' |
| বি + লেন্ = বিলেন্, | 'বাহিৰলৈ উলিয়াই দি' |

(ঘ) ধাতু + বিভক্তি

| | |
|---|---|
| ঙ + লু = ঙলু | 'আমি' |
| আমি + আঁ = আমিআঁ | 'মানুহে' |
| গৃ + য়ে = গৃয়ে | 'যাম,যাব' |
| দ + ত = দত | 'খালোঁ' |

(ঙ) ধাতু + পৰপ্ৰত্যয়

| | |
|---|---|
| দ + ঙাব্ = দঙাব্ | 'খাই শেষ কৰা' |
| যুৱ + দ = যুৱদৃ | 'শোৱাৰ সময়' |
| ই + মুৰ্ = ইমুৰ্ | 'ভুল কৰা' |

এনে ৰূপত শব্দ গঠন হোৱাৰ বাবে মিচিং ভাষাৰ বিশেষ্য, বিশেষণ, সৰ্বনাম পদৰ বেছি ভাগ শব্দই দ্ব্যাক্ষৰিক। জীৱ-জন্তু, গছ-গছনি, প্ৰাণীবাচক শব্দবোৰো দুটা অক্ষৰৰ।

যেনে —

| | | | | | |
|---|---|---|---|---|---|
| চিতী | — | হাতী | চবী | — | গৰু |
| মেন্‌জেগ্ | — | মহ | পীৰগ্ | — | কুকুৰা |
| পীত্‌তাং | — | চৰাই | পীজাব্ | — | হাঁহ |
| আপ্ | — | কণী | আলং | — | হাড় |

**৪.১০ অক্ষৰ গঠন ঃ**

মিচিং ভাষাৰ অক্ষৰ এইদৰে গঠন হয়।

**৪.১১ হ্ৰস্ব স্বৰেৰে ঃ**

| | | |
|---|---|---|
| (ক) এটা হ্ৰস্ব স্বৰ | এ, অী | 'ল' |
| (খ) দুটা হ্ৰস্ব স্বৰ | আই | 'ভাল হ' |
| | আৱ | পুত্ৰ |
| (গ) হ্ৰস্ব + ব্যঞ্জন | আদ্ | 'লিখ্' |
| | ইব্ | 'শো' |
| (ঘ) ব্যঞ্জন + এটা হ্ৰস্ব | চি | 'এই', 'এইটো' |
| | ন | 'তুমি' |
| (ঙ) ব্যঞ্জন + স্বৰ ব্যঞ্জন | দুগ্ | 'দৌৰ দে' |
| | তাদ্ | 'শুন্' |

**৪.১২ দীৰ্ঘ স্বৰেৰে ঃ**

| | | |
|---|---|---|
| (চ) এটা দীৰ্ঘ স্বৰ | অীঃ | 'হয়,' 'এৰা' |
| (ছ) দীৰ্ঘ স্বৰ + ব্যঞ্জন | এঃগ্ | 'গাহৰি' |
| | আঃম্ | 'ধান' |
| (জ) ব্যঞ্জন + দীৰ্ঘস্বৰ | কঃ | 'ল'ৰা' |
| (ঝ) ব্যঞ্জন + দীৰ্ঘস্বৰ + ব্যঞ্জন | তাঃং | 'কাঁইট' |
| | চাঃং | 'চাহ' |
| (ঞ) ব্যঞ্জন + দীৰ্ঘস্বৰ + হ্ৰস্বস্বৰ | পাঃই | 'দদাই' |
| | য়াঃই | 'ককাই' |

শব্দৰ আগত বা শেষত যুক্ত ব্যঞ্জন নাথাকে। শব্দৰ মাজত মাত্ৰ দুটা ব্যঞ্জন যুক্ত হয়। দুটাতকৈ অধিক ব্যঞ্জন যুক্ত নহয়। ব্যঞ্জনান্ত আৰু ব্যঞ্জনেৰে আৰম্ভ হোৱা দুটা ৰূপ লগ লাগিলে শব্দৰ মাজত ব্যঞ্জন যুক্ত হয়।

শব্দৰ আগত, শব্দৰ মাজত আৰু শব্দৰ শেষত স্বৰ ধ্বনি একাধিক যুক্ত হ'ব পাৰে। যেনে—





| | | | |
|---|---|---|---|
| (ক) শব্দৰ আগত | অইকলি | — | 'হয়কলি চৰাই' |
| | অইনিঃতম্ | — | 'এক শ্ৰেণীৰ গীত' |
| | অআঃং | — | 'পশ্চিম' |
| | আউম্ | — | 'তিনি' |
| (খ) শব্দৰ মাজত | কীঅৃগ্ | — | 'তল' |
| | পৃআং | — | 'পোহৰ' |
| | কউঅীম্ | — | 'ল'ৰাক' |
| (গ) শব্দৰ শেষত | নাঃনই | — | 'মাহী, খুড়ী' |
| | গৃপীই | — | 'যাবানে?' |

ওপৰত দিয়া উদাহৰণৰ (৪.১০) আৰ্হিত বদ্ধাক্ষৰ আৰু মুক্তাক্ষৰ দুয়োটা ৰূপত ধাতু আৰু প্ৰাতিপাদিকগঠন হয়। একাধিক অক্ষৰ থকা শব্দত একাধিক প্ৰাতিপাদিক নাইবা ধাতু থাকে। সেই কাৰণে মিচিং ভাষাৰ শব্দবোৰ আক্ষৰিক লক্ষণযুক্ত বুলিব পাৰি।

**৫.০০ উপসৰ্গ বা পূৰ্বপ্ৰত্যয় ঃ**

বিশেষ্য বা বিশেষণ শব্দ গঠন কৰিবৰ সময়ত ধাতু বা প্ৰাতিপাদিকৰ আগত উপসৰ্গ বা পূৰ্বপ্ৰত্যয় যোগ কৰা হয়। বিশেষণ শব্দ গঠনত ধাতু বা প্ৰাতিপাদিকৰ পিছত পৰ-প্ৰত্যয়ো যোগ কৰা হয়।

**৫.১০ বিশেষ্য শব্দ গঠনত সহায়ক পূৰ্ব প্ৰত্যয় হ'ল—**

| | | | |
|---|---|---|---|
| /ই/ | ইকিঃ | — | 'কুকুৰ' |
| | ইঃ | — | 'ধনু, তেজ' |
| | ইঃপাং | — | 'দাঁত' |
| /অৃ/ | অৃই | — | 'ধনু' |
| | অৃঃং | — | 'বন' |
| | অৃগৃং | — | 'কুঠাৰ' |
| | অৃম্ | — | 'জুই' |
| | অৃৰাং | — | 'পৰিয়াল' |
| /উ/ | উয়্ | — | 'দেও-ভূত' |
| | উগন্ | — | 'ধুতী' |
| | উৰম্ | — | 'প্ৰেতাত্মা' |
| /এ/ | এগে | — | 'মেখেলা' |
| | এঙে | — | 'কচু' |
| | এয়েগ্ | — | 'গাহৰি' |

| | | | |
|---|---|---|---|
| /অৗ/ | অৗকুম্ | — | 'ঘৰ' |
| | অৗক্কাম্ | — | 'পাত' |
| | অৗপুগ্ | — | 'কাঁড়' |
| /অ/ | অম | — | 'সন্তান, পোৱালি' |
| | অঙ | — | 'মাছ' |
| | অল্লুং | — | 'নাও' |
| /আ/ | আপিন্ | — | 'ভাত' |
| | আবু | — | 'দেউতাক' |
| | আচি | — | 'পানী' |
| | আদিঃ | — | 'পাহাৰ' |

**৫.২০ বিশেষণ শব্দ গঠনত সহায়ক পূৰ্ব প্ৰত্যয় ঃ**

| | | | |
|---|---|---|---|
| /আ/ | আনু | — | 'নতুন' |
| | আকু | — | 'পুৰণি' |
| | আজেব্ | — | 'চেপেটা' |
| /ব/ | বত্তী | — | 'ডাঙৰ' |
| | বদং | — | 'দীঘল' |
| | বৰ | — | 'গোটা ডাঙৰ' |
| /বৗ/ | বৗত্তী | — | 'ডাঙৰ' |
| | বৗজে | — | 'বহুত' |
| | বৗলুম্ | — | 'ঘিণ কৰা' |
| /য়া/ | য়াকা | — | 'ক'লা' |
| | য়াচিং | — | 'বগা' |
| | য়াগে | — | 'সেউজীয়া' |

৫.৩০ সেইদৰে স্থানবাচক বা দিকবাচক ক্ৰিয়া বিশেষণ আৰু সৰ্বনামতো পূৰ্বপ্ৰত্যয় যোগ হয়। যেনে —

| | | | |
|---|---|---|---|
| /ই/ | ইচ | — | 'ইয়াত' |
| | ইদ | — | 'ইয়াত' |
| | ইদৗ | — | 'এইটো' |
| /অৗ/ | অৗদৗ | — | 'সেইটো' |
| | অৗলৗ | — | 'সেইটো, সেয়া' |
| | অৗল | — | 'তাত' |





| | | | |
|---|---|---|---|
| /চি/ | চিল | — | 'আজি, দিনত' |
| | চিয়ুম্ | — | 'আজি আবেলি' |
| | চিৰ | — | 'আজি ৰাতিপুৱা' |
| /মৗ/ | মৗল | — | 'যোৱা কালি' |
| | মৗয়ুম্ | — | 'যোৱা কালি গধূলি' |
| | মৗয় | — | 'যোৱা ৰাতি' |
| /চুঃ/ | চুঃপাগ্ | — | 'এতিয়া' |
| | চুঃগাম্ | — | 'অথনিকৈ' |
| | চুঃগা | — | 'অলপ ৰ'বা' |

এইদৰে বহুতো উপসৰ্গ মূল প্ৰাতিপাদিক বা ধাতুৰ লগত যোগ দি বিভিন্ন পদৰ শব্দ গঠন কৰা হয়। (এই উদাহৰণৰ চি = এই, মৗ = অতীত, চুঃ = এই মুহূৰ্ত, ক্ষণ - এনে অৰ্থত শব্দমূল হিচাপেও গণ্য কৰিব পাৰি। সেইদৰে ই = ওচৰ বুজোৱা, অৗ = দূৰ বুজোৱা অৰ্থত ব্যৱহৃত হৈছে।)

**৬.০০ উপপদ ঃ**

ইংৰাজী ভাষাৰ দৰে প্ৰকৃত উপপদ মিচিং ভাষাত নাই। কিন্তু কেতিয়াবা সংখ্যাবাচক সৰ্বনাম -ক, আক্ - 'এটা', 'এজন'; চি - 'এই', 'এইজন'; দৗ - 'সেইটো', 'সেইজন' ইত্যাদি ব্যৱহাৰ কৰা হয় । যেনে —

| | |
|---|---|
| আমিক গৃদাগ্ | মানুহ এজন গৈছে |
| আমি আক গৃদাগ্ | |
| আমি দৗ গৃকাংকু | মানুহজন গ'লগৈ। |
| চি আমি চি চিমাদ্ দাগ্ | এই মানুহজন বলিয়া (হয়)। |
| দৗ আমি দৗ য়াকা দাগ্ | সেই মানুহজন ক'লা (হয়)। |

**৭.০০ বিশেষ্য ঃ**

মিচিং ভাষাৰ বিশেষ্যবাচক শব্দ গঠনৰ এক বিশেষ প্ৰক্ৰিয়া আছে। সামান্য সংজ্ঞাবোধক বা জাতিবাচক বিশেষ্য শব্দৰ বেছিভাগ দুটা অক্ষৰৰ। তাৰে প্ৰথম অক্ষৰটো উপসৰ্গ আৰু দ্বিতীয় অক্ষৰটো প্ৰাতিপাদিক বা শব্দৰ মূল ধাতু[৫]। প্ৰথম অক্ষৰত উপসৰ্গ হিচাপে ৫.১০ শিতানত উল্লেখ কৰা উপসৰ্গবোৰ অৰ্থাৎ আ-, অৗ-, অ্- অৃ- ইত্যাদি বহে। যেনে —

*৫। আমোদজনক কথা যে মিচিং ভাষাৰ আলৗ (ভৰি), আলাগ্ (হাত), অৗচিং (গছ) আদি বিশেষ্য শব্দবোৰ ধাতুৰ পৰাহে সাধিত হৈছে। উপসৰ্গ বাদ দি মূল ধাতুবোৰেৰে ক্ৰিয়া কৰিব পাৰি। যেনে—*

| | |
|---|---|
| *আলাগ্ > লাগ্ —লাক্কৃত* | *হাত জোকাৰি চা।* |
| *আলৗ > লৗ — লৗত* | *ভৰি আগবঢ়াই (খোজ কঢ়াৰ দৰে) দে।* |
| *অৗচিং > চিঃ, চিং — চিঃত* | *গজি উঠ, বাঢ়ি আহ। ইত্যাদি* |

/আ-/ আমি — 'মানুহ'
আদিঃ — 'পাহাৰ'
আল — 'নিমখ'
আতুগ্ — 'মূৰ'
আচি — 'পানী'
আগম্ — 'ভাষা'
আলাগ্ — 'হাত'
আকিঃ — 'পেট'
/ঔ-/ ঔকুম্ — 'ঘৰ'
ঔগৃন্ — 'হোৰা'
ঔগ — 'সাকোঁ'
/অ-/ অল্লুং — 'নাও'
অয়িং — 'শাক'
অঙ — 'মাছ'
অন্ন — 'সূতা'
/অ্-/ অ্লুং — 'শিল'
অ্গৃং — 'কুঠাৰ'
অ্অং — 'সিৰ'

৭.১০ ঃ সামান্য সংজ্ঞাবোধক বা জাতিবাচক বিশেষ্যৰ পৰা শ্ৰেণীবাচক বা ক্ষুদ্ৰ অংশ, অংশ বিশেষ বুজাবলৈ জাতিবাচক বিশেষ্যৰ মূল ধাতুটো আগত ৰাখি তাৰ লগত বিভিন্ন বৰ্ণনাত্মক প্ৰত্যয় সংযোগ কৰি কৰা হয়। যেনে—

| জাতিবাচক | শ্ৰেণী বা বৰ্গবাচক |
|---|---|
| আমি — মানুহ | মিচিং — 'মিচিং মানুহ' |
| | মিপাগ্ — 'অ-মিচিং লোক' |
| | মিলং — 'মতা মানুহ' |
| | মিদাং — (মানুহৰ) বিয়া' |
| ঔচিং — গছ | চিংগি — 'শিমলু গছ' |
| | চিঃলগ্ — 'শলখ গছ' |
| | চিঃতৃৰ্ — 'উৰিয়াম গছ' |
| ঔককাম্ — পাত | কাম্ৰ — 'কৌ পাত' |
| | কাম্তৃদ্ — 'কৌ পাতৰ নুৰা' |





কাম্লে — 'নকলি কৌপাত'
অঙ — মাছ ঙপা — 'শিঙি'
ঙচং — 'এলেং'
ঙৰ্ — 'কুঁচিয়া'

৭.১১ ঃ একে শ্ৰেণীবাচক বিশেষ্য হ'লে অৰ্থাৎ চৰাই, মাছ, গছ ইত্যাদি শব্দৰ আগত একেটা প্ৰাতিপাদিক ব্যৱহাৰ হয়। যেনে—

চিঃ, চিং — গছবাচক অৰ্থত
চিংগি — 'শিমলু গছ'
চিঃপিয়াগ্ — 'তুলা গছ'
চিঃলুং — 'হাবি, অৰণ্য'

পী — চৰাই বাচক
পীত্তাং — 'চৰাই'
পীকৃ — 'কপৌ'
পীবেঃ — 'ভাটো'
পীৰগ্ — 'কুকুৰা'
পীজাব্ — 'হাঁহ'

চি — পশু বা জন্তুবাচক
চিমন্ — 'পশু'
চিৰা — 'বৰা গাহৰি'
চিবেঃ — 'বান্দৰ'
চিতুম্ — 'ভালুক'
চিচুগ্ — 'শৰ পহু'

তা — পোক-পৰুৱা বা ক্ষুদ্ৰ প্ৰাণী অৰ্থত
তাপুম্ — পোক
তায়িং — মাখি
তামিদ্ — মহ
তাবা — উৰহ
তাপাদ্ — জোক, ইত্যাদি।

এইদৰে প্ৰতিটো শ্ৰেণীবাচক বিশেষ্যৰ একো একোটা শব্দৰ মূল আধাৰ থাকে[১]। অৱশ্যে সকলো শব্দই এইদৰে গঠন নহয়। তাৰ ব্যতিক্ৰমো নোহোৱা নহয়। জুই, লো, দা, পানী ইত্যাদি জাতিবাচক বিশেষ্য শব্দবোৰক আধাৰ শব্দ হিচাপে গ্ৰহণ কৰিব পাৰি

যাৰ পৰা অনেক শ্ৰেণী বাচক শব্দৰ সৃষ্টি হৈছে। উদাহৰণ স্বৰূপে অমী 'জুই' শব্দৰ পৰা মীতুং 'আঙামুৰি', মীৰম্ 'জুহাল', মীতৃপি 'ফটছাই', মীৰূল্ 'এঙাৰ', মীবেঃ 'এঙাৰ' ইত্যাদি।

**৭.২০ গুণবোধক বা ভাববোধক বিশেষ্য ঃ**

গ্ৰীয়াৰ্চনে Linguistic Survey of India, (Vol. iii, Part I)ত কৈছে যে তিব্বত-বৰ্মীয় ভাষাত বিমূৰ্ত শব্দ অৰ্থাৎ গুণবোধক বা ভাববোধক বিশেষ্য শব্দ গঠন কৰিব পৰাৰ ক্ষমতা নাই। অৰ্থাৎ গুণবোধক শব্দ গঠন কৰিবলৈ এই ভাষাবোৰক ব্যাকৰণিক পদ্ধতি নাই। কিন্তু মিচিং ভাষাৰ ক্ষেত্ৰত দেখা গৈছে যে ক্ৰিয়া (বা ধাতু) নাইবা বিশেষণৰ পৰা ভাববাচক বিশেষ্য শব্দ গঠন কৰিব পাৰি। ক্ৰিয়া আৰু বিশেষণৰ মূলৰ পিছত -নাম যোগ দি ভাববাচক বা গুণবাচক বিশেষ্য গঠন কৰা হয়। যেনে—

(ক) ক্ৰিয়াৰ পৰা—

| | |
|---|---|
| দ + নাম্ = দনাম্ | 'খাৱন, খাদ্য' |
| ইব্ + নাম্ = ইব্নাম্ | 'শোৱন, শয়ন' |
| গেব্ + নাম্ = গেব্নাম্ | 'কৰাকাৰ্য, কৰ্ম' |
| বি + নাম্ = বিনাম্ | 'দিয়া কাৰ্য, দান' |
| য়ব্ + নাম্ = য়ব্নাম্ | 'উৰা কাৰ্য, উৰণ' ইত্যাদি। |

(খ) বিশেষণৰ পৰা —

| | | |
|---|---|---|
| আয়াঃনাম্ | — | 'মৰম কৰা কাৰ্য, মৰম' |
| মুৰিঃনাম্ | — | 'দুষ্টামি' |
| ঙেমন্নাম্ | — | 'মূৰ্খামি' |
| বত্তীনাম্ | — | 'মহৎ, মহতালি', ইত্যাদি। |

ক্ৰিয়াবাচক বিশেষ্যও -নাম্ সংযোগ কৰিয়েই গঠন কৰা হয়। (এই ক্ষেত্ৰত শব্দটো ধাতুৰ পৰা সাধিত কৰাৰ বাবে কেতিয়াবা অৰ্থৰ বিজুতি লাগে। কিন্তু বাক্যত অৰ্থ স্পষ্ট হৈ পৰে।)

**৭.৩০ বিশেষ্যৰ বচন ঃ**

বিশেষ্যৰ বচন দুটা -একবচন আৰু বহু বচন। এক বচনত কোনো প্ৰত্যয় বা বিভক্তি যোগ নকৰাকৈ বিশেষ্য শব্দটোকে পোনপটীয়াকৈ ব্যৱহাৰ কৰা হয়। বাক্যত ব্যৱহাৰ

৬। *এই বিষয়টো চীনা ভাষাৰ গঠন প্ৰণালীৰ লগত মিল আছে। দ্ৰষ্টব্য—*
Forrest, R.A.D. – *The Chinese Language*, 3rd edn. London. 1973
Kratochvil, Paul – *The Chinese Language Today*, London. 1968.
Benedict, Paul K – *Sino-Tibetan, A Conspectus*, Cambridge, 1972.





কৰোঁতে এজন, এটা, এখন আদি নিৰ্দিষ্টকৈ বুজাবলৈ এক বচনৰ শব্দৰ পিছত 'এক' নিৰ্দিষ্টতাবাচক উপপদ /-ক/ যোগ দিয়া হয়। বহু বচনত -কৃদং, -কৃবৃং (শব্দৰ মাজত -কৃদৃঃ, -কৃবৃঃ), -কৃদাব্ আৰু -বুলু যোগ কৰা হয়। যেনে—

| একবচন | | | বহুবচন | | |
|---|---|---|---|---|---|
| কঃ | — | ল'ৰা | কঃকৃদৃং | — | ল'ৰাবোৰ |
| তানিঃ | — | মানুহ | তানিকৃদাব | — | মানুহবোৰ |
| তাপুম্ | — | পোক | তাপুমকৃবৃং | — | পোকবোৰ |
| ৰাম্বৃ | — | ৰামে | ৰামবুলু | — | ৰামহঁত |
| অথবা | | তানিঃক গৃদুং | — | মানুহ এজন আহিছে। | |
| | | কঃনীঃংক কাব্দুং | — | ছোৱালী এজনী কান্দিছে। | |

**৭.৪০ লিংগ ঃ**

প্ৰকৃতাৰ্থত মিচিং ভাষাত বৈয়াকৰণগত লিংগ নাই। উভয়লিংগবাচক শব্দৰ পিছত পুংলিংগ বুজাবৰ কাৰণে পুৰুষ বা মতা বুজোৱা শব্দ আৰু স্ত্ৰীলিংগ বুজাবৰ কাৰণে স্ত্ৰী বা মাইকী বুজোৱা শব্দ সংযোগ কৰা হয়। নিৰ্জীৱ পদাৰ্থ নাইবা মতা-মাইকীৰ পাৰ্থক্য ধৰিব নোৱাৰা জীৱ-জন্তু আৰু প্ৰাণীৰ ক্ষেত্ৰত লিংগ আৰোপ কৰা নহয়।

**৭.৪১ মনুষ্যবাচক ঃ**

মনুষ্যবাচক শব্দত পুংলিংগ বুজাবলৈ মিলঃ, মিলং, মিল্বং (অৰ্থ - মতা), আৰু স্ত্ৰীলিংগ বুজাবলৈ নীঃং, মিমী, মেঃং, মিনী (অৰ্থ - মাইকী) শব্দ সংযোগ কৰা হয়। যেনে—

| | | | | | |
|---|---|---|---|---|---|
| মিলং | — | মতা | মিমী | — | মাইকী |
| কঃ মিলং | — | মতা লৰা | কঃমিমী | — | মাইকী ছোৱালী |
| কঃ মিল্বং | — | মতা ল'ৰা | কঃনীঃং | — | মাইকী ছোৱালী |
| তুম্ব মিলং | — | বৰলা | তুম্ব মিমী | — | বিধবা |
| ৰুঃতুম্ মিলং | | গৰাকী | ৰুঃতুম্ মিমী | — | গৰাকিনী |

**৭.৪২ ঃ**

প্ৰাণী বুজোৱা উভয় লিংগৰ শব্দত আব 'মতা' আৰু আনী 'মাইকী' শব্দ সংযোগ কৰি পুংলিংগ আৰু স্ত্ৰীলিংগ কৰা হয়। যেনে—

| | | | | | |
|---|---|---|---|---|---|
| চিমন্ আব | — | মতা পশু | চিমন্ আনী | — | মাইকী পশু |
| চবী আব | — | মতা গৰু | চবী আনী | — | মাইকী গৰু |
| তাবৃ আব | — | মতা সাপ | তাবৃ আনী | — | মাইকী সাপ |

৭.৪৩ ঃ

নামবাচক বিশেষ্যৰ (জীৱজন্তুৰ) শব্দত লিংগবাচক আব-ৰ, -ব আৰু আনী -ৰ, -নী মাত্ৰ সংযোগ হয়। জীৱ-জন্তুৰ মূল শব্দত থকা উপসৰ্গ বা প্ৰথম অক্ষৰটো লোপ পায়[১]। সাধাৰণতে মূল শব্দটো দ্বিৰুক্তি কৰি লিংগবাচক -ব আৰু -নী যোগ কৰা হয়। যেনে—

| | | | | | |
|---|---|---|---|---|---|
| ঔকিঃ কিঃব | — মতা কুকুৰ | ঔকিঃ কিঃনী | — | মাইকী কুকুৰ |
| চিতৌ তৌব | — মতা হাতী | চিতৌ তৌনী | — | মাইকী হাতী |
| পৌজাব্ জাব্ব | — মতা হাঁহ | পৌজাব্ জাব্নী | — | মাইকী হাঁহ। |

৭.৪৪ ঃ

সম্বন্ধবাচক শব্দত পুংলিংগ আৰু স্ত্ৰীলিংগ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়। যেনে —

| | | | | | |
|---|---|---|---|---|---|
| আত | — | ককাদেউতাক | আয় | — | আইতাক |
| আবু | — | দেউতাক | আনী | — | মাক |
| বাঃব্ | — | দেউতা | নাঃন্ | — | আই, মা |
| বাঃবু | — | দেউতা | নাঃনী | — | আই, মা |
| বাঃউ | — | দেউতা | অউ | — | আই, মা |
| বাঃবৃ | — | দেউতা | নাঃনী | — | আই, মা |
| অঃ | — | পো | অমী | — | জী |
| আৰ | — | পো | | | |
| বৃৰ | — | ককায়েক | বৃৰমী | — | বায়েক |
| ৱাই | — | ককাই | মেঃম্ | — | বাই, বাইদেউ |
| কাই | — | ককাই | বাই | — | বাই, বাইদেউ |
| চাঃচি | — | ককাই | চাঃচি | — | বাই, বাইদেউ |

৭.৫০ কাৰক আৰু শব্দ বিভক্তি ঃ

মিচিং ভাষাত আঠোটা শব্দ বিভক্তি ব্যৱহাৰ হোৱা দেখা যায়। কাৰকতো সেই একেবোৰ বিভক্তিয়েই যুক্ত হয়। কিন্তু সূক্ষ্মভাৱে বিচাৰ কৰিলে দেখা যায় যে ৪ৰ্থী আৰু পঞ্চমী বিভক্তি অৰ্থাৎ সম্প্ৰদান আৰু অপাদান কাৰকৰ বিভক্তিখিনি বিশুদ্ধ বিভক্তি চিহ্ন নহয়। চতুৰ্থী বিভক্তিৰ (সম্প্ৰদান কাৰক) বাবে তৃতীয়া আৰু ষষ্ঠী (কৰণ কাৰক) আৰু ষষ্ঠী (সম্বন্ধবাচক) বিভক্তিৰ পৰা গঠন কৰা হৈছে।

১। শব্দ দুটাৰ উপসৰ্গ দুটা লোপ পোৱাৰ ফলত মূল ধাতু বা প্ৰাতিপদিক দুটাই পুনৰ দ্বান্দ্বিক শব্দ গঠন কৰে।





শব্দ বিভক্তি আৰু কাৰক প্ৰত্যয়বোৰ হ'ল—

| | | | |
|---|---|---|---|
| প্ৰথমা, | কৰ্তা কাৰক | — | ঔ, Ø |
| দ্বিতীয়া, | কৰ্ম কাৰক | — | ঔম্, ঔমী |
| তৃতীয়া, | কৰণ কাৰক | — | লক্, লক্কি, কি, কক্কি |
| চতুৰ্থী, | সম্প্ৰদান কাৰক | — | মী, কীঃপী |
| পঞ্চমী, | অপাদান কাৰক | — | লক্কী, কীঃলক্ |
| ষষ্ঠী, | সম্বন্ধবাচক | — | কী |
| সপ্তমী, | অধিকৰণ কাৰক | — | ল, কীঃল |
| সম্বোধন — | | — | আ |

একবচন আৰু বহুবচনত একেবোৰ শব্দবিভক্তিয়েই যোগ হয়। কোনো শব্দৰ লগত বিভক্তি যোগ হ'লে প্ৰথমা আৰু দ্বিতীয়া বিভক্তিত বাদে বাকীবোৰৰ ধ্বনি পৰিৱৰ্তন নহয়।

স্বৰান্ত শব্দত প্ৰথমা আৰু দ্বিতীয়া বিভক্তি যোগ হ'লে বিভিন্ন ধৰণে ধ্বনি পৰিৱৰ্তন হয়। ইয়াতো চাঃয়াং উপভাষাত এক প্ৰকাৰে আৰু পাগ্ৰ, দৌলু, দাম্বুগ্ আৰু অয়ান্ উপভাষাত অন্য প্ৰকাৰে ধ্বনি পৰিৱৰ্তন হয়। বিশেষকৈ শেষোক্ত উপভাষা গোটত শব্দৰ শ্বাসাঘাতৰ বাবে স্বৰমধ্যগ ব্যঞ্জন ধ্বনি দ্বিত্ব হয়। যেনে—

| শব্দ + বিভক্তি | চাঃয়াং | পাগ্ৰ, দৌলু, দাম্বুগ, অয়ান্ | | |
|---|---|---|---|---|
| চিতৌ + ঔ | চিতৌ | চিত্তৌ | — | হাতীয়ে |
| আচি + ঔ | আইঔ | আত্তৌ | — | পানীয়ে |
| আবু + ঔ | আবুঔ | আব্ব | — | বাপেকে |
| আৰ + ঔ | আৰুঔ | আব্ৰ | — | সঁচাই |
| তাচে + ঔ | তাচেঔ | তাত্চৌ | — | খেৰে |

৮.০০ **বিশেষণ ঃ**

মিচিং ভাষাত বিশেষণৰ বাবে সুকীয়া শব্দ নাই। বিশেষণ শব্দবোৰ মূল ধাতুৰ পৰা সাধন কৰা হয়। যিবোৰ ধাতুৰ পৰা বিশেষণ শব্দ সাজিব পাৰি সেইবোৰক বিশেষণীয় ধাতু (Adjectival Root) বুলিব পাৰি। এই বিশেষণীয় ধাতুৰ পিছত বিশেষণবাচক -নী প্ৰত্যয় যোগ দিলে বিশেষণ শব্দ গঠিত হয়। যেনে—

| ধাতু + প্ৰত্যয় | বিশেষণ | অৰ্থ |
|---|---|---|
| আই + নী | আইনী | ভাল |
| আইমাঃ + নী | আইমাঃনী | বেয়া |
| অঃবৃঃ + নী | অঃবৃঃনী | ওখ |

| | | |
|---|---|---|
| আঁঃতাঁদ্‌+নী | আঁঃতাঁদনী | চাপৰ |
| মিৰীম্‌+নী | মিৰীম্‌নী | ধনী |
| অপান্‌ +নী | অপান্‌নী | দুখীয়া |

৮.১০ ঃ

ৰং বা বৰণ বুজোৱা বিশেষণ শব্দৰ আগত য়া- উপসৰ্গ থাকে। যেনে—

য়াচিং — বগা
য়াকা — ক'লা
য়ালুং — ৰঙা
য়াগে — সেউজীয়া
য়াদেঃ — শেঁতা

৮.১১ ঃ

গন্ধ বুজোৱা শব্দ -নাম্‌ (গন্ধ লোৱা) ধাতুৰে সজা হয়। তাৰ লগত বিভিন্ন অৰ্থ বুজোৱা প্ৰত্যয় সংযোগ কৰি নানান বিশেষণ শব্দ গঠন কৰা হয়। যেনে—

নাম্‌প — সুগন্ধ
নাম্‌ঞিং — দুৰ্গন্ধ
নামচুং — গেলা গন্ধ
নামকেঃ — প্ৰসাৰৰ গন্ধ
নামদৃগ্‌ — জ্বলা গন্ধ।

৮.১২ ঃ

জিভাৰ আস্বাদনৰ ক্ষেত্ৰত বিভিন্ন ধাতুৰ লগত -নী প্ৰত্যয় যোগ কৰি সাধন কৰা হয়। যেনে —

তিঃনী — মিঠা
দৃগ্‌নী — জ্বলা
কুঃনী — টেঙা
কয়াগ্‌নী — নিমখীয়া

**৮.২০ বিশেষণৰ তাৰতম্য ঃ তুলনা**

**৮.২১ ভাল আৰু বেয়াৰ মাজত ঃ**

বহুতৰ মাজত এটাৰ অলপ ভাল বা বেয়া, বা ভাল বেয়াৰ পৰিমাণ অলপ, নিচেই,

৮। অসমীয়া ভাষাত সাধাৰণতে এনে ধৰণৰ পৰিমাণবাচক তুলনা শব্দ নাই। গতিকে অসমীয়া বাক্যৰে প্ৰকৃত অৰ্থ ফুটাই তুলিব নোৱাৰি।





এনে অৰ্থত বিশেষণীয় ধাতুৰ লগত -অউ, -আউ, -মুম্‌, -গাম্‌ যোগ দি তুলনা কৰি দেখুওৱা হয়[৮]। যেনে —

-অউ = চি অঙ চি আইয়উ দাগ্‌ — এই মাছটো অলপ ভাল।

-আউ = আম্‌বৃন্‌ কৃদৃঃ চী আইয়াউ দাগ্‌ — চাউলখিনি অলপ ভালেই।

-মুম্‌ = চী গালুগ্‌ চী ঙক্‌কীপী আইমুম্‌ দাগ্‌
— এই চোলাটো মোৰ বাবে অলপ ভালেই।

-গাম = বৃক্‌কী কিনাম্‌দী আইগাম্‌মাঃ
—তাৰ অসুখটো অলপ বেয়া। (অৰ্থাৎ বেছি বেয়ালৈ আহিছে।)

**৮.২২ ভাল আৰু উত্তমৰ মাজত ঃ**

সংস্কৃতত প্ৰিয়, প্ৰিয়তৰ, প্ৰিয়তম্‌ নাইবা ইংৰাজীৰ good, better, best ইত্যাদিৰ দৰে মিচিং ভাষাতো দুটা বা ততোধিক বস্তুৰ মাজত এটাৰ তুলনা বুজাবলৈ বিশেষণীয় ধাতুটোৰ লগত -গাম্‌, -য়াঃ, -বান্‌, -বান্‌-পাগ্‌ যোগ দি কৰা হয়। তুলনা কৰোঁতে তুলনা কৰা বস্তু আৰু তুলনীয় বস্তু দুটাৰ মাজত -পীনাম্‌, -পৃলুং (অসমীয়া '-তকৈ'ৰ দৰে) অন্তৰ্ভুক্ত কৰা হয়। যেনে —

-গাম্‌ — চি গাচৰ্‌ চি নক্‌কী দীম্‌পীনাম্‌ আইগাম্‌ দাগ্‌।
এই কাপোৰখন তোমাৰখনতকৈ অলপ ভাল (হয়)।

-বান্‌ — পানৈ-বৃ ৰকমিমীম্‌ পীনাম্‌ আইবান্‌ দাগ্‌।
পানৈ ৰকমীতকৈ বেছি ভাল (হয়)।

- য়াঃ, -য়াং— নন্‌কী কিতাব্‌ দীম্‌পৃলুং ঙক্‌কী চি আইয়াঃ দাগ্‌।
তোমাৰ কিতাপখনতকৈ মোৰখন বেছি ভাল (হয়)।

-বান্‌-পাগ্‌— ঙক্‌কী গালুগ্‌ চি আপ্‌পৃঃ লক্‌কীম্‌ পীনাম্‌ আই-বান্‌-পাগ্‌ দাগ্‌।
মোৰ চোলাটো আটাইবোৰতকৈ বেছি ভাল (উত্তম হয়)।

এই বিশেষণৰ তাৰতম্য -গাম্‌ - আপেক্ষিকভাৱে, - বান্‌ আৰু -য়াঃ - তুলনামূলকভাৱে, -বান্‌-পাগ্‌ আৰু -য়াঃ-পাগ্‌ - উত্তমভাৱে, এনে অৰ্থত ব্যৱহাৰ কৰা হয়।

**৮.৩০ বিশেষণীয় বিশেষণ ঃ ক্ৰিয়া বিশেষণ ঃ**

বিশেষণীয় বিশেষণ গঠন কৰিবলৈ ধাতুৰ পিছত -পী যোগ দিয়া হয়। যেনে—

| | | | |
|---|---|---|---|
| আইপী — | ভালকৈ | আইমাঃপী — | বেয়াকৈ |
| দীঙম্‌পী — | পলমকৈ | লাঁদুপী — | পিছলৈ |
| আগিন্‌পী — | সদায় | লঃদৃপী — | নিতৌ |

বিশেষণীয় বিশেষণ শব্দবোৰ ক্ৰিয়া বিশেষণ হিচাপেও ব্যৱহাৰ হয়। আচলতে এইবোৰক

ক্ৰিয়া বিশেষণ বোলাহে যুগুত। যেনে—

| | | |
|---|---|---|
| আইপী আইদাগ্ | — | বৰ ভাল (হয়)। |
| আইপী গৃত | — | ভালকৈ যোৱা। |

**৮.৪০ সংখ্যাবাচক বিশেষণ ঃ**

সংখ্যাবাচক শব্দৰ এটা, এজন বুজাবলৈ সংখ্যা যুক্ত হ'বলগীয়া বিশেষ্য বা বিশেষণ শব্দটোৰ লগত -ক যোগ দিয়া হয়। যেনে —

আমিক — মানুহ এজন, আতীব্‌ক — এটা, লৃঃনীক — ৰঙা এটা, ইত্যাদি।

মিচিং ভাষাত একৰ পৰা দহলৈকেহে সংখ্যা শব্দ আছে। শব্দত বা বাক্যত ব্যৱহাৰ কৰোঁতে সংখ্যা শব্দৰ আগত থকা আ- উপসৰ্গ লোপ পায়। ৭,৮,৯ সংখ্যা শব্দত উপসৰ্গ নাই। গতিকে এই তিনিটাত মূল ৰূপটোৰেই ব্যৱহাৰ হয়। যেনে —

| সংখ্যা | সংখ্যাবাচক | অৰ্থ |
|---|---|---|
| আক | -ক | এক |
| আন্‌গ্ৰিঃ | -গ্ৰিঃ | দুই |
| আউম্ | -উম্ | তিনি |
| অপ্‌পিঃ | -পিঃ | চাৰি |
| আংঙ | -ঙ | পাঁচ |
| আক্কেঃ | -কেঃ | ছয় |
| আক্কীং | -কীং | ছয় |
| কৃন্দ্ | — | সাত |
| পিঃগ্ৰিঃ | — | আঠ |
| কনাং | — | ন |
| অৃয়িং | -য়িং | দহ। |

**৮.৪১ বৰ্গকৰ্তা ঃ (CLASSIFIER)**

কোনো বস্তুৰ গোটা, চেপেটা, ঘূৰণীয়া আদি আকৃতি বুজাবলৈ বেলেগে বেলেগে শব্দ ব্যৱহাৰ কৰা হয়। সেই শব্দবোৰৰ উপসৰ্গ বাদ দি বাকী অংশ সংখ্যাবাচক ৰূপৰ লগত যোগ দিয়া হয়। তেতিয়া শব্দটো বৰ্গকৰ্তা (Classifier) হিচাপে পৰিগণিত হয়। সংখ্যাবাচক ৰূপ যোগ হ'লে শব্দটো সংখ্যাৰ দ্বাৰা নিৰ্দিষ্ট কৰা হয়। যেনে—পৃ (< আপৃ) — গোটা, ঘূৰণীয়া বস্তুৰ ক্ষেত্ৰত, যেনে—

| | | |
|---|---|---|
| আপৃক | — | এটা ঘূৰণীয়া (বা এটা কণী) |
| পৃগ্ৰিক | — | দুটা ঘূৰণীয়া (দু টা কণী) |
| পৃউম্‌ক | — | তিনিটা ঘূৰণীয়া বা তিনিটা কণী। |





দব্(<আদব্) — জন্তু বুজোৱা ক্ষেত্ৰত, যেনে—

| | | |
|---|---|---|
| আদব্‌ক | — | এটা বা এজনী জন্তু (গৰু, ম'হ) |
| দব্‌গ্ৰিক | — | দুটা বা দুজনী জন্তু " |
| দব্‌ঙক | — | পাঁচটা বা পাঁচজনী জন্তু " |

বব্ (<আবব্) — পাতল, চেপেটা বস্তুৰ ক্ষেত্ৰত, যেনে—

| | | |
|---|---|---|
| আবব্‌ক | — | এখিলা, এপাত |
| বব্‌গ্ৰিক | — | দুখিলা, দুপাত |
| বব্‌য়িংক | — | দহখিলা, দহপাত। |

এইদৰে লুম্ (গোটা), বুং (গোটা, দীঘল), তাগ্ (চেপেটা, টুকুৰা) আদি বহুতো বৰ্গকৰ্তা সংখ্যাবাচক শব্দৰ লগত যোগ হয়।

**৮.৪২ পূৰণবাচক ঃ**

মিচিং ভাষাত প্ৰথম, দ্বিতীয়, তৃতীয় আদি পূৰণবাচক শব্দ নাই। সংখ্যাৰ পাৰিভাষিক শব্দ একৰ পৰা দহ আৰু এশ আছে। এঘাৰ, বাৰ, বত্ৰিশ, তেত্ৰিশ ইত্যাদি মাজৰ সংখ্যাবোৰৰ প্ৰতিশব্দ নাই।

**৯.০০ সৰ্বনাম ঃ**

**৯.১০ ব্যক্তিবোধক সৰ্বনাম ঃ**

ব্যক্তিবোধক সৰ্বনামৰ প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ আৰু তৃতীয় পুৰুষ এই তিনিওটা পুৰুষ আছে আৰু এইবোৰ একবচন, দ্বিবচন আৰু বহুবচনত ৰূপ হয়। যেনে —

| | একবচন | দ্বিবচন | বহুবচন |
|---|---|---|---|
| প্ৰথম পুৰুষ | ঙ - 'মই' | ঙগ্ৰিঃ - 'আমি দুয়ো' | ঙলু - 'আমি' |
| দ্বিতীয় পুৰুষ | ন - 'তুমি' | নন্‌গ্ৰিঃ - 'তোমালোক দুয়ো' | নলু - 'তোমালোক' |
| তৃতীয় পুৰুষ | বৃ — 'সি, তাই' | বৃন্‌গ্ৰিঃ - 'সিহঁত দুয়ো' | বুল - 'সিহঁত'। |

**৯.১১ শ্ৰেণী আৰু লিংগ নিৰপেক্ষ ঃ**

ব্যক্তিবোধক সৰ্বনামৰ তুচ্ছাৰ্থ আৰু মান্যাৰ্থ ৰূপ মিচিং ভাষাত নাই। তদুপৰি পুংলিংগ আৰু স্ত্ৰীলিংগ সূচাবৰ কাৰণে বিকল্প শব্দৰ প্ৰয়োগ নাই। তৃতীয় পুৰুষৰ বৃ সি, তাই, তেওঁ, তেখেত, ই ইত্যাদি সকলোকে বুজায়। দ্বিবচন আৰু বহুবচনতো একে নিয়মেই প্ৰযোজ্য।

**৯.১২ শব্দ বিভক্তি ঃ**

ব্যক্তিবোধক সৰ্বনামত তলত দিয়াৰ দৰে শব্দ বিভক্তি যোগ হয়। যেনে—

| | | |
|---|---|---|
| প্ৰথমা | — | -Ø, -আঁ |
| দ্বিতীয়া | — | -আঁম্, -আঁমী |

| | | |
|---|---|---|
| তৃতীয়া | — | -ক্কি |
| চতুৰ্থী | — | -ক্কৗল-পী |
| পঞ্চমী | — | -ক্কী-লক্ |
| ষষ্ঠী | — | -ক্কী |
| সপ্তমী | — | -ক্কী-ল |

**৯. ১৩ স্বয়ং ঃ**

ব্যক্তিবোধক সৰ্বনামৰ নিজবাচক (reflexive) শব্দ হ'ল 'আত্ৰ্' (স্বয়ং)। আত্ৰ্ (স্বয়ং) শব্দ বাক্যত প্ৰয়োগ কৰোঁতে ক্ৰিয়াৰ লগত সদায় 'চু' (নিজে কৰা অৰ্থত) যোগ হয়। যেনে—

ঙ আত্ৰ্আঁ আপ্নি দচুত — মই নিজে ভাত খালোঁ।

বৃ আত্ৰ্আঁ অকুম্পী গৃচুকাংকু— সি নিজে ঘৰলৈ গ'লগৈ।

**৯.২০ বিশেষণ সৰ্বনাম ঃ**

বিশেষণ সৰ্বনামক তিনি ভাগত ভগাব পাৰি— (ক) সম্বন্ধৱাচক, (খ) নিৰ্দিষ্টতাৱাচক, (গ) অনিৰ্দিষ্টতাৱাচক।

(ক) সম্বন্ধৱাচক সৰ্বনামৰ উদাহৰণ—

চেক্কী গালুগী — কাৰ চোলা (হয়)?

নক্কী কিতাবী — তোমাৰ কিতাপ (হয়)।

বৃক্কী আবুআঁ — তাৰ দেউতাক (হয়)।

(খ) নিৰ্দিষ্টতাৱাচক সৰ্বনামক নিকটৱৰ্তী আৰু দূৰৱৰ্তী এই দুই ভাগত ভগাব পাৰি। যেনে—

| নিকটৱৰ্তী | | | দূৰৱৰ্তী | | |
|---|---|---|---|---|---|
| চি | — | এই, এইটো | আঁ | — | সেই, সেইটো |
| চৗ | — | এই, এইটো | দী | — | সেই, সেইটো |
| চিদী | — | এয়া, এইটো | আঁদী | — | সেয়া, সেইটো |
| চিপী | — | এনেকৈ | দীপী | — | সেইদৰে, তেনেকৈ |
| চৗম্পী | — | এনেকৈ | আঁদীম্পী | — | সেইদৰে, তেনেকৈ |
| | | | তৗলী | — | ওপৰত, উজনিত |
| | | | বৗলী | — | তলত, নামনিত |

(গ) অনিৰ্দিষ্টতাৱাচক সৰ্বনাম—

| | | | | | |
|---|---|---|---|---|---|
| চেংকজি | — | কোনোবা | চিদ্দৃক | — | ইমান |
| ছেংকতী | — | কোনেও | দীদ্দৃক | — | সিমান |





| | | | | | |
|---|---|---|---|---|---|
| আচুত্ক | — | অলপ | আঁদ্দৃক | — | সিমান |

বিশেষণ সৰ্বনামৰ বৃ, চি, চৗ, আতৗ, আত্ৰ্, অ্ৃংক, অক— শব্দৰ একবচন আৰু বহুবচনত ৰূপ হয়।

**৯. ৩০ প্ৰশ্নবোধক সৰ্বনাম ঃ**

চেংক (কোন), অ্ৃংকুআঁ (কি), অক, অক্ক (কি), কাপী (কেনেকৈ), কাপিলা (কিয়) ইত্যাদি প্ৰশ্নবোধক সৰ্বনাম। ইয়াৰ প্ৰথম তিনিটা চেংক, অ্ৃংক, অক শব্দৰ শব্দৰূপ হয়।

**৯. ৪০ কালৱাচক সৰ্বনাম[১] ঃ**

কালৱাচক সৰ্বনামবোৰক (ক) কালৱাচক (খ) স্থানৱাচক আৰু (গ) দিগ্ৱাচক এই তিনি ভাগত ভগাব পাৰি। উদাহৰণ—

কালৱাচক

| | | | | | |
|---|---|---|---|---|---|
| চুংপাগ্ | — | এতিয়া | চুংগাম্ | — | অথনিকৈ |
| চিল | — | আজি | মৗল | — | যোৱাকালি |
| য়াম্প | — | কাইলৈ | কন্ন | — | পৰহি |

স্থানৱাচক

| | | | | | |
|---|---|---|---|---|---|
| চ | — | ইয়াত | দল | — | তাত |
| চিদ | — | ইয়াত | অদ | — | তাত |
| অ্ৃংকল | — | ক'ত | অকল | — | ক'ত |

দিগ্ৱাচক

| | | | | | |
|---|---|---|---|---|---|
| অকল-পী | — | ক'লৈ | অ্ৃংকল-পী | — | ক'লৈ |
| তল-পী | — | উজনিলৈ | বল-পী | — | নামনিলৈ |

**১০. ০০ ধাতু প্ৰকৰণ ঃ**

মিচিং ভাষাত প্ৰাতিপাদিক আৰু প্ৰাকৃতিৰ (ধাতু) মাজত মৌলিক পাৰ্থক্য নাই। একে শব্দমূল বা ধাতুৰ পৰা নামৱাচক শব্দ আৰু ক্ৰিয়া তৈয়াৰ কৰিব পাৰি। সাধাৰণতে মূল ধাতুৰ আগত উপসৰ্গ যোগ দি নামৱাচক শব্দ গঠন কৰা হয়, আৰু ধাতুৰ পিছত বেলেগ বেলেগ প্ৰত্যয় সংযোগ কৰি ক্ৰিয়াভাৱ আৰু ধাতুৰূপ কৰা হয়। যেনে— আপ্পুন (ফুল), নামৱাচক বিশেষ্য; পুন্নৗ (ফুলি থকা, পুষ্পিত) বিশেষণ; পুন্দুং (ফুলি আছে) ক্ৰিয়া; পুন্মাঃ (ফুলা নাই) নঞাৰ্থক ক্ৰিয়া।

মূল ধাতুৰ লগত কোনো সুকীয়া প্ৰত্যয় যোগ (কৃৎপ্ৰত্যয়) নকৰাকৈ ধাতুকেই পোনপটীয়াকৈ ক্ৰিয়া হিচাপে ব্যৱহাৰ কৰা হয়। অৰ্থাৎ অসমীয়া ভাষাৰ খা+ আ = খোৱা, কৰ্ + আ = কৰা ইত্যাদিৰ দৰে ক্ৰিয়াত কৃৎপ্ৰত্যয় যোগ নহয়। যেনে- -√ দ (খা)

+ ত (অনুজ্ঞা) = দত; খা, খোৱা। √দ + য়ে (ভৱিষ্যৎ কালৰ বিভক্তি) = দয়ে; খাম, খাবা, খাব।

**১১.০০ ক্রিয়া ঃ**

মিচিং ভাষাত ধাতুকেই ক্রিয়া হিচাপে ব্যবহাৰ কৰা হয়। ক্রিয়াৰ ধাতু-ৰূপত পুৰুষ, বচন আৰু লিংগ অনুযায়ী কোনো পৰিৱৰ্তন নহয়। বিভিন্ন কাল সূচাবৰ কাৰণে ক্রিয়াৰ লগত বেলেগ বেলেগ প্রত্যয় (বা বিভক্তি) যোগ কৰা হয়। ক্রিয়াবোধক একক (এটা ধাতু) আৰু যৌগিক (একাধিক ধাতু) এই দুভাগত ভাগ কৰিব পৰা যায়। যেনে—√বি = দি; √লেন্ = ওলা; √ বিলেন্ = উলিয়াই দি; √ লেন্‌বি = ওলাই দি।

**১১. ১০ সকর্মক আৰু অকর্মক ক্রিয়া ঃ**

ক্রিয়াক কর্মযুক্ত আৰু কর্মহীন ৰূপত সকর্মক আৰু অকর্মক এই দুই ভাগত ভাগ কৰিব পাৰি। যেনে—

| | | |
|---|---|---|
| সকর্মক— | ঙ আদূন্ দদ | — মই মাংস খাওঁ। |
| অকর্মক— | আঁচাৰ্ য়িঃদাগ্ | — বতাহ বলিছে। |
| | আঁচাৰ্ য়াব্‌দাগ্ | — বতাহ বলিছে। |
| | আঁচাৰ্ য়ুদাগ্ | — বতাহ বলিছে। |

**১১. ২০ সমাপিকা আৰু অসমাপিকা ঃ**

ক্রিয়াৰ কার্য সম্পাদন অনুযায়ী সমাপিকা আৰু অসমাপিকা এই দুই ভাগত ভগাব পাৰি। কার্য সম্পূর্ণ কৰিলে সমাপিকা আৰু অসম্পূর্ণ হৈ থাকিলে অসমাপিকা হয়। যেনে—

| | | |
|---|---|---|
| সমাপিকা— | ঙ আপিন্ দতব্ | — মই ভাত খালোঁ। |
| অসমাপিকা— | ঙ আপিন্ দলা | — মই ভাত খাই; ইত্যাদি। |

অসমাপিকা ক্রিয়া গঠন কৰিবলৈ ক্রিয়াৰ লগত -লা আৰু -দদীম্ (ওঁতে) যোগ দিয়া হয়।

**১১. ৩০ সম্মোদনাত্মক আৰু নাস্ত্যর্থক ঃ**

কর্তাৰ লগত সংগতি ৰাখি ক্রিয়াই কাম কৰা বুজালে সম্মোদনাত্মক (Affirmative) আৰু নকৰা বুজালে নাস্ত্যর্থক (Negative) ক্রিয়া হয়। সম্মোদনাত্মক ক্রিয়াত সাধাৰণতে কাল বিভক্তি যুক্ত হয়। নাস্ত্যর্থক ক্রিয়াৰ ক্ষেত্রত মূল ক্রিয়াৰ লগত নঞর্থক -মাঃ বা -মাং যোগ হয়। যেনে—

*৯। প্রচলিত অসমীয়া ব্যাকৰণবোৰত এই শব্দবোৰ সর্বনাম পদত অন্তর্ভুক্ত কৰা হয়। কিন্তু ইংৰাজী ব্যাকৰণ মতে এইবোৰ ক্রিয়া বিশেষণৰ শব্দ। এই আলোচনাত অসমীয়া ব্যাকৰণৰ ৰীতিকে মানি চলা হৈছে।*





| | | |
|---|---|---|
| সম্মোদনাত্মক— | ঙ আচি তৃঃ দ | — মই পানী খাওঁ। |
| নাস্ত্যর্থক— | ঙ আচি তৃঃমাঃ | — মই পানী নাখাওঁ। |

নিত্য বর্তমান কালত নঞর্থক -মাঃ যোগ হোৱাৰ পিছত কাল বিভক্তি যোগ নহয়। অতীত আৰু ভৱিষ্যৎ কালত -মাঃ-ৰ পিছতো বিভক্তি যোগ হয়। যেনে—

| | |
|---|---|
| ঙ গৃমাঙাই | — মই যোৱা নাছিলোঁ। |
| ঙ গৃমাঃয়ে | — মই নাযাম। |

**১১. ৪০ অনুজ্ঞা, আদেশ ঃ**

আনক আদেশ, অনুৰোধ, প্রার্থনা কৰি কাম কৰোৱালে অনুজ্ঞা ক্রিয়া হয়। অনুজ্ঞাৰ বিভিন্ন দিশত বিভিন্ন প্রত্যয় ক্রিয়াৰ লগত যোগ হয়। যেনে—

আদেশ বা অনুজ্ঞা অর্থত ঃ -ত, -তকা

| | |
|---|---|
| ন দত — | তুমি খোৱাঁ। |
| ন দতকা — | তুমি খোৱাঁ। |

নিষেধ অর্থত ঃ -য়, -য়কা

| | |
|---|---|
| ন দয় — | তুমি নাখাবা। |
| ন দয়কা — | তুমি নাখাবা। |

নিমন্ত্রণ বা আহ্বান অর্থত ঃ -লাং, -লাংকা

| | |
|---|---|
| আইপী আঃলাংকা | — ভালকৈ আহিবা (স্বাগতম্) |
| আইপী দুঃলাংকা | — ভালকৈ থাকিবা |
| ন চ-পী গৃলাং | — তুমি ইয়ালৈ আহাঁ। |

অনুৰোধ আৰু প্রার্থনা অর্থত ঃ -তই, -তেই, -তেইকা

| | |
|---|---|
| ন দীম্ লাঃতই | — তুমি সেইটো আনি দিয়ানা। |
| ন দীম্ লাঃতেই | — আপুনি সেইটো আনি দিয়ক। |
| ৰুঃনী ন ৰুঃতই | — সৃষ্টিকর্তা, তুমি সৃষ্টি কৰা। |
| ৰুঃনী ন ৰুঃতেই | |
| ৰুঃনী ন ৰুঃতেইকা | — সৃষ্টিকর্তাই সৃষ্টি কৰক। |

আদেশ, অনুমতি, প্রার্থনা ঃ -মতই, -মতেই, -মতেইকা

| | |
|---|---|
| বৃম্ আৰাঃপী গৃআঃমতই | — তাক ভিতৰলৈ আহিবলৈ (বা যাবলৈ) অনুমতি দিয়ক। |
| বৃম্ আৰাঃপী গৃআঃমতেই | |
| বৃম্ আৰাঃপী গৃআঃমতেইকা | |
| ঙম্ গৃমতেই | — মোক যাবলৈ দিয়ক। |

অনুমতি ঃ -ত, -চা

আপিন্ দত চা — ভাত খোৱা।
ন কাংকৃত চা — তুমি পৰীক্ষা কৰি চোৱাচোন বাৰু।
চা, গৃকাংকুব — বাৰু, যোৱাগৈ।

আহ্বান কৰা অৰ্থত ঃ -লাঃজে, -লাঃএ, -লাঃই

কাজে গৃলাঃজে — ব'লা যাওঁ (হক)
কাজে দলাঃএ — ব'লা খাওঁ (হক)
কাজে তৃঃলাই — আহা, পি খাওঁ (হক)।

**১১. ৫০ নিজন্ত বা পাঁচনী ঃ**

আনক পাঁচি কাম কৰোৱা অৰ্থত পাঁচনী ক্ৰিয়া হয়। ধাতু বা ক্ৰিয়াৰ পিছত -ম যোগ কৰি পাঁচনী ক্ৰিয়া সজা হয়। যেনে—

বৃম্ আগেৰ্ দীম্ গেৰ্মত — তাক কামটো কৰোৱা।
ঙ কঃদীম্ কাম্মত — মই ল'ৰাটো কন্দুৱালোঁ।
ঙ বৃম্ চঃমত — মই তাক নচুৱালোঁ।

কিছুমান ক্ৰিয়া সদায় পাঁচনী ক্ৰিয়াৰ দৰে ব্যৱহাৰ হয়। মূল ধাতুৰ লগত -কান্ (দেখুওৱা), -য়িৰ্, -য়িল্ (শিকোৱা, অনুকৰণ কৰা) অৰ্থত প্ৰত্যয় যোগ কৰি পাঁচনী ক্ৰিয়া কৰা হয়। যেনে—

ঙ বৃম্ চিমন্ দীম্ লীংকান্ত — মই তাক পছুটো দেখুৱালোঁ।
আম্বৃন্ পিত্কান্ত — চাউল ছটিয়াই দেখুৱালোঁ।
ন পয়িৰ্ত — তুমি পঢ়োৱা।
ঙ বৃম্ লুয়িল্ত — মই তাক (কথা কৈ) শিকালোঁ।

**১১. ৬০ নাম ধাতু ঃ**

মিচিং ভাষাৰ নামধাতুৰ প্ৰসংগত মন কৰিবলগীয়া কথা হ'ল যে নামবাচক কিছুমান শব্দ ধাতুৰ পৰাই উৎপত্তি হোৱা। ধাতু আৰু প্ৰাতিপাদিকৰ মাজত বৰ বেছি পাৰ্থক্য নাই এই কথা আগতে উনুকিয়াই অহা হৈছে। নামবাচক বিশেষ্য শব্দবোৰৰ বেছি ভাগেই উপসৰ্গ + ধাতু বা প্ৰাতিপাদিক এই ৰূপত গঠিত হৈছে। গতিকে নামধাতু পাবলৈ হ'লে নামবাচক শব্দৰ উপসৰ্গ আঁতৰাই দিলেই ধাতুটো সুকীয়া হৈ ওলাই পৰে। ধাতুৰ লগত পোনপটীয়াকৈ ক্ৰিয়াৰ কাল বা প্ৰত্যয় যোগ দিব পাৰি। অৰ্থাৎ একেটা মূলকেই বিশেষ্য আৰু ক্ৰিয়া ৰূপে ব্যৱহাৰ কৰিব পাৰি। যেনে—

আপ্পুন্ পুন্ —ফুল ফুল্।
আপ্পুন্ পুন্দুং —ফুল ফুলিছে।
আপ্ পৃ — কণী পাৰ্।





পীৰগী আপ্ পৃদুং — কুকুৰাই কণী পাৰিছে।
অকুম্ কুম্ — ঘৰ (সংসাৰ) পাত্।
অকুম্ কুম্ত — ঘৰ-সংসাৰ পাত।

এই উদাহৰণত দিয়া আপ্পুন্ (ফুল), আপ্ (কণী), অকুম্ (ঘৰ) বিশেষ্য পদ। পুন্, পৃ, কুম্ এইবোৰ ধাতু বা ক্ৰিয়া। বিভিন্ন প্ৰত্যয় সংযোগ কৰি এইবোৰৰ পৰা আন পদৰ শব্দও পাব পাৰি। যেনে—

পুন্ + লেন্ (ওলোৱা) = পুন্নেন্ — ফুলি ওলোৱা প্ৰকাশ পোৱা
পৃ + য়াং (গেলা) = পৃয়াং — গেলা কণী
কুম্+ বৃ (ওচৰ) = কুম্বৃ — চুবুৰীয়া ঘৰ। ইত্যাদি

**১১. ৭০ বিশেষণীয় ক্ৰিয়া ঃ**

কিছুমান ক্ৰিয়াই বিশেষণৰ দৰে কাৰ্য কৰে (এনে লক্ষণ ভাৰতীয় আৰ্য ভাষাবোৰত সচৰাচৰ পোৱা নাযায়)। আন প্ৰকাৰে ক'বলৈ হ'লে বিশেষণ শব্দবোৰ কিছুমান ধাতুৰ পৰাই সৃষ্টি হৈছে। উদাহৰণ—

√আই — ভাল হ    √য়াঃ— গেলি যা
√লান্ — সিয়ান হ    √চান্— শুকান হ
√তিঃ — মিঠা হ    √কেঃ — কেঁহা হ।

**১১. ৮০ ক্ৰিয়াৰ কাল[১০] ঃ**

মিচিং ভাষাৰ ক্ৰিয়াৰ কালক বৰ্তমান, অতীত আৰু ভবিষ্যত এই তিনিটা ভাগত পোৱা যায় আৰু প্ৰতিটো কালত বিভিন্ন কালবোধক প্ৰত্যয় বা বিভক্তি যোগ হয়।

**১১. ৮১ ক্ৰিয়াভাব ঃ**

ক্ৰিয়াৰ ভাব অনুযায়ী ক্ৰিয়াবোৰক এই কেইটা ভাগত ভগাব পাৰি।

(ক) নিৰ্দেশাত্মক ক্ৰিয়াভাব
(খ) অতীত বা ভূত
(গ) বিধিলিঙ্
(ঘ) ইচ্ছাবোধক বা সনন্ত
(ঙ) অভিপ্ৰায়াত্মক
(চ) সন্দিগ্ধ
(ছ) অনুজ্ঞা বা লোট
(জ) নিজন্ত বা পাঁচনী
(ঝ) আৰ্শীলিঙ্

(ঞ) লুঙ্

মিচিং ভাষাৰ ক্ৰিয়াৰ বাহুল্যৰ বাবে এই ধৰণৰ ক্ৰিয়াৰ বিভিন্ন ক্ৰিয়াভাৱ পোৱা যায়।

**১১. ৮২ দশা ঃ**

অতীত, বৰ্তমান আৰু ভৱিষ্যত কালত ক্ৰিয়াৰ দশা অনুযায়ী তলত দিয়াৰ দৰে ভাগ কৰিব পাৰি।

**বৰ্তমান কাল ঃ**

(ক) নিত্য বৰ্তমান কাল
(খ) ব্যৱহাৰিক বৰ্তমান
(গ) অপূৰ্ণ বৰ্তমান
(ঘ) অনিৰ্দিষ্ট বৰ্তমান
(ঙ) পূৰ্ণ বৰ্তমান
(চ) ক্ৰমগতিক পূৰ্ণ বৰ্তমান
(ছ) স্বৰূপ বৰ্তমান

**অতীত কাল ঃ**

(ক) নিত্য ভূত
(খ) ব্যৱহাৰিক ভূত
(গ) পূৰ্ণ ভূত
(ঘ) অপূৰ্ণ ভূত
(ঙ) ক্ৰমগতিক পূৰ্ণ ভূত
(চ) ক্ৰমগতিক অপূৰ্ণ ভূত
(ছ) অপূৰ্ণ অনিৰ্দিষ্ট ভূত
(জ) সম্ভাব্য ভূত

**ভৱিষ্যত কাল ঃ**

(ক) সাধাৰণ ভৱিষ্যৎ
(খ) নিশ্চিত ভৱিষ্যৎ
(গ) সম্ভাব্য ভৱিষ্যৎ

**১১.৮৩ বিশেষ ক্ৰিয়া ঃ**

১০। পাদুন, নাহেন্দ্ৰ - "মিচিং ভাষাত ক্ৰিয়াৰ কাল," ৰুৱাদ্, সম্পাঃ হৰেন্দ্ৰ নাথ দলে, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৮১ চন, পৃঃ২৮। এই প্ৰবন্ধত ক্ৰিয়াৰ কালৰ বিষয়ে কিছু বিস্তৃতভাৱে আলোচনা কৰা হৈছে।





ক্ৰিয়াৰ কাল বুজোৱাত সহায় কৰিবলৈ মিচিং ভাষাত কেইটামান বিশেষ ক্ৰিয়া ব্যৱহাৰ কৰা হয়। এই বিধ ক্ৰিয়া বৰ্তমান আৰু অতীত কালত যোগ হয়। ভৱিষ্যত কালত যোগ নহয়। সেই বিশেষ ক্ৰিয়াবোৰ হৈছে—

(ক) বৰ্তমান কালত কোনো কাৰ্য চলি থকা অৰ্থত - দ, দাগ্, দুং আৰু কাৰ্য সম্পূৰ্ণ কৰা অৰ্থত - ত, তাগ্, তুং।

(খ) দ, দাগ্, দুং আৰু ত, তাগ্, তুং ৰ লগত অতীত বুজোৱা 'আই' যোগ কৰা হয়।

কাৰ্য চলি আছিল অৰ্থত - দআই (দুৱাই), দাগাই, দুঙাই।

কাৰ্য পূৰ্ণ কৰিছিল অৰ্থত - তআই (তুৱাই), তাগাই, তুঙাই।

ইয়াৰে দ নিত্য বৰ্তমান অৰ্থাৎ সদায় চলি থকা কাৰ্য বুজোৱা অৰ্থত আৰু দাগ্ ব্যৱহাৰিক অৰ্থত সদায় চলি থকা বুজালে ব্যৱহাৰ হয়। দুং কামটো চলি থকা অৰ্থাৎ অসম্পূৰ্ণ হৈ থকা অৰ্থত ব্যৱহাৰ হয়। অলপ আগতে কামটো সম্পূৰ্ণ কৰা অৰ্থত ত, তাগ্ আৰু অসম্পূৰ্ণ অৰ্থত তুং ব্যৱহাৰ হয়। সাধাৰণতে দ, দাগ্, ত, তাগ্ এই বিশেষ ক্ৰিয়াকেইটা বাক্যত বা কথিত ৰূপত কেতিয়াবা বক্তা বা লেখকৰ অজ্ঞতাৰ বাবে খেলি মেলি লগা দেখা যায়। দুং (থকা, বহি থকা), দাগ্ (থিয় হৈ থকা) এই দুটা ক্ৰিয়াৰ লগতো বিশেষ ক্ৰিয়াৰ ধ্বনিগত সাদৃশ্যৰ বাবে আউল লাগে।

**১১.৮৪ ধাতুৰূপ ঃ**

বিশেষ ক্ৰিয়াৰ সহায়ত নিৰ্দেশাত্মক ক্ৰিয়াভাৱত কি ধৰণে ধাতুৰূপ হয় তাৰ এটি চমু উদাহৰণ দাঙি ধৰা হ'ল।

মনকৰিবলগীয়া কথা যে ধাতু ৰূপত বচন, পুৰুষ আৰু লিংগ অনুযায়ী কোনো পৰিৱৰ্তন নহয়। প্ৰথম পুৰুষৰ একবচনত কোনো এটা কালৰ যি ৰূপ হয়, সেয়েই দ্বিতীয় বা তৃতীয় পুৰুষৰ একবচন, দ্বিবচন আৰু বহুবচনতো ব্যৱহাৰ হয়। যেনে—

| | |
|---|---|
| ঙ দদ | — মই খাওঁ |
| ন দদ | — তুমি খোৱা |
| বৃ দদ | — সি খায় |
| ঙলু দদ | — আমি খাওঁ |
| নলু দদ | — তোমালোকে খোৱা |
| বুলু দদ | — সিহঁতে খায় |
| ঙন্‌এিঃ দদ | — আমি দুয়ো খাওঁ |
| নন্‌এিঃ দদ | — তোমালোক দুয়ো খোৱা |
| বৃন্‌এিঃ দদ | — সিহঁত দুয়ো খায়। |

তলত √ই = কৰ্ আৰু √দ = খা ধাতুৰ কালৰ বিভক্তি ৰূপ দেখুওৱা হ'ল।

**নিৰ্দেশাত্মক ক্ৰিয়া ভাৱ (Indicative Mood)**

ধাতু √দ = খা, √ই = কৰ্

| প্ৰধান কাল | কালৰ বিভাগ | কাল বিভক্তিৰ বিশেষ ক্ৰিয়া | √ই = কৰ্ | √দ=খা |
|---|---|---|---|---|
| | (ক) নিত্য বৰ্তমান | দ | ইদ | দদ |
| | (খ) ব্যৱহাৰিক বৰ্তমান | দাগ্ | ইদাগ্ | দদাগ্ |
| | (গ) অপূৰ্ণ বৰ্তমান | দুং | ইদুং | দদুং |
| | (ঘ) অনিৰ্দিষ্ট বৰ্তমান | লা-দুং | ইলাদুং | দলাদুং |
| বৰ্তমান | (ঙ) স্বৰূপ বৰ্তমান | ত | ইত | দত |
| কাল | (চ) পূৰ্ণ বৰ্তমান | তাগ্ | ইতাগ্ | দতাগ্ |
| | (ছ) ক্ৰমগতিক অপূৰ্ণক বৰ্তমান | তুং | ইতুং | দতুং |
| | (ক) নিত্য ভূত কাল | দআই/দুৱাই | ইদুৱাই | দদুৱাই |
| | (খ) ব্যৱহাৰিক ভূত | দাগাই | ইদাগাই | দদাগাই |
| অতীত | (গ) অপূৰ্ণ ভূত | দুঙাই | ইদুঙাই | দদুঙাই |
| কাল | (ঘ) অনিৰ্দিষ্ট অপূৰ্ণ ভূত | লা দুঙাই | ইলা দুঙাই | দলা দুঙাই |
| | (ঙ) স্বৰূপ ভূত | তআই/তুৱাই | ইতুৱাই | দতুৱাই |
| | (চ) পূৰ্ণ ভূত | তাগাই | ইতাগাই | দতাগাই |
| | (ছ) ক্ৰমগতিক অপূৰ্ণ ভূত | তুঙাই | ইতুঙাই | দতুঙাই |
| | (জ) সম্ভাব্য ভূত | য়াই | ইয়াই | দয়াই |
| ভৱিষ্যত | (ক) সাধাৰণ ভৱিষ্যৎ | য়ে/য়ৗ | ইয়ে/ইয়ৗ | দয়ে/দয়ৗ |
| কাল | (খ) সম্ভাব্য ভৱিষ্যৎ | য়েপী/য়ৗপী | ইয়েপী/ইয়ৗপী | দয়েপী/দয়ৗপী |

পাগ্ৰ, দীলু, দাম্বুগ আৰু আয়ান উপভাষাত 'ইত' (স্বৰূপ বৰ্তমান)ৰ পৰিৱৰ্তে 'ইকা' (অনিয়মিত ৰূপ) হয়, আৰু 'ইতুৱাই', 'ইয়াই' ইত্যাদি শব্দত শ্বাসাঘাতৰ বাবে 'ইত্তাই' 'ইয়্য়াই' ৰূপত পৰিৱৰ্তন হয়। আভ্যন্তৰীণ ধ্বনি পৰিৱৰ্তনৰ কথা বাদ দিলে প্ৰায় সকলো উপভাষাত এই বিশেষ ক্ৰিয়াবোৰ একে ধৰণে প্ৰয়োগ হয়।

**১২.০০ প্ৰত্যয় ঃ**

কোনো ৰূপৰ (form) অৰ্থাৎ ধাতু, প্ৰাতিপাদিক বা প্ৰাকৃতিৰ আগত নাইবা পিছত





যিবোৰ ধ্বনি নাইবা ধ্বনি সমষ্টি যোগ হৈ ৰূপটোৰ শব্দ সাধনত সহায় কৰে সেইবোৰকে প্ৰত্যয় বোলে। মিচিং ভাষাত দুই প্ৰকাৰৰ প্ৰত্যয় পোৱা যায়। (ক) পূৰ্ব প্ৰত্যয় আৰু (খ) পৰ প্ৰত্যয়।

**১২.১০ পূৰ্ব প্ৰত্যয় আৰু পৰপ্ৰত্যয় ঃ**

(ক) ৰূপৰ আগত যোগ হোৱা প্ৰত্যয়ক পূৰ্ব প্ৰত্যয় বা উপসৰ্গ বোলে। (পূৰ্ব প্ৰত্যয় বা উপসৰ্গৰ উদাহৰণ এই প্ৰবন্ধৰ ৫.০০ শিতান দ্ৰষ্টব্য)।

(খ) ৰূপৰ পিছত যোগ হোৱা প্ৰত্যয়ক পৰপ্ৰত্যয় বা পৰসৰ্গ বোলে। মিচিং ভাষাত পৰপ্ৰত্যয়ৰ প্ৰয়োগৰ প্ৰতি দৃষ্টি ৰাখি ইয়াক প্ৰধানকৈ দুটা ভাগত ভগাব পাৰি। যেনে—

(১) শব্দ গঠনৰ পৰপ্ৰত্যয়।

(২) বৰ্ণনাত্মক পৰপ্ৰত্যয়।

**১২.১১ শব্দ গঠনৰ পৰপ্ৰত্যয় ঃ**

যিবোৰ পৰ প্ৰত্যয় সংযোগ কৰিলে মূল ৰূপৰ পৰা বিশেষ্য, বিশেষণ, ক্ৰিয়া-বিশেষণ আদি পদৰ শব্দ গঠন কৰিব পাৰি আৰু সেইবোৰৰ লগত লিংগ, বচন, নিৰ্দিষ্টতা, অনিৰ্দিষ্টতা সূচাব পাৰি - সেইবোৰক শব্দ গঠনৰ পৰপ্ৰত্যয় বোলা হৈছে। বহল ভিত্তিত এই শব্দ গঠনৰ পৰপ্ৰত্যয়ৰ লগত শব্দ-বিভক্তি, কাল-বিভক্তি, পাঁচনি ধাতু, কৃদন্ত আদিকো ধৰা হৈছে। (এই প্ৰবন্ধৰ বিভিন্ন শিতানত এইবোৰৰ উদাহৰণ দি অহা হৈছে।)

**১২.১২ বৰ্ণনাত্মক পৰপ্ৰত্যয় ঃ**

ধাতু বা ক্ৰিয়ামূলবোৰ সাধাৰণতে বদ্ধ ৰূপৰ। বদ্ধ ৰূপৰ ধাতুৰ পিছত কিছুমান প্ৰত্যয় যোগ দি ধাতুটো মুক্তৰূপ কৰা হয়। এনেবোৰ প্ৰত্যয়কেই বৰ্ণনাত্মক পৰপ্ৰত্যয় বোলা হৈছে। অৱশ্যে অৰ্থ আৰু প্ৰয়োগৰ ক্ষেত্ৰতো এইবোৰৰ এটা সুকীয়া বিশেষত্ব আছে।

**১২.১৩ শব্দ-গঠন আৰু বৰ্ণনাত্মক পৰপ্ৰত্যয় ঃ**

শব্দ গঠনৰ পৰপ্ৰত্যয় আৰু বৰ্ণনাত্মক পৰপ্ৰত্যয়ৰ মাজত এটা মৌলিক পাৰ্থক্য আছে। শব্দ গঠনৰ পৰপ্ৰত্যয়ৰ সহায়ত ভিন ভিন পদৰ শব্দ সাজি উলিয়াব পাৰি আৰু বাক্যত ব্যৱহৃত পদৰ মাজত সম্পৰ্ক স্থাপন (যেনে - বিভক্তিৰ সহায়ত) কৰিব পাৰি। কিন্তু বৰ্ণনাত্মক পৰপ্ৰত্যয়ে ধাতুৰ কাৰ্য কি ধৰণে, কি প্ৰকাৰে বা কেনেকৈ কৰে তাক বৰ্ণায়। অৰ্থাৎ ধাতু বা ক্ৰিয়াক qualify কৰে। এটা উদাহৰণৰ যোগেদি কথাষাৰ স্পষ্ট কৰিব পাৰি। যেনে —

শব্দ গঠনৰ পৰপ্ৰত্যয় ঃ ধাতু √চি = মৰ্

চি + নাম্ = চিনাম্ — মৰণ, মৃত্যু = বিশেষ্য

চি + নী = চিনী — মৰা, মৃতক = বিশেষণ

চি + নৗ = চিনৗ — মৰোঁতা = কৃদন্ত
চি + পৗ + নৗ = চিপৗনৗ — মাৰিবলগীয়া = কৃদন্ত
চি + নৗ + কৃদাৰ = চিনৗকৃদাৰ — মৰাবোৰ = বহুবচন
চি + দ = চিদ — মৰে = ক্রিয়া, বৰ্তমান কাল
চি + য়ে = চিয়ে — মৰিব = ক্রিয়া, ভৱিষ্যত কাল

এই উদাহৰণত ধাতুৰ পিছত থকা প্ৰত্যয়বোৰে ধাতুটোক বিভিন্ন পদলৈ ৰূপান্তিৰত হোৱাত সহায় কৰিছে। কিন্তু বৰ্ণনাত্মক প্ৰত্যয়ে ধাতুটোক qualify হে কৰে। যেনে —

বৰ্ণনাত্মক পৰপ্ৰত্যয় ঃ

চি + য়াং = চিয়াং — অচেতন হ, অজ্ঞান হ
চি + ৰৗব্ = চিৰৗব্ — এবাৰত মৰ্
চি + মুৰ্ = চিমুৰ্ — ভুলকৈ মৰ্
চি + ঙাব্ = চিঙাব্ — সকলো মৰি শেষ হ
চি + কৃ = চিকৃ — মৰি চা
চি + লে = চিলে — আধা মৰা হ, ইত্যাদি।

(*এই শব্দবোৰৰ পিছত কাল-বিভক্তি যুক্ত হ'ব। কিন্তু শব্দ বিভক্তি, বচন, লিংগ আদিৰ প্ৰত্যয় যোগ নহয়)।

গতিকে দেখা গৈছে যে বৰ্ণনাত্মক পৰপ্ৰত্যয়ে কেৱল ধাতু আৰু ক্রিয়াৰ কাৰ্যহে বিভিন্ন ৰূপত বৰ্ণনা কৰে। সেই কাৰণে এইবোৰ প্ৰত্যয়ক বৰ্ণনাত্মক প্ৰত্যয় নাম দিয়া (Descriptive Suffix) হৈছে। মিচিং ভাষাত এই ধৰণৰ বৰ্ণনাত্মক প্ৰত্যয় অনেক আছে। তলত তেনে ধৰণৰ কেইটামান পৰপ্ৰত্যয়ৰ উদাহৰণ দিয়া হ'ল—

— চাং = ওপৰলৈ উঠ্, ওপৰলৈ তোল্, উজনিলৈ অৰ্থত —

গৃ + চাং = — গৃচাং
যা + উঠ্ = — ওপৰলৈ উঠ্, উজনিলৈ যা।
লাঃ + চাং = — লাঃচাং
ল + তোল = — ওপৰলৈ তোল্
বু + চাং = — বুচাং
টান্ + তোল = — ওপৰলৈ টানি তোল্।

-বৃন্ = পৰিষ্কাৰ কৰ্, মুকলি কৰ্ অৰ্থত —

ম + বৃন্ = — মবৃন্
কৰ্ + পৰিষ্কাৰ কৰ্ = — পৰিষ্কাৰ কৰ্
লাব্ + বৃন্ = — লাব্বৃন্





চিকুণা + পৰিষ্কাৰ কৰ্ = — চিকুণাই পৰিষ্কাৰ কৰ্
তৗগ্ + বৃন্ = — তৗগ্বৃন্
কাট্ + পৰিষ্কাৰ কৰ্ = — কাটি পৰিষ্কাৰ কৰ্।

মুৰ্ = ভুল কৰ্, অৰ্থত —

দ + মুৰ্ = — দমুৰ্
খা + ভুল কৰ্ = — ভুলকৈ খা
ই + মুৰ্ = — ইমুৰ্
কৰ্ + ভুল কৰ্ = — ভুলকৈ কৰ্
লু + মুৰ্ = — লুমুৰ্
ক + ভুল কৰ্ = — ভুলকৈ ক
চাব্ + মুৰ্ = — চাব্মুৰ্
হিচাপ কৰ্ + ভুল কৰ্ = — ভুলকৈ গণনা কৰ্, ইত্যাদি।

এনে শতাধিক পৰপ্ৰত্যয় মিচিং ভাষাত পোৱা যায়। একাধিক ধাতুমূল থকা POLYSYLLABIC POLYMORPHEME শব্দত দ্বিতীয় বা তৃতীয় স্থানত থকা ধাতুটোৱে কেতিয়াবা পৰপ্ৰত্যয়ৰ দৰে কাম কৰে। যেনে —

(ক) √লাঃ = √ল
√বি = √দি
√লেন্ = √ওলা

(খ) লাঃ-বি = আনি দে
লেন্-বি = ওলাই দে
বি-লেন্ = বাহিৰলৈ দে
লাঃ-লেন্-বি = বাহিৰলৈ উলিয়াই দে।

(গ) লু-বি = কৈ দে
কৃ-বি = বৰ্ণনা কৰি দে
ঔল্-বি = দলিয়াই দে
য়ন্-বি = সানি দে

(ঘ) বু-লেন্ = টানি উলিয়া (উভালি)
চ-লেন্ = টানি উলিয়া
কৃ-লেন = বৰ্ণনা কৰি উলিয়া
কাঃ-লেন্ = বাহিৰলৈ চা, ইত্যাদি।

**১৩.০০ শব্দ সংকোচন[১১] ঃ**

মিচিং ভাষাৰ সৰহ ভাগ শব্দ দুটা অক্ষৰেৰে গঠিত এই কথা আগতে কৈ অহা হৈছে। দুটাকৈ অক্ষৰ থকা শব্দই কেতিয়াবা যোৰা লাগে। তেনেকৈ যোৰা লাগোতে শব্দ দুটাৰ প্ৰথম অক্ষৰত থকা উপসৰ্গ বা অন্য শব্দাংশ লোপ পায় আৰু প্ৰাতিপাদিক বা ধাতু দুটাই পুনৰ ব্যাক্ষৰিক শব্দ গঠন কৰে।

উপসৰ্গত বাদেও কেতিয়াবা মূল শব্দত থকা প্ৰথম অক্ষৰো লোপ পাব পাৰে। জোৰা লগা শব্দ দুটা বিশেষ্য, বিশেষণ, ক্ৰিয়া বিশেষণ, ক্ৰিয়া - যিকোনো শব্দ হ'ব পাৰে। যেনে —

(ক) আমি + আদিঃ = মিদিঃ
মানুহ + পাহাৰ = পাহাৰীয়া মানুহ, মিচিমি
আঁচিং + আতুতুং = চিঃতুং
গছ + টুকুৰা = গছৰ মূঢ়া
আচি + আপুদ্ = চিপুদ্
পানী + ফেন = পানীৰ ফেন
এৰেগ্ + আদুন্ = ৰেগ্দুন্
গাহৰি + মাংস = গাহৰি মাংস
পৌৰগ্ + আপৃ = ৰক্পৃ
কুকুৰা + কণী = কুকুৰা কণী।

(খ) চিংগি + আপ্পুন্ = গিপুন্
শিমলু + ফুল = শিমলু ফুল
কেদেঃ + আলুম্ = দেঃলুম্
মাটি + লডা = মাটিৰ লডা

(গ) আমি + আকু = মিকু
মানুহ + পুৰণি = পুৰণি মানুহ, বিজ্ঞ লোক
পৌৰগ্ + অপান্ = ৰক্পান্

১১। চীনা ভাষা, টাই আৰু অন্যান্য তিব্বত-বৰ্মীয় ভাষাত এনে শব্দ সংকোচন ৰীতি আছে। চীনা ভাষাৰ বাবে দ্ৰষ্টব্য - *Kratochvil, Paul – The Chinese Language Today, London, 1968, p. 79.*

এই লেখকজনে শব্দ সংকোচনৰ ৰীতিটোক *"Stump Compound"* বুলিছে। কোনো কোনো মিচিং লেখকে ইয়াক 'সমাস' বুলিছে। কিন্তু সমাসৰ লগত 'শব্দ সংকোচন'ৰ এটা পাৰ্থক্য আছে। সমাসত সমাসবদ্ধ শব্দৰ অৰ্থ পৰিৱৰ্তন হ'ব পাৰে। কিন্তু শব্দ সংকোচনৰ ফলত মূল শব্দৰ অৰ্থ পৰিৱৰ্তন নহয়।





কুকুৰা + দুখীয়া = মাক নোহোৱা কুকুৰা পোৱালি
আব্বুগ্ + অপেম্ = বুক্পেম্
বন্দুক + যঁজা = দুনলীয়া বন্দুক, ইত্যাদি।

এনে অজস্ৰ শব্দ মিচিং ভাষাত পোৱা যায়।

## গ্ৰন্থপঞ্জী


1. Barua, Jadav Ch. – *Gallo Bhasa*, New Book Stall, Gauhati, 1970.
2. Benedict, Paul. K. – *Sino-Tibetan, A Conspectus*, Cambridge, 1972.
3. Forrest, R.A.D. – *The Chinese Language, London, 1973.*
4. Grierson, G. A. – *Linguistic Survey of India*, Vol. III, Part I, 2nd edn-1967.
5. Gupta, K.Das – *A Introduction to The Gallong Language*, Shillong, 1963.
6. Kagyung, B. – *Mising Sanskritir Alekhya, edn. Gauhati, 1970.*
7. Kratochvil, Paul – *The Chinese Language Today*, London, 1968.
8. Lorrain, J. Herbert – *A Dictionary of the Abor-Miri Language*, With Illustrative Sentences and Notes, Shillong, 1907.
9. Needham. J. F. – *Outline Grammar of the Shaiyang Miri Language* – as spoken by the Miries of that Clan Residing in the Neighbourhood of Sadiya, Shillong, 1913.
10. Padun, N.– *Mising-Asamiyā Pāth*. Asam Sāhitya Sabhā, Jorhat, 1981.
– "A Note on the North Assam Tibeto- Burman Language" in the *Assam Academy Review* No. One, ed. Bhaben Barua, Gauhati, 1971.
– "Mishing Phonemes" in Sibsagar College Alochani, Silver Jubilee Issue, 1973-74.
11. Sai, Tasso – *A Guide to Apatani Language* Shillong, 1983.
12. Tayeng, Aduk – *A Phrase Book in Padam*, Shillong, 1983.
13. Wolfenden, Stuart N. *Outlines of Tibeto-Burman Linguistic Morphology*, London, 1929.

# কাৰবি ভাষা আৰু ইয়াৰ বিশেষত্ব

বং বং তেৰাং

কাৰবি ভাষা তিব্বত-বৰ্মীয় ভাষা গোষ্ঠীৰ অন্তৰ্ভুক্ত। এই ভাষাৰ পৰিচয় আৰু বৈশিষ্ট্য সম্পৰ্কে 'ডি লিংগুইষ্টিক ছাৰ্ভে অব ইণ্ডিয়া'ৰ তৃতীয় গ্ৰন্থৰ দ্বিতীয় খণ্ডৰ ৩৮০ পৃষ্ঠাত বহলভাৱে আলোচনা কৰিছে। কাৰবি ভাষাৰ ওচৰ সম্বন্ধ নগা-বড়ো উপশাখাৰ লগত ড° গ্ৰিয়াৰ্ছনে দেখুৱাইছে যদিও এই ভাষাৰ অধিক সম্বন্ধ কুকি-চীন ভাষা গোষ্ঠীৰ লগতহে থকা যেন লাগে। ছাৰ চাৰ্লচ লায়ালে সম্পাদনা কৰা 'ডি মিকিৰচ্' নামৰ বহুমূলীয়া গ্ৰন্থখনত কাৰবি ভাষা সম্পৰ্কে এনেদৰে মত প্ৰকাশ কৰিছে, "they therefore, belong to the common stock of the Tibeto Burman languages of Assam, and do not by themselves prove any close connection of Mikir with Boro"; -ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীও 'ষ্টাডিজ ইন্ চীনো-তিবেতান লেংগুৱেজেছ' নামৰ গ্ৰন্থত কাৰবি ভাষাক বৰ্মীয়-কুকি-চীন শাখাৰে উপশাখাত অন্তৰ্ভুক্ত কৰিছে। এই উপশাখাৰ ভিতৰত থৈৰাং, কুকি, মেইতেই আদি ভাষাবোৰৰ লগতে কাৰবি ভাষাকো ড° গোস্বামীয়ে অন্তৰ্ভুক্ত কৰিছে।

কাৰবি আংলং জিলাৰ উপৰি অসমৰ বিস্তীৰ্ণ ভৈয়াম অঞ্চলবোৰত কাৰবিসকলে বসতি কৰি আছে। উত্তৰ কাছাৰ, নগাঁও, দৰং, কামৰূপ, লক্ষীমপুৰ, গোলাঘাটৰ আশে-পাশে আজিকোপতি এই ভাষা-গোষ্ঠীৰ লোকসকলে বসতি কৰি আছে। অসমৰ এই অঞ্চলবোৰৰ উপৰি মেঘালয়ৰ নংপু অঞ্চলকে ধৰি জয়ন্তীয়া পাহাৰৰ ঠাই বিশেষে আৰু অৰুণাচল প্ৰদেশৰ কিছু অঞ্চলত কাৰবি ভাষী লোকে বসতি কৰি আছে। কাৰবিসকল যে সিঁচৰতি হৈ বসতি কৰি আহিছিল, সেই সম্পৰ্কে 'এ ডিক্সনেৰী অব ডি মিকিৰ লেংগুৱেজ'ৰ প্ৰণেতা জি ডি ওৱাকাৰে এনেদৰে বিৱৰণ দাঙি ধৰিছে ঃ "..... the Mikirs are among the more numerous of the Assam frontier races, and that they are scattered over wide area, from Golaghat to Kamrup, the Khasi Hills beyond Gauhati, and from the Cachar plains near Silchar to the forest north of Bishnath in Darrang, the language is practically one and the same throughout." ওৱাকাৰ চাহাবৰ এই বহুমূলীয়া মন্তব্যত ভাষাগত পাৰ্থক্যৰ কথা দৰাচলতে তেওঁলোকৰ মাজত নাই বুলি উল্লেখ কৰিছে যদিও দাঁতি-কাষৰীয়া ভাষা-গোষ্ঠীৰ প্ৰভাৱত





অঞ্চল বিশেষে মূল সোঁতৰ স'তে পাৰ্থক্য থকা দেখা যায়। চকুত পৰাকৈ কাৰবি আংলঙৰ কাৰবি (আৰলেং) আৰু ভৈয়ামৰ কাৰবি (ডোম্‌ৰা) ভাষাৰ মাজত অধিক পাৰ্থক্য পৰিলক্ষিত হয়। সেইদৰে হামৰেন মহকুমাৰ চিনথং, আম্‌ৰি অঞ্চলৰ কাৰবি ভাষাত নাসিক্য ধ্বনিৰ ব্যৱহাৰ অধিক ৰূপত দেখা যায়। এই পাৰ্থক্যবোৰৰ দুটিমান উদাহৰণ উল্লেখ কৰা হ'ল—

| মূল কাৰবি | ডোম্‌ৰা কাৰবি | অসমীয়া |
|---|---|---|
| চাইনং | চৰং | গৰু |
| মেথান | হিক্ | কুকুৰ |
| প'-পেই | পা-ৱাই | পিতা-আই |
| ইক-তেপী | কাকা-তাপেই | ককাই-বৌ |

বাক্যৰীতি ঃ

| | | |
|---|---|---|
| ক'নাত দামজি ? | ক'নাত দামি ? | ক'লৈ যাব ? |
| | দংতে দাম্‌ব ? | |
| অক দ' | অক দ'মান | মাছ আছে। |
| জুন্‌ৰি | জুনিত | নাখাবি |
| | জুনএ | (জুলীয়া পদাৰ্থৰ ক্ষেত্ৰত)। |

চিনথং-আমৰি অঞ্চলৰ অনুনাসিক্যৰ ব্যৱহাৰ ঃ

| | | |
|---|---|---|
| তেনেদেত | তেঙেদেত | পাহৰিলোঁ। |
| ইংনাৰ | ইংঙাৰ | ঘোৰ্ঘোৰা। |

ওপৰত উল্লেখ কৰা উদাহৰণবোৰৰ পৰা অনুমান কৰিব পাৰি যে এই ভাষাটোত অঞ্চল বিশেষে মূলৰ লগত অন্য ভাষাৰ প্ৰভাৱ হেতু কিছু পৰিৱৰ্তন অথবা শব্দ আহৰণৰ দ্বাৰা পৰিৱৰ্তন সাধন কৰা হৈছে।

কাৰবি ভাষাৰ নিজস্ব লিপি নাই। ইংৰাজী ১৮৭৫ চনত অসমীয়া লিপিৰে এই ভাষাৰ প্ৰথম ছপা কিতাপ প্ৰকাশ পায়। তাৰ পিছৰ পৰা ৰোমান লিপিৰে কাৰবি ভাষাৰ বিভিন্ন ছপা কিতাপ প্ৰকাশ পাইছিল। কাৰবি আংলং জিলা পৰিষদেও প্ৰাথমিক বিদ্যালয়ৰ বাবে একাধিক পাঠ্যপুথি অসমীয়া আৰু ৰোমান লিপিত ছপা কৰি উলিয়াইছে। কাৰবি ভাষাৰ লেখক-লেখিকাসকলেও এই দুয়োটা লিপিৰেই তেওঁলোকৰ সাহিত্য চৰ্চা কৰিব ধৰিছে। এই ক্ষেত্ৰত আশাশুধীয়াকৈ চৰ্চা কৰি থকা বংলং তেৰাংদেৱৰ নাম স্মৰণীয়।

কাৰবি ভাষাৰ বিশেষত্ব সম্পৰ্কে বিচাৰ বিশ্লেষণ কৰি চাবলৈ হ'লে, এই ভাষাৰ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ বিষয়ে সম্যক আলোচনাৰ প্ৰয়োজন। তলত এই সম্পৰ্কে

থূলমূলকৈ আলোচনা আগবঢ়োৱা হ'ল ঃ

কাৰবি ভাষাত বিশিষ্ট স্বৰ ধ্বনি সাতটা। এই ধ্বনি কেইটা হ'ল — যথাক্ৰমে অ, আ, ই, উ, এ, এ আৰু অ'। এই স্বৰ ধ্বনিকেইটাৰ প্ৰয়োগ সম্পৰ্কে ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীৰ Studies in Sino -Tibetan Languages নামৰ গ্ৰন্থত বহলাই আলোচনা কৰা আছে। এই ধ্বনিকেইটা শব্দৰ সকলো স্থানতেই প্ৰয়োগ হয় বুলি ড° গোস্বামীয়ে বিশ্লেষণ কৰি দেখুৱাইছে।

এই ভাষাৰ ব্যঞ্জন ধ্বনিবোৰ বিশ্লেষণ কৰি মুঠতে ঊনৈশটা বিশিষ্ট ব্যঞ্জন ধ্বনি পোৱা গৈছে। তাৰে ভিতৰত স্ফোট ধ্বনি নটা। এই নটা ব্যঞ্জন ধ্বনিৰ মাজৰে ছটা অঘোষ ধ্বনি আৰু তিনিটা সঘোষ ধ্বনি ৰূপে উচ্চাৰিত হয়। সেইদৰে এই নটাৰে পাঁচোটা অল্পপ্ৰাণ আৰু চাৰিটা মহাপ্ৰাণ বৰ্ণৰ। এই স্ফোট ধ্বনিবোৰৰ উচ্চাৰণৰ স্থান অনুসৰি ঔষ্ঠ্যবৰ্ণ চাৰিটা, দন্তমূলীয় তিনিটা আৰু পশ্চতালব্য বৰ্ণ দুটা কাৰবি ভাষাত উচ্চাৰণ হয়। স্পৃষ্ট ধ্বনি এই ভাষাত তিনিটা পোৱা যায়। ইয়াৰে দন্তমূলীয় দুটা আৰু তালব্য ধ্বনি এটা এই ভাষাত উচ্চাৰণ হয়। নাসিক্য ব্যঞ্জন ধ্বনি তিনিওটাৰে উচ্চাৰণৰ স্থান সুকীয়া। পাৰ্শ্বিক অঘৃষ্ট ধ্বনি এটা আৰু ধ্বনিটোৰ উচ্চাৰণৰ স্থান দন্তমূলীয়। এটা উষ্ম ঘৃষ্টধ্বনি আছে আৰু ইয়াৰ উচ্চাৰণৰ স্থান কণ্ঠ্য। লুঠিত বৰ্ণ এটা আৰু ইয়াৰ উচ্চাৰণৰ স্থান দন্তমূলীয়। য় আৰু ৱ এই শ্ৰুতিধ্বনি দুটাৰে ৱ ধ্বনিটো কাৰবি ভাষাত বিশিষ্ট ধ্বনি। কাৰবি ভাষাৰ বৈশিষ্ট্য ব্যঞ্জন ধ্বনিবোৰ এনে ধৰণৰ ঃ ক খ ঙ; চ ছ (S) জ; ত থ দ ন; প ফ ব ম; ৰ ল হ; ৱ য়।

কাৰবি ভাষাত গ, ঘ, ধ আৰু ভ ধ্বনি উচ্চাৰণ নহয় যদিও অসমীয়া শব্দৰ মাজেদি অহা এই ধ্বনিবোৰৰ পৰিৱৰ্তন সাধন কৰি উচ্চাৰণ কৰা দেখা যায়। যেনে — গ > ক = গাঁওবুঢ়া > কাংবুৰা; ঘ > কহ = ঘৰ > কহৰ; ধ > দহ = ধন > দহন ইত্যাদি।

অসমীয়া ভাষাৰ বিশিষ্ট ব্যঞ্জন ধ্বনি /স/ৰ উচ্চাৰণ কাৰবি ভাষাত /হ/ ধ্বনি ৰূপে উচ্চাৰণ হয়। এনে ধ্বনিযুক্ত প্ৰায়বোৰ অসমীয়া শব্দই কাৰবি ভাষাত 'হ' ধ্বনিলৈ পৰিৱৰ্তন সাধন কৰি উচ্চাৰিত হোৱা দেখা যায়। যেনে — সকল > হকল, সমাজ > হমাজ, শিয়াল > হিজাই, অসম > অহম, ইত্যাদি।

কাৰবিসকলৰ বাসস্থান স্থিতিশীল নাছিল। ঝুম খেতিৰ সাৰুৱা মাটি বিচাৰি যাওঁতে বিভিন্ন জনগোষ্ঠীৰ সংস্পৰ্শলৈ তেওঁলোক আহিবলগীয়াত পৰিছিল। এনে সংস্পৰ্শলৈ অহা হেতুকে তেওঁলোকৰ ভাষা আৰু সংস্কৃতিৰ ওপৰতো সেই জনগোষ্ঠীৰ প্ৰভাৱ পৰিছিল নিশ্চয়। কিয়নো, কাৰবি ভাষাৰ শব্দ ভাণ্ডাৰত অসমীয়া খাচীয়া আৰু দাঁতি কাষৰীয়া ভাষাগোষ্ঠীৰ শব্দবোৰ সোমাই থকা দেখা গৈছে। তেওঁলোকৰ ভাষা আৰু সংস্কৃতিত অষ্ট্ৰিক ভাষাগোষ্ঠীৰ খাচীয়া ভাষাৰ প্ৰভাৱ অতি গভীৰ। তেওঁলোকৰ গীত





আৰু কাব্যৰ ভাষাবোৰত অতি বেছি পৰিমাণে খাচীয়া ভাষাৰ প্ৰয়োগ হোৱাটো উল্লেখনীয়। দৰাচলতে কবিতাৰ ভাষাত খাচীয়া শব্দবোৰ এক ধ্ৰুপদী শব্দৰূপত প্ৰতিফলিত হৈছে বুলি ক'ব পাৰি।

কাৰবি ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণেৰে বিচাৰ কৰিলে এই ভাষাৰ শব্দবোৰ এক অক্ষৰ বিশিষ্ট ভাষা বুলি ক'ব পাৰি। মৌলিক শব্দৰ আগত অথবা পিছত প্ৰত্যয় আদি যোগ হৈ কোনো শব্দৰ আকাৰ বৃদ্ধি কৰিলেও শব্দবোৰৰ এক অক্ষৰ বিশিষ্ট গুণবোৰ অটুট হৈ থকা দেখা যায়। যেনে— কেজুনইকল' (খাই আছোঁ)। এই ক্ৰিয়াপদটোত মূল প্ৰকৃতিটো হ'ল 'জুন'। এই প্ৰকৃতিটোৰ আগত 'কে' আৰু শেষত 'ইক' প্ৰত্যয় যোগ হৈছে। দেখাত শব্দটোৰ আকাৰ বৃদ্ধি হ'লেও শব্দটোৰ উচ্চাৰণত এক অক্ষৰ বিশিষ্ট গুণবোৰ ৰক্ষিত হৈছে।

কাৰবি ভাষাৰ শব্দ গঠনত আখৰ বা ধ্বনিগুচ্ছৰ সমবিলুপ্তি মন কৰিবলগীয়া বৈশিষ্ট্য। এনে ৰীতিৰে গঠিত শব্দই নতুন অৰ্থ সূচনাৰে শব্দ ভঁৰাল চহকী কৰি তুলিছে। যেনে — আৰ্নি কেচি = নিচি; থেংপি আফাং = থেংফাং, ত'মন কেদেং = মনদেং ইত্যাদি।

মূল উপসৰ্গৰ শেষত বিভিন্ন শব্দাংশ সংযোগ হৈ নতুন শব্দ সৃষ্টি হোৱাৰ এটা স্বাভাৱিক গতি কাৰবি ভাষাত আছে। উদাহৰণ স্বৰূপে 'আৰ্' উপসৰ্গকে ল'ব পাৰি। এই উপসৰ্গৰে গঠিত শব্দ ভঁৰাল কাৰবি ভাষাত যথেষ্ট আছে। যেনে —

| | | | |
|---|---|---|---|
| আৰ্ = | আৰ্ + ই | = আৰ্ই | = ইচ্ছা |
| | আৰ্ + উ | = আৰ্উ | = মৰম কৰা |
| | আৰ্ + এ | = আৰ্এ | = নিয়ৰ |
| | আৰ্ + কেং | = আৰ্কেং | = ছালি |
| | আৰ্ + চিম | = আৰ্চিম | = নিগৰা |

কাৰবি ভাষাত লিংগ নিৰ্ণয় কৰিবলৈ কোনো সুকীয়া প্ৰত্যয় নাই। কিছুমান পুৰুষ আৰু স্ত্ৰী-বোধক শব্দাংশ কোনো শব্দৰ শেষত সংলগ্ন হৈ তাৰ লিংগ নিৰ্ধাৰণ কৰা দেখা যায়। সাধাৰণতে -প', -পী, -পেই, -আল', -আপী এই শব্দাংশৰ দ্বাৰাই লিংগ নিৰ্ধাৰণ কৰা হয়। মানুহৰ ক্ষেত্ৰত -প', -পেই, -পী এই কেইটাৰ প্ৰয়োগ হয়। ইতৰ প্ৰাণীৰ ক্ষেত্ৰত -আল, -আপী, নতুবা কেৱল -ল' আৰু -পী শব্দাংশৰ প্ৰয়োগ হয়। গীত বা বাক্যৰ ক্ষেত্ৰত 'ৱি' আৰু 'ৰ' শব্দাংশৰ দ্বাৰা যথাক্ৰমে স্ত্ৰী আৰু পুৰুষ বুজোৱা হয়। বচন নিৰূপণ কৰিবলৈ কাৰবি ভাষাত -তুম, -মাৰ, -লুৰ আদিৰ ব্যৱহাৰ হয়। এইবোৰো প্ৰকৃততে সমূহ, দল, জাক বুজোৱা শব্দহে। এই শব্দাংশবোৰৰ ব্যৱহাৰত মানুহ আৰু ইতৰ প্ৰাণীৰ

মাজত পাৰ্থক্য আছে। -তুম প্ৰত্যয় (?) কেৱল মানুহৰ ক্ষেত্ৰত অথবা ব্যক্তিবাচক সৰ্বনামৰ ক্ষেত্ৰতহে প্ৰয়োজ্য।

| | | |
|---|---|---|
| যেনে — | মনিত আতুম | = মানুহবোৰ |
| | আৰলেং | = কাৰবিসকল |
| | নেতুম | = আমি |
| | নাংতুম | = তহঁত, ইত্যাদি। |

ওপৰৰ উদাহৰণবোৰৰ পৰা দেখা গ'ল যে ব্যক্তিবোধক সৰ্বনামৰ বাদে আন বিশেষ্য পদৰ বেলিকা -তুম -ৰ আগত '-আ-' সম্বন্ধ কাৰকৰ বিভক্তি সংযোগ কৰা হয়।

'-তুম' প্ৰত্যয়ৰ উপৰি মানুহৰ ক্ষেত্ৰত -মাৰ্ এই বহুবচন প্ৰত্যয় ব্যৱহাৰ কাৰবি ভাষাত দেখা যায়। যেনে — অ'ছ' মাৰ = ল'ৰাবোৰ; অ'ছ'পী মাৰ = ছোৱালীবোৰ; ছাৰ মাৰ = প্ৰৌঢ়সকল, ইত্যাদি। কেতিয়াবা -মাৰ প্ৰত্যয়ৰ শেষত '-লি' প্ৰত্যয়ৰ প্ৰয়োগ হোৱাও দেখা যায়। যেনে — নীমাৰলি, বংমাৰ লি অৰ্থাৎ বাইসকল, ভণ্টিহঁত।

তুচ্ছ জ্ঞান কৰি মানুহক ইতৰ প্ৰাণীৰ লগত তুলনা কৰি গালি পাৰোঁতে -তুম বা -আতুমৰ প্ৰয়োগ দেখা যায়। যেনে — মেথান আতুম = কুকুৰহঁত, ফাক আতুম = গাহৰিহঁত। -হুৰ প্ৰত্যয়ৰ প্ৰয়োগে ইতৰ প্ৰাণীক সূচায়। ইয়াতো '-আ' বিভক্তিৰ আগম হয়। যেনে— চাইনং আহুৰ = গৰু জাক, ব্ৰ'আহুৰ = চৰাইজাক।

কাৰবি ভাষাত ক্ৰিয়া পদত বহুবচনাত্মক ৰূপ প্ৰতিফলিত হোৱা পৰিলক্ষিত হয়। যেনে— চ'ৰাপছাৰ, জুনৰাপ ছাৰ অৰ্থাৎ একেলগে খোৱা, একেলগে পি খোৱা।

এই ভাষাত উপসৰ্গ আৰু অনুসৰ্গ মূল শব্দত প্ৰয়োগ হৈ বিশেষণ পদলৈ ৰূপান্তৰিত হয়। সাধাৰণতে কে-, কি-কা- এই উপসৰ্গৰ সহায়ত বিশেষণ পদলৈ উন্নীত কৰা হয়। বিশেষণ পদৰ বিশেষত্ব বুজাবলৈ বহুতো অনুসৰ্গ প্ৰয়োগ হয়। যেনে — লক = বগা, এই শব্দৰ শেষত -বং, -ক্লিং, -চত আদি অনুসৰ্গ সংযোগ হৈ শব্দটোৰ বিশেষত্ব বুজাবলৈ যত্ন কৰা হয়।

বিশেষণীয় বিশেষণ বুজাবলৈ -অ', -কন, -পিক, -ৰিং, -মু, -পাৰ, -নেই আদি অনুসৰ্গ প্ৰয়োগ হয়। যেনে — লক্অ', লক্পিক, লক্কন, লক্পাৰ, লক্মু লক্নেই, ইত্যাদি।

কাৰবি ভাষাৰ সৰ্বনাম পদ এটা মন কৰিবলগীয়া বিশেষত্ব। ব্যক্তিবোধক সৰ্বনাম পদৰ তিনিও পুৰুষৰ এক বচনত এনে ধৰণে পাওঁ। যেনে — নে, নাং





আৰু আলাং। এই পদবোৰৰ শেষত -তুম সংযোগ কৰি বহুবচনৰ ৰূপ সাধিত হয়। সন্মানসূচক -লি বিভক্তি দুয়ো বচনৰ মূল পদৰ অন্তত প্ৰয়োগ হয়। -লি বিভক্তি প্ৰয়োগৰ ফলত ক্ৰিয়া পদৰ ওপৰতো পৰিৱৰ্তন সাধিত হয়।

কাৰবি ভাষাৰ স্থানবোধক সৰ্বনাম পদবোৰ হ'ল যথাক্ৰমে — দাক (ইয়াত), হাদাক (তাত)। -হেত, হা-, শব্দাংশৰ সহায়ত যথাক্ৰমে ওচৰ আৰু আঁতৰৰ স্থান নিৰ্ণয় কৰে। যেনে — দাকহেত, হাদাক।

কালবোধক সৰ্বনাম পদবোৰ হ'ল — পেনি, পিনি, পেনাপ, মেনাপ, পেনাপদিক, পেনাপদিক ইছি, পাতুমি, পাতুমিদিক, পেনিংৰে ইত্যাদি। এই পদবোৰত পে-, মে- আৰু পা- উপসৰ্গৰ প্ৰয়োগ হৈ সময়ৰ ইংগিত কৰিছে। সেইদৰে -দিক, -দিকইছি এই শব্দাংশৰ প্ৰয়োগৰ দ্বাৰা সময়ৰ ব্যৱধান নিৰূপণ হৈছে।

প্ৰশ্নবোধক সৰ্বনামৰ ক্ষেত্ৰত 'ক-' উপসৰ্গ ব্যৱহাৰ কৰা হয়। যেনে—ক'মাত, ক'পি, ক'আন অৰ্থাৎ কোন, কি, কিমান ইত্যাদি।

কাৰক পদ নিৰ্ণয়ৰ ক্ষেত্ৰত কাৰবি ভাষাত যথাক্ৰমে -কে, -ছি, -ফান, -পেন, -পেনছি, -আ আদি বিভক্তি প্ৰয়োগ হোৱা দেখা যায়।

এই ভাষাৰ সংখ্যাবাচক পদবোৰৰ বিশেষত্ব হ'ল এনে ধৰণৰ — মানুহৰ ক্ষেত্ৰত 'বাং' অৰ্থাৎ শৰীৰ বুজোৱা শব্দৰ শেষত নিৰ্ণেয়মান সংখ্যা প্ৰয়োগ কৰা দেখা যায়। যেনে — বাংকেথম = তিনিজন, বাংফাৰ = এশজন ইত্যাদি। কিন্তু এজনৰ ক্ষেত্ৰত 'এ' বা 'ই' সংখ্যা পদটো 'নুত' অৰ্থাৎ 'জন' শব্দৰ আগত বহি সংখ্যাপদ গঠন কৰা হয়। যেনে — ইনুত বা এনুত = এজন।

ইতৰ প্ৰাণীৰ ক্ষেত্ৰত 'জন' শব্দৰ প্ৰয়োগ হয়। যেনে — এজন, জননি, জনকেপ অৰ্থাৎ এটা, দুটা, দহটা। সেইদৰে গছ আদিৰ ক্ষেত্ৰত 'ৰং', গোটা ফল-মূলৰ বেলিকা 'পুম', চটা আদিৰ ক্ষেত্ৰত 'ফ্লাক', পাত আদিৰ ক্ষেত্ৰত 'পাক' আদি শব্দাংশৰ প্ৰয়োগ ঘটে।

কাৰবি ভাষাৰ অব্যয় পদ প্ৰকাশ কৰিবলৈ 'লাপেন' আৰু সংখ্যাৰ মাজত 'ৰা'ৰ প্ৰয়োগ হয়। যেনে— ছাৰথে লাপেন লংকি = ছাৰথে আৰু লংকি। পৃথকবোধক অব্যয় বুজাবলৈ 'মাতে', 'বস্তা'ৰ ব্যৱহাৰ হয়। যেনে — লুঞ্চে মাতে ৰাম = লুঞ্চে বা ৰাম। 'তাহায়', 'তাং' শব্দাংশৰ প্ৰয়োগেৰে সন্দেহৰ ভাব প্ৰকাশ কৰা হয়। সেইদৰে অ, উঃ, আজা, চিছ, হায়, ইংছালি আদি শব্দবোৰৰ

সহায়ত মনৰ ভাব প্ৰকাশ কৰা হয়। 'মা' আৰু 'তা' শব্দৰ সহায়ত প্ৰশ্নবোধক অব্যয় পদ সৃষ্টি কৰা হয়। সম্বোধনবোধক অব্যয়ৰ বাবে 'অ-' শব্দৰ প্ৰয়োগ হয়। ঐ! তও! উঁ! এই শব্দবোৰৰ মাজেদি সমিধানবোধক পদ ৰচনা কৰা হয়।

কাৰবি ভাষাত নঞাৰ্থ বুজাবলৈ '-এ' প্ৰত্যয়ৰ উপৰি 'আৰে' আৰু 'কালি' এই শব্দ দুটাৰ ব্যৱহাৰ হয়। সাধাৰণতে নঞাৰ্থ বুজাবলৈ মূল ক্ৰিয়াপদৰ আদি বৰ্ণটো ক্ৰিয়াপদৰ শেষত পুনৰাগম হয় আৰু সেই বৰ্ণৰ সৈতে '-এ' প্ৰত্যয় মিলিত হয়। যেনে—দাম্ অৰ্থাৎ 'যা' ক্ৰিয়াপদটোৰ নঞাৰ্থ ৰূপ হ'ল, দাম্দে। কিন্তু ক্ৰিয়া পদটোৰ আদিবৰ্ণ যদি স্বৰবৰ্ণ হয়, তেন্তে ক্ৰিয়া পদৰ প্ৰথম বৰ্ণটোৰ পুনৰাবৃত্তি নঘটে। যেনে— উৰ্এ = সেকা নাই।

নিষেধাজ্ঞা বুজাবলৈ কাৰবি ভাষাত 'ৰি' শব্দাংশৰ ব্যৱহাৰ হয়। যেনে — ক্লেম্ৰি, লাংৰি, অৰ্থাৎ নকৰিবি, নাচাবি।

কাৰবি ভাষাত ক্ৰিয়াপদৰ স্বৰূপ সম্পৰ্কে The Mikirs গ্ৰন্থৰ প্ৰণেতা Charles Lyallৰ মন্তব্যই যথেষ্ট। উক্ত গ্ৰন্থৰ তেখেতে এনেদৰে লেখিছে — The Mikir verb indicates time, past, present or future, by means of particles prefixed on suffixed to the root. It does not vary for number, gender or person."

উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন স্থানত বসতি কৰি কথোপকথনৰ সহায়ত জীয়াই ৰখা কাৰবিসকলৰ ভাষা সম্পৰ্কে গভীৰভাৱে অধ্যয়ন আৰু গৱেষণাৰ স্থল আজিও আছে। কাৰবিসকল সাধাৰণতে দুভাষী। ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে তেখেতৰ গ্ৰন্থত এনেদৰে উল্লেখ কৰিছে— "Linguistically they are generally bilingual. Karbi is their own tongue spoken to their own people while Assamese is their first language spoken outside their community. Karbi and Assamese are two prominent languages which play a great role in their society......."

অসমৰ ভাষা আৰু সংস্কৃতি পৰস্পৰে পৰস্পৰৰ পৰিপূৰক। কাৰবি ভাষাও নিশ্চয় ইয়াৰ ব্যতিক্ৰম নহয়।





# ডিমাছা ভাষা পৰিয়াল

নিৰুপমা হাগজেৰ

ডিমাছা ভাষা সম্বন্ধে কিছু উল্লেখ কৰিবলৈ ল'লৈই পোনতে তেওঁলোকৰ চমু বুৰঞ্জী আৰু সংস্কৃতিৰ বিষয়ে কিছু উনুকিয়াবলৈ বাধ্য হওঁ। ডিমাছা কছাৰীসকলৰ পূৰ্ব-পুৰুষসকলে অতীজতে উজনি অসমতে ৰাজত্ব কৰিছিল তাক কোনেও নুই কৰিব নোৱাৰে। তাৰ বিৱৰণ বুৰঞ্জীৰ পাত লুটিয়ালেই পোৱা যায়। অৱশ্যে এইখিনিতে উল্লেখ কৰিব লাগিব যে ডিমাছা কছাৰীসকলৰ উপৰিপুৰুষসকল সেই কালছোৱাত বৰাহী, কছাৰী আদি নামেৰেহে জনাজাত আছিল। ডিমাছা কছাৰীসকল যে উজনি অসমত বসবাস কৰিছিল তাৰ প্ৰমাণ স্বৰূপে নৈ, জান আদিৰ নামবোৰত ডিমাছা ভাষাৰ প্ৰভাৱে সাক্ষী দিয়ে। অৱশ্যে কালৰ সোঁতত শব্দ আৰু উচ্চাৰণৰ বিকৃতি ঘটি কিছু পৰিৱৰ্তন হোৱা দেখা যায়। নৈৰ নাম যেনে — ডিহাং, ডিবাং, ডিকৰাই, ডিক্ৰাং, ডিব্ৰু, ডিছাং, ডিৰাপ (টিৰাপ), ডিবাক, ডিমুঃ (ডিমৌ), ডিক্সু (দিখৌ), ডিয়ুং (দৈয়াং- গোলাঘাট মহকুমাত) আদি। উল্লেখিত ডিমৌ, দিখৌ, দৈয়াং, নামত বড়ো ভাষাৰ প্ৰভাৱ পৰি উকাৰৰ সলনি 'ঔ'কাৰ আৰু 'ডি' ৰ ঠাইত 'দৈ' হৈছে, সন্দেহ নাই।

ডিমাছা কছাৰী ভাষাৰ লগত নিচেই ওচৰ সম্বন্ধীয় ভাষা দুটা হ'ল বড়ো ভাষা আৰু তিপ্ৰা ভাষা। পিছে এই তিনিটা ভাষা-ভাষীৰ লোকসকল তিনিটা সমাজত বসবাস কৰি আছে ভিন ভিন প্ৰান্তত। ভৌগোলিক অৱস্থান বিচাৰ কৰি চালে দেখা যায় বড়োসকল পূব প্ৰান্তত মাজ মজিয়াত। অথচ এই তিনিটা জাতিৰ ওচৰ সম্বন্ধ হ'ল কেনেকৈ? তাৰ উত্তৰ লিখিবলৈ গ'লে বুৰঞ্জীৰ চমু বিৱৰণ আৰু কিছু উল্লেখ কৰিবলৈ বাধ্য হওঁ। পশ্চিম প্ৰান্তত, তিপ্ৰাসকল দক্ষিণ প্ৰান্তত, বৰ্তমান অসমৰ বাহিৰত; ডিমাছাসকল দক্ষিণ-

ঐতিহাসিক পৰিৱৰ্তন — আগতেও বৰ্ণনা কৰিছোঁ যে, ডিমাছাসকলৰ উপৰি পুৰুষসকলে সুদূৰ অতীজত উজনি অসমত বসবাস কৰিছিল। উজনি অসমত বসবাস কৰি থকা কালছোৱাত আহোমসকল অসমত আহি সোমায়। আহোমসকল অসমত সোমোৱাৰ পাছত এটা জাতিৰ ভাই-ককাই, বাই-ভনীৰ, ছেদেলি-ভেদেলি হৈ ঠাই এৰিব লগাত পৰিছিল। সেই কালছোৱাত আমাৰ উপৰিপুৰুষসকল বৰাহী নামেৰে জনাজাত আছিল। পোনতে আহোমসকলে বলেৰে খুঁজিবলৈ চাই নোৱাৰিছিল। সেয়ে কি উপায়েৰে বৰাহীসকলক হাত কৰিব পৰা যায়, তাৰ উপায় বিচাৰিলে। আহোমৰ মুখিয়াল চুকাফাই

বৰাহী তিৰোতাক বিয়া কৰাই মিতিৰ পাতি লৈছিল। আহোমসকলে ছল-চাতুৰী কৰি মিছলীয়া বুধিৰে বৰাহীসকলক ঠেলি পঠিয়াই বৰাহীসকলৰ ৰাজ্য দখল কৰি লৈছিল। এনে কৰি আহোমসকলে উজনি অসমৰ উত্তৰ-পূব দিশৰ পৰা ক্ৰমান্বয়ে পশ্চিম-দক্ষিণ দিশলৈ খেদি পঠায়। ডিমাছা আৰু বড়ো মানুহৰ উপৰি পুৰুষসকল ছেদেলি-ভেদেলি হোৱাৰ কিম্বদন্তি চমুকৈ উল্লেখ কৰিলোঁ। আমাৰ বুঢ়া-মেথাসকলৰ মুখে-মুখে বাগৰি অহা কিম্বদন্তি মতে মাজুলীত থকা কালছোৱাত আমাৰ বিচ্ছেদ ঘটিছিল। বৰ্তমান যুগতো ডিমাছাৰ বুঢ়া-মেথাসকলে বড়োসকলক 'ৰাঈচিং দাঁই সয়াছা' বুলি কয়। অৰ্থ হৈছে ৰাঈচিং এবিধ দীঘল জাতীয় বেতৰ নাম আৰু দাঁই সয়াছা মানে কাটি দিয়া হৈছিল তাৰ সন্তান-সন্ততি। শত্ৰুৰ আক্ৰমণৰ আশংকা কৰি ইপাৰৰ পৰা সিপাৰলৈ পলাই যাবলৈ চেষ্টা কৰা মুহূৰ্তত ৰাঈচিং নামৰ বেতেৰে বেতৰজ্জু বান্ধি দিয়া হৈছিল। বৰ্তমান যুগতো সৈনিকবিলাকে পাহাৰৰ টিঙৰ ইপাৰৰ পৰা সিপাৰ নাইবা নৈৰ ইপাৰৰ পৰা সিপাৰ হ'বলৈ তেনে জৰী বান্ধি লৈ পাৰাপাৰ হয়। তেনেকৈ বৰাহী, কছাৰীসকলে বেতেৰে ইপাৰৰ পৰা সিপাৰত বান্ধি লৈ পলাই সাৰিবলৈ চেষ্টা কৰিছিল। ৰাঈচিঙেৰে বন্ধা ৰজ্জুত ওলমি ওলমি পাৰ হৈ আহিল। সৰহ সংখ্যক মানুহেই নিৰাপদে পাৰ হৈ গৈছিল। তেওঁবিলাকে ভাবিলে যে বেছি সময় ল'লে কিজানি শত্ৰুৱে পিছ লৈ আহি তেওঁলোকক কাটি পেলাব। এনে সন্দেহ কৰি গোটেই মানুহ নহাৰ আগতেই নিজৰ দলৰ মানুহেই বেত ৰজ্জু কাটি পেলায়। ফলত ওলমি অহা বাকীবিলাক পানীত পৰি যায়। পানীত পৰা সকলক পানীৰ সোঁতে উটাই নিয়াত তেওঁলোক কিছুমানে নৈৰ পাৰৰ খাগৰি বনত ধৰি পাৰত উঠিছিল; কালক্ৰমত তেওঁলোকে 'খাকলাৰী' উপাধি পাইছিল, আৰু বুকুৰে উবুৰি খাই বসুমতীক অৱলম্বন কৰি পাৰত উঠাসকলে 'বসুমাতাৰী' উপাধি পায়। এয়ে কিম্বদন্তী। এনেকৈ এটা দুৰ্যোগ অহাত আমাৰ ককাই-ভাই, বাই-ভনীসকল ছেদেলি-ভেদেলি হ'ব লগাত পৰিছিল। ফলত স্থান আৰু কালৰ ভেদত আমাৰ কথিত ভাষা বা দোৱানবো পাৰ্থক্য ঘটি গৈছে। তদুপৰি বড়ো তিৰোতাসকলৰ পিন্ধন-উৰণৰ বিষয়েও চিন্তা কৰি চালে ধাৰণা হয় যে আমাৰ লগত ছেদেলি-ভেদেলি হোৱাৰ পাছত বড়ো পুৰুষে অইন সমাজৰ তিৰোতাক বিয়া কৰাইছিল। বড়ো তিৰোতাৰ 'দখনা' পিন্ধন আমাৰ ডিমাছা কছাৰী তিৰোতাৰ লগত সমূলি বেলেগ। অকল ডিমাছাৰ লগত নহয়, অসমৰ অন্যান্য জনজাতীয় তিৰোতাসকলতকৈ সমূলি বেলেগ। এইবোৰ ঘটনাৰ ফলত বড়ো কথিত ভাষাৰ লগত ডিমাছা ভাষাৰ পাৰ্থক্য আহি পৰিছিল বুলি ধাৰণা কৰিব পাৰি। তথাপি বড়োসকলৰ কথিত ভাষাৰ লগত ডিমাছাৰ কথিত ভাষাৰ শতকৰা পঞ্চাশ ভাগ বৰ্তমানেও মিল আছে বুলি ক'ব লাগিব। বড়ো শব্দৰ লগত ডিমাছা শব্দৰ শতকৰা পঞ্চাশ ভাগ মিল থকাৰ দৰেই তিপ্ৰাসকলৰ কথিত ভাষাৰ লগতো ডিমাছাৰ মিল আছে। তাকে তলত উল্লেখ কৰিলোঁ—





| ডিমাছা | বড়ো | তিপ্ৰা | অসমীয়া |
|---|---|---|---|
| মাঈ | মাঈ | মাঈ | ধান |
| মাঈৰং | মাঈৰং | মাঈৰং | চাউল |
| হাটাঃই | হাটাঃ ই | হাটাঃই | দাঁত |
| ক্লাঃই | ক্লাই | ক্লাই | চুলি |
| স্লাই | স্লাই | স্লাই | জিভা |
| আং | আং | আং | মই |
| হাঙ | হাঙ | হাঙ | উশাহ |
| নমাঃ | নমাঃ | নমাঃ | বৰঘৰ |
| গোৱাঈ | গোৱাঈ | গোৱাঈ | তামোল |
| হাখৰ | হাখৰ | হাখৰ | গাঁত (গৰ্ত) |

বড়ো আৰু ডিমাছা ভাষাৰ ধাতু আৰু শব্দত কিছু পাৰ্থক্য থাকিলেও বাক্য শুনিলে বা পঢ়িলে কি কোৱা হৈছে তাকে সহজতে ধৰিব পাৰি। উদাহৰণস্বৰূপে তলত কেইটামান বাক্য উল্লেখ কৰিলোঁ —

| ডিমাছা | বড়ো | অসমীয়া অৰ্থ |
|---|---|---|
| নিনী বুমূ চুমূ? | নৌংনী মুঙা মা? | তোমাৰ নাম কি? |
| আনি বুমূ গোপাল। | আংনি মুঙা গোপাল। | মোৰ নাম গোপাল। |
| নকাচাও হা জিমিঃ ডং। | অখ্রাংআও জৗমৈ ডং। | আকাশত মেঘ আছে। |
| আং ন্বনিপ্রাং পাঈ বা। | আং ন্বনিফ্রায় ফৈদৌং। | মই ঘৰৰ পৰা আহিছোঁ। |
| নুং বাবানিপ্রাং পাঈ বা? | নৌং বৌহানিফ্রায় ফৈদৌং। | তুমি ক'ৰ পৰা আহিছা? |
| জুং ন্বা গুমানে উাংমা। | জৗং ন্বা গুবনী থাংগীন। | মই মাছ মাৰিবলৈ যাম। |

উদাহৰণ স্বৰূপে এইখিনিতে কেইটামান বাক্য দাঙি ধৰিলোঁ মাথোন। কিছুমান শব্দৰ মিল নাথাকিলেও বাক্য শুনিলে কি কোৱা হৈছে আমি পৰস্পৰৰ মাজত ধৰিব পাৰোঁ।

সি যি কি নহওক, কছাৰী জাতিগোষ্ঠীৰ ভিতৰত সাহিত্যৰ ক্ষেত্ৰত বড়ো কছাৰীসকলেই আটাইতকৈ উন্নত। বড়ো ভাষা শিক্ষাৰ মাধ্যমৰূপে প্ৰৱেশিকা, উচ্চ বিদ্যালয় পৰ্যায়লৈ প্ৰচলন কৰা সকলোৱেই জানে। তদুপৰি মহাবিদ্যালয় পৰ্যায়লৈকে বড়ো মাতৃ ভাষাৰো পাঠদান হৈছে। সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত বড়োতকৈ ডিমাছাসকল নিচেই পিছ পৰা বুলি স্বীকাৰ কৰিব লাগিব। ডিমাছাসকলৰ ভাষাৰ এতিয়ালৈকে প্ৰাথমিক পৰ্যায়তো প্ৰৱৰ্তন হোৱা নাই। হিংসা-হিংসি আৰু লিপিৰ বিতৰ্ক লৈয়েই দিনবোৰ অতিবাহিত হৈছে।

এতিয়া তিপ্ৰাসকলৰ বিষয়ে কিছু কথা উল্লেখ কৰোঁ। তিপ্ৰাসকল অসমৰ অন্যান্য

কছাৰী জাতি গোষ্ঠীৰ পৰা অতি দূৰত। এনে অৱস্থাত কছাৰী ভাষাৰ সৈতে তিপ্ৰা ভাষাৰ সামঞ্জস্য থকাটো কেনেকৈ সম্ভৱ হ'ল? তাৰ উত্তৰত কিছু বুৰঞ্জী আৰু কিছু কিম্বদন্তিৰ কথা উনুকিয়াব লাগিব। অতীজৰ কপিলী উপত্যকাত (বৰ্তমানৰ নগাঁও জিলা কাৰ্বি আংলঙত) বৰাহী কছাৰীসকলে ৰাজত্ব কৰি থকা কালছোৱাত ৰাজপুত্ৰ ককাই-ভাই দুজনৰ মাজত ৰাজত্বৰ কথা লৈ কন্দল লাগিছিল। জ্যেষ্ঠ ককায়েকে-ভায়েকৰ আয়ত্তৰ পৰা বিপদমুক্ত হোৱাৰ চেষ্টাৰে পিতাকৰ ৰাজ্য এৰি পলাই যায়। পোনতে তাহানি হেড়ম্বৰাজ্য বৰ্তমান কাছাৰ জিলাৰ ধলাই থানাৰ অধীনস্থ ৰাজঘাট নামৰ ঠাইত ৰাজত্ব কৰিবলৈ লয়। তাৰ পাছত কালক্ৰমত 'কৈলাসহৰ'লৈ (বৰ্তমান হাইলাকান্দি জিলাৰ অধীনলৈ) উঠি যায়। তাতে বহু বছৰ থকাৰ পাছতেই পুনৰ বৰ্তমান ত্ৰিপুৰা ৰাজ্যৰ আগৰতলাত ৰাজধানী পাতেগৈ। গতিকে দেখা যায় —ঐতিহাসিক কাৰণত ভাই-ককাই বিছিন্ন হৈছিল। কিন্তু একেই মাতৃৰ সন্তান বুলি মাতৃভাষাই সোঁৰৰাই ৰাখিছে, তেওঁলোক যে এক মাকৰ ককাই-ভাই। সেয়ে দেখা যায় তিপ্ৰা ভাষাৰ সৈতে বড়ো-ডিমাছাৰ নিচেই ওচৰ সম্বন্ধ। আনকি বৰ্তমান যুগতো ডিমাছা কছাৰী ভাষাৰ লগত সমূলি মিল থকা দেখা যায়। উদাহৰণ স্বৰূপে কেইটামান শব্দ তলত উল্লেখ কৰিলোঁ—

| ডিমাছা | তিপ্ৰা | বড়ো | অসমীয়া |
|---|---|---|---|
| নুং | নুং | নোং | তুমি/তই |
| ভাঁইং | ভাঁইং | অখাফোৰ | জোন |
| মচ্ৰঙ | মচ্ৰঙ | *শিয়াল/ছিয়াল | শিয়াল |
| খুদিৰাঙ | খুদিৰাঙ | *খদাল | কোৰ |
| ছামফ্ৰাং | ছামফ্ৰাং | ছামব্ৰাম্ | পিয়াঁজ |
| হাজীং | হাজীং | হাইজেং | আদা |
| খূম | খূম | বিবাৰ | ফুল |
| টাইলুঃ | টাইলুঃ | টালিৎ/থালিৎ | কল |
| টাইজূ | টাইজূ | টাইজৌ/থাইজৌ | আম |
| টাইফ্লুং | টাইফ্লুং | *খণ্ঠালি | কঁঠাল |
| হাজুঃ | হাজুঃ | হাজৌ | পাহাৰ |
| য়াউ | য়াউ | আখাই | হাত |
| জূবূ | জূবূ | জিবৌ | সাপ |
| নাম্নাঃ | নাম্নাঃ | *কুচিয়া/খুছিয়া | কুচিয়ামাছ |
| বি-হাগুাউ | বিহাগুাউ | বিনানাও | বাই-ভনী |
| মুচুঃ | মুচুঃ | মৌশৌ/মৌছৌ | গৰু |





| | | | |
|---|---|---|---|
| বূৰ্ব্বন | বূৰ্ব্বন | বৌৰ্ম্মা | ছাগলী |
| বাটাই | বাটাই | ফিটাই/ফিথাই | ফল, গুটি |
| নকাচাউ | নকাচাউ | অখ্রাং | আকাশ |

* তৰা চিন দিয়া শব্দ কেইটাত অ-জনজাতি শব্দ সোমাইছে সন্দেহ নাই। এনে কিছুমান শব্দ আছে যিবোৰৰ এটা ভাষাৰ অইন ভাষাৰ লগত মিল নাই। যেনে —

| ডিমাছা | বড়ো | তিপ্ৰা | অসমীয়া অৰ্থ |
|---|---|---|---|
| ডি | দৈ/দৈই | তুই | পানী |
| চিছাঃ | ছেইমাঃ/ছাইমা | ছুই | কুকুৰ |
| হনঃ | অমাঃ | ওৱাক্ | গাহৰি |
| মগং | বেদং | কাকাই | মঙহ |
| মাওগূছাঃ | মৌখ্রা | মখ্রা | বান্দৰ |
| সামলাই | ইংখ্রী | মৈথং | আঞ্জা |
| মিচিঃ | মৌছা/মছা | মাছা | বাঘ |
| মিতিঃ | পাতৈ/ফাথৈ | পাতুই | পাণ |
| দাউদিঃ | দাউদি | বতুই | কণী |
| ৰিঃ | হিঃ | ৰেঃ | কাপোৰ |

কপিলী উপত্যকাত কছাৰীসকলৰ ৰাজত্বৰ কালছোৱাত লালুং বা তিৱা সমাজৰ লগত একেলগে বসবাস কৰাত তিৱা ভাষাৰ সৈতে ডিমাছা শব্দৰ মিল থকা দেখা যায়। যেনে—

| ডিমাছা | লালুং (তিৱা) | অসমীয়া |
|---|---|---|
| * আং | আং | মই |
| * ট্রাঃ | ট্রাঃ | যিকোনো মাটিৰ তলৰ আলু |
| য়াচি (ভৰিৰ) | ইয়াচি | আঙুলি |
| য়াচুগুৰ | ইয়াচখুৰ | নখ |
| গ্জাম | কয়াম | পুৰণি |
| খ্রিৱা | খূৰী | টেঙা |
| * খূম | খূম | ফুল |
| খূমবাৰী | খূমবাৰী | ফুলনি বাৰী |
| খূম ক্রাই ফাং | খূমবাই ফাং | নাহৰ গছ |
| * কুঃ | খু | মুখ |
| গঙ্গিলা | কংকলা | ককিলা মাছ |

| শিলিখা ফাং | চিলগাফাং | শিলিখা গছ |
|---|---|---|
| ব্‌ছা | ছা | পুতেক |
| জূবূ | জূপূ | সাপ |
| • জূ | জূ | মদ, লাউপানী |
| ডি | তি | পানী |
| •থিঃ | থিঃ | তেজ |
| • নঃ | নঃ | ঘৰ |
| বূৰূণ | প্ৰোণ | ছাগলী |
| • বাৰ্ | বাৰ্ | বতাহ |
| ৰিঃ | ৰে | কাপোৰ |
| লঃ | লঃ | মালা |

• চিন দিয়া শব্দকেইটাৰ ডিমাছাৰ লগত সমূলি মিল আছে। এইখিনিতে উদাহৰণ স্বৰূপে কেইটিমান শব্দ মাথোন দাঙি ধৰা হ'ল। এনেকৈ বহুতো শব্দ আছে, যিবোৰৰ ক্ষেত্ৰত তিৱা ভাষাৰ লগত ডিমাছাৰ মিল আছে। তিৱা ভাষাৰ সৰহ সংখ্যক শব্দত ডিমাছা শব্দৰ বিকৃতি ঘটিছে যেন অনুমান হয়।

উল্লেখ কৰিবলগীয়া কথা যে তিৱা ভাষা ডিমাছা কছাৰীৰ লগত মিল থাকিলেও পিন্ধন-উৰণ, নাচ-গান আদি বহুতো পাৰ্থক্য থকা দেখা যায়।

মিকিৰ বা কাৰ্বিসকলৰ লগতো ডিমাছা কছাৰীসকলৰ ডিমাপুৰত ৰাজত্ব কৰাৰে পৰা ওতঃপ্ৰোত সম্বন্ধ আছিল। কোনোবা এজন ডিমাছা কছাৰী ৰজাই কাৰ্বি মুখিয়াল আৰু চহকী পৰিয়ালৰ জীয়েকক বিয়া কৰোৱাৰ কথা কিম্বদন্তিতে জনা যায়। কিন্তু কাৰ্বিসকলৰ লগত ডিমাছাসকলৰ থকা-মেলা, খোৱা-বোৱা, আৰু পিন্ধন-উৰণৰ সমূলি মিল নথকা পৰিলক্ষিত হয়। বিশেষকৈ কাৰ্বি ভাষাৰ লগত ডিমাছা কছাৰী ভাষাৰ সমূলি মিল নাই। আনহাতে তিৱা ভাষাৰ লগত ডিমাছা ভাষাৰ কিছু মিল থকা পূৰ্বে উল্লিখিত শব্দমালাৰ পৰা ধৰিব পাৰি।

থকা-মেলাৰ ক্ষেত্ৰতো কাৰ্বিসকল থাকে চাঙৰ ঘৰত, ডিমাছা কছাৰীসকল থাকে মাটিৰ ঘৰত। খোৱা-বোৱা, তিৰোতা মানুহৰ সাজ-পাৰ আদি ডিমাছাৰ লগত মিল নাই। অথচ বুৰঞ্জীয়ে চুকি নোপোৱা কালৰে পৰা কাৰ্বিসকল ডিমাছাৰ লগত ওচৰ চুবুৰীয়াকৈ বসবাস কৰি আহিছে; বৰ্তমানলৈকে দেউৰী আৰু মিৰি বা মিচিংসকলৰ লগতো সেই একেই কথা। উজনি অসমৰ কছাৰীসকল ৰাজত্ব কৰি থকা কালছোৱাৰ পৰাই দেউৰী, মিচিংসকল কছাৰীসকলৰ ওচৰ চুবুৰীয়াকৈ বসবাস কৰি আহিছে। বৰ্তমান উজনি অসমত অজস্ৰ কছাৰী মানুহ আছে। তথাপি কছাৰী ভাষাৰ লগত দেউৰী, মিচিংসকলৰ ভাষাৰ





মিল নাই। অথচ সাজ-পাৰৰ ক্ষেত্ৰত দেউৰী-মিচিং তিৰোতাৰ লগত মিল আছে। ১৯৭১ চনত ইংৰাজীত প্ৰকাশিত ডিফুৰ দিলীপ শৰ্মাৰ দ্বাৰা প্ৰকাশিত "অসমৰ জনজাতীয় শব্দ মালা" নামৰ কিতাপখনৰ পৰা আৰু সাহিত্যিক ভৃগুমুনি কাগয়ুঙে মিচিং ভাষাৰ বিষয়ে লিখা কেইবাখনো আলোচনীত প্ৰকাশিত হোৱা প্ৰবন্ধ পঢ়ি এনেধৰণৰ চিন্তা-চৰ্চা কৰাৰ সুযোগ পাইছোঁ। আৰু তাৰ পৰাই ডিমাছা ভাষাৰ লগত দেউৰী-মিচিং ভাষাৰ মিল নথকা ধৰিব পাৰিছোঁ। থকা মেলাৰ বিষয়ত দেউৰী-মিচিং মানুহে চাঙৰ ঘৰত বসবাস কৰে। একান্নবৰ্তী পৰিয়াল হৈ থকাৰ গুণ আৰু নিয়ম আছে, আনহাতে ডিমাছা কছাৰীসকলে পুতেক কি জীয়েক যিয়েই নহওক, বিয়া দিয়াৰ পাছত কোনোপধ্যে মাক-দেউতাক শাহু-শাহুৰেকৰ লগত এবছৰ বসবাস কৰিলেই পো-বোৱাৰী, জী-জোঁৱাইক বেলেগ ঘৰ সাজি থাকিবলৈ দিয়া হয়। এনে নিয়ম উত্তৰ কাছাৰত বেছি। প্ৰসংগ ক্ৰমে ইয়াত কৃষ্টিৰ কথা কিছু উল্লেখ কৰি বলৈ বাধ্য হ'লো।

আগতে বিৱৰণ দি অহা মতে বড়ো, ডিমাছা, তিপ্ৰা, তিৱা এই কেইটা গোষ্ঠীৰ কম বেছি ভাষাগত মিল আছে। তদুপৰি গাৰো ভাষাৰ কিছুমান শব্দৰ সৈতে মিল থকা দেখা যায়। ডিমাছা ভাষাৰ লগত বিশেষ সংখ্যাবাচক শব্দ যেনে — চে (এক), গ্নি (দুই), গাথাম (তিনি), দহলৈকে গণনা কিছু কিছু মিল আছে বুলি ক'ব পাৰি।

উদাহৰণ স্বৰূপে গাৰো ভাষাৰ কিছুমান শব্দ এইখিনিতে দাঙি ধৰিলোঁ। যেনে —

| ডিমাছা | বড়ো | গাৰো | অসমীয়া অৰ্থ |
|---|---|---|---|
| আবি | বিব | আবি | বাইদেউ |
| আদে (পেহা, পেহী, মোমায়েক, মামী) | আদৈ (মহা, পেহী) | আদে | খুৰী বা মাহী |
| আমাই | বিমা | আমা | মাক, আই |
| খীমকাঃটাই | খুংখা | খিমখা | ভেঁকুৰি তিতা |
| খুৰাং | খোৰাং | খুৰাং | মাত, বাণী |
| গাখাঃ | গৌখা | খাআ | তিতা |
| চাঁঈং | স্বান | চাল | বেলি |
| ন্বাটুঃ | ন্বাথুৰ | নাথিক | মিছামাছ |
| ন্বাদাং | - | ন্বাদাং | বামীমাছ |
| বুছুমাঃ | বিখুনজৌ | বুতচুমা | শাহু |
| ওৱাদুঃ | - | বুদু | ৰছী, পঘা |
| মাওগূছাঃ | মৌথ্ৰা | মাখ্ৰে | বান্দৰ |
| মাঈৰং | মাঈৰং | মেৰং | চাউল |

| | | | |
|---|---|---|---|
| মুখাং | মৌখাং | মিখাং | মুখমণ্ডল |
| ওৱা | ওৱা | ৱাআ | বাঁহ |

উল্লিখিত গাৰো শব্দ দিলীপ শৰ্মাৰ দ্বাৰা প্ৰকাশিত "অসমৰ জনজাতীয় শব্দ মালা" কিতাপখনৰ পৰা লোৱা হৈছে।

উল্লেখ কৰি অহা কেইবাটাও জনগোষ্ঠীৰ কথিত ভাষাৰ নিদৰ্শন এইখিনিতে দাঙি ধৰা হ'ল। চিন্তা-চৰ্চা কৰি ধাৰণা কৰিব পাৰি যে কছাৰী ভাষা গোষ্ঠীৰ ভিতৰত ডিমাছা,বড়ো, তিপ্ৰা এই তিনিটা সমাজৰ ভাষাক নিচেই ওচৰ সম্বন্ধীয় ভাষা পৰিয়াল বুলি গণ্য কৰিব পাৰি। তিৱা (লালুং) আৰু গাৰো ভাষা কছাৰী জনগোষ্ঠীৰ লগত ওচৰ চুবুৰীয়াকৈ বসবাস কৰাৰ ফলত কিছুমান শব্দ সোমাই পৰিছে যেন লাগে।

এতিয়া ডিমাছা ভাষাটোৰ অৱস্থান আৰু ভৌগোলিক বিৱৰণ আৰু জনসংখ্যাৰ উল্লেখ কৰি মোৰ আলোচ্য বিষয় সামৰিবলৈ লৈছোঁ। উপৰোক্ত কেবাটাও গোষ্ঠীৰ ভিতৰত বৰ্তমান বাহিৰা জনগণৰ মাজত প্ৰচাৰ হোৱা আৰু পৰিচয় হোৱা ভাষাটো হ'ল "বড়ো" ভাষা। তাক আগতেও উল্লেখ কৰিছোঁ। কাৰণ তেওঁলোকৰ মাজত ভাষা-সাহিত্য আদিৰ বিষয়ে, চিন্তা-চৰ্চা কৰা মানুহ সৰহ সংখ্যক ওলাইছে। তদুপৰি উৎসাহী আৰু জাতি উন্নয়নৰ চিন্তা কৰা নেতৃস্থানীয় ব্যক্তিও আছে। গতিকে তেওঁলোকৰ ভাষা সাহিত্য মহাবিদ্যালয়লৈকে পাইছেগৈ। আনহাতে ডিমাছাসকলৰ ভাষাও সুচল বুলি ক'ব পাৰি। অইন ভাষাৰ সহায় নোলোৱাকৈ ডিমাছা ই অৰ্থ প্ৰকাশ কৰাৰ সামৰ্থ্য আছে; কিন্তু আমাৰ মাজত ভাষা-সাহিত্য চৰ্চা কৰা মানুহৰ অভাৱ, গতিকে ডিমাছা ভাষাৰ তেনে বহল চিনাকি হ'ব পৰা নাই।

ভৌগোলিক বিৱৰণ — ডিমাছা সমাজৰ মানুহে কাছাৰ, উত্তৰ কাছাৰ, নগাঁও, কাৰ্বি আংলং আৰু নাগালেণ্ডৰ পাঁচখন গাঁৱত বসবাস কৰে। এওঁলোকৰ জনসংখ্যা আশী হাজাৰৰ ওচৰা-উচৰি হ'ব বুলি জানিব পাৰিছোঁ। এয়া খুব সম্ভৱ আনুমানিক। গোটেই ডিমাছা ভাষা পৰিয়ালৰ জনসংখ্যা 'বড়ো সাহিত্য সভা'ৰ দ্বাৰা হিচাপ কৰা মতে তিনি লাখৰ ওচৰা-উচৰি।





# তিৱা ভাষাৰ গঠন আৰু বিকাশৰ ধাৰা

**মনেশ্বৰ দেউৰী**

আগকথা ঃ অ-জনজাতি শিক্ষিত সমাজৰ বহুলোকে এতিয়াও তিৱা-কাৰ্বি অথবা বড়ো ভাষা আদি ভাষাসমূহক "দোৱান" (ডায়েলেক্ট) বুলিয়েই কয় আৰু উপভাষা অৰ্থত ভাষাৰ স্বাতন্ত্ৰ্যৰ লগতে বৈজ্ঞানিক ভিত্তি নাই বুলি মন্তব্য কৰা শুনা যায়। প্ৰকৃতাৰ্থত লিখিত সাহিত্য থাকিলেহে যে এটি ভাষা, ভাষাৰূপে পৰিগণিত হয়— নতুবা ই "দোৱান" বা উপভাষা হয়, এই কথা কদাপি সত্য হ'ব নোৱাৰে। ভাষা হ'বলৈ যে লিখিত ৰূপ থাকিবই লাগিব, এনে কোনো ধৰা-বন্ধা ৰীতিও নাই। পৃথিৱীৰ বহু ভাষাৰে লিখিত ৰূপ তাৰ পৰৱৰ্তী বিকাশহে। লিপিৰ জৰিয়তে বেদসমূহ সংকলন কৰাৰ আগলৈকে ইবোৰক "শ্ৰুতি" বুলি কোৱাৰ কাৰণো বোধকৰোঁ এইটোৱেই! ভাষা আৰু উপভাষাৰ ভেদ আকৃতিগত নহয়। ইয়াৰ ভেদ লক্ষণগত আৰু প্ৰকৃতিগত। ভাষাৰ প্ৰধান গুণেই হ'ল স্বতন্ত্ৰতা বা স্বয়ং-সম্পূৰ্ণতা। ভাষাবিজ্ঞানীসকলৰ দৃষ্টিৰে ভাষাৰ সন্দৰ্ভত এইদৰে মন্তব্য দিব পৰা যায় যে কোনো ভাষাৰ লিপি থাকক বা নাথাকক, দুটা জনসমষ্টিৰ ভাষা যদি পৰস্পৰ বোধগম্য নহয়, কিন্তু প্ৰত্যেকটি ভাষাৰ জৰিয়তে দুয়োটা জনসমষ্টিয়ে তেওঁলোকৰ দৈনন্দিন জীৱনত সকলো ধৰণৰ কাম-কাজ, চিন্তা-চৰ্চা, অভিজ্ঞতা আদিৰ ভাব প্ৰকাশ কৰাত সমৰ্থ হয়, তেন্তে সিহঁত প্ৰত্যেকেই একোটা স্বতন্ত্ৰ ভাষা হিচাপে পৰিগণিত হয়।

ব্যক্তিৰ মনৰ দাপোণত উদ্ভৱ হোৱা ভাবৰাশিক যাদৃচ্ছিক ধ্বনি প্ৰতীকেৰে প্ৰকাশ কৰিব পাৰিলেই সি ভাষা নাম পাবৰ যোগ্য। সেই ধ্বনি প্ৰতীকসমূহ হ'ব লাগিব অৰ্থবহ, যাতে বক্তা-শ্ৰোতা উভয়ৰে বোধগম্য হয়। তিৱা জনগোষ্ঠীৰ মাজত ভাব প্ৰকাশৰ বাহক হিচাপে সীমিত ধ্বনি প্ৰতীকেৰে তিৱা ভাষাই ভাবৰ আদান-প্ৰদানত বিশিষ্ট ভূমিকা পালন কৰি আহিছে। শব্দগঠন প্ৰণালী, বাক্য বিন্যাস প্ৰক্ৰিয়া আদি ভাষা-বিজ্ঞানৰ বিশ্লেষণ পদ্ধতি তিৱা ভাষাত প্ৰয়োগৰ ক্ষেত্ৰ নথকা নহয়। ইতিমধ্যে তিৱা ভাষাৰ ওপৰত গৱেষণা গ্ৰন্থ দাখিল কৰি ডক্টৰেট ডিগ্ৰীও এগৰাকীয়ে লাভ কৰিছে।

**১। তিৱা ভাষাৰ মূল ভাষা পৰিয়াল আৰু সম্বন্ধ ঃ**

বিশ্বত প্ৰচলিত ভাষাসমূহক দহোটা প্ৰধান ঠালত বিভক্ত কৰা হৈছে। এই ভাষাবিলাকৰো উপশাখা বিদ্যমান। ভাষা বিজ্ঞানীসকলে ইণ্ডো-ইউৰোপীয় বৃহৎ ভাষা পৰিয়ালৰ চাৰিটা বহল শাখাৰ স্পষ্ট নিৰ্দেশনা আগবঢ়াইছে। সেইদৰে বিশ্বৰ তৃতীয় বৃহৎ ভাষা পৰিয়ালৰূপে চীন-তিব্বতীয় ভাষা পৰিয়ালৰ কথা উল্লেখ কৰিছে। এই ভাষা পৰিয়ালৰ ভিতৰুৱা হ'ল—

চাইনিজ, তিবেতান, থাই, কোৰিয়ান আদি। ইয়াৰে তিব্বত-বৰ্মা শাখাৰ অন্তৰ্গত অসম-বৰ্মা ঠালটোৰ পৰা বাৰটা জনজাতীয় ভাষা ওলাইছে। সিবোৰ হ'ল — বড়ো কছাৰী, মেচ ৰাভা, লালুং (তিৱা), ডিমাছা, গাৰো, কাৰ্বি তিপ্ৰা, হোজাই, মৰাণ, কোচ, (দেউৰী) চুতীয়া। এই বাৰটা ভাষাৰে তলত আঁচ দিয়া পাঁচোটা ভাষা পৰ্যায় ক্ৰমে হেৰাই গৈছে। জীৱিত সাতোটা ভাষাৰ ভিতৰত বড়ো ভাষাই শব্দ সম্ভাৰেৰে চহকী আৰু ই অসমৰ দ্বিতীয় সহযোগী ৰাজ্যিক ভাষাৰূপে স্বীকৃতি পাইছে। গৱেষণাৰ ফলত ৰূপতত্ত্ব আৰু ভাষাতত্ত্ব আদি ভাষা বিজ্ঞানৰ কেউটা দিশতেই বড়ো ভাষাৰ স্বকীয়ত্ব ভাষা বিজ্ঞানীসকলে স্বীকাৰ কৰিছে।

তিব্বত-বৰ্মী ভাষাসমূহৰ ৰূপতত্ত্ব, ধ্বনিতত্ত্ব, অৰ্থবিজ্ঞান, পশ্চগঠন, বিশিষ্ট ধ্বনি, ধ্বনি পৰিৱৰ্তন আদিৰ যি কালিকা, সেইবোৰৰ কম-বেছি পৰিমাণে সাদৃশ্য আছে; আৰু একে ভাষা পৰিয়াল হোৱা বাবেই সাদৃশ্য থকাটো স্বাভাৱিক; বৈসাদৃশ্যও নথকা নহয়। তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ অসম-বৰ্মা শাখাৰ বড়ো ঠালৰ পৰা তিৱা ভাষাৰ উৎপত্তি হৈছে। তিৱা ভাষাত তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ বৈশিষ্ট্য বিদ্যমান। একে ঠালৰ চুবুৰীয়া ভাষাৰূপে বড়ো, ডিমাছা আৰু দেউৰী ভাষাৰ শব্দৰাজিৰ লগত তিৱা শব্দ কিছুমানৰ সাদৃশ্য আছে। সেই বুলি বড়োমূলজ বুলি ক'লে, সৰ্বসাধাৰণে যি অৰ্থ পোনায়, সেই অৰ্থত তিৱা ভাষা, বড়ো কছাৰী ভাষাৰ পৰা ওলোৱা নাই। বাক্য গঠন প্ৰণালীৰ ক্ষেত্ৰত ভাৰতীয় আৰ্য ভাষাসমূহ তথা চীন-তিব্বতীয় ভাষাসমূহৰ মাজত ভেদ নাই। অৰ্থ প্ৰকাশৰ ক্ষমতা থকা শব্দ, সান্নিকট্য আৰু ক্ৰিয়াপদৰ অৱস্থান প্ৰেক্ষাপট একে ধৰণৰ। যেনে — s+v; s+o+v. অহং অন্নং খাদামি। মই ভাত খাওঁ, আং মাই চাং।

তলত চীন-তিব্বতীয় ভাষা পৰিয়ালৰ উত্তৰ-পূবাঞ্চলৰ এখনি তালিকা ড° কাকতি, ড° চেটাৰ্জী, ড° গ্ৰীয়াৰ্চন, ড° তাৰাপুৰেলাৱা আৰু আমেৰিকান ভাষা বিজ্ঞানী ৰবাৰ্ট চেফাৰৰ অনুকৰণত দাঙি ধৰিলোঁ—








এই তালিকাখনৰ পৰা স্পষ্ট হৈছে যে তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ অসম বৰ্মা শাখাৰ বড়ো ঠালৰ পৰাই বাৰটা ভাষা ওলাইছে। তিৱা ভাষাও তাৰ মাজৰে এটা।

**২। ঐতিহাসিক পৰিৱৰ্তন ঃ**

তিৱা জনগোষ্ঠীয়ে বিভিন্ন কাৰণত তেওঁলোকৰ আদি বাসস্থান তিব্বত মালভূমিৰ পাদদেশৰ পৰা লেউতিৰ (লুইতৰ) দাঁতিলৈ, তাৰ পৰা লেউতি বা লুইত পাৰ হৈ নগাঁও, কাৰ্বি আংলং আৰু জয়ন্তালৈ প্ৰব্ৰজন কৰে। সেইমৰ্মে কেইবা হাজাৰ বছৰীয়া প্ৰব্ৰজন পৰিক্ৰমাত —লগতে দীৰ্ঘ দিন কাৰ্বি আৰু জয়ন্তাৰ লোকসকলৰ লগত বসবাস কৰাত তেওঁলোকৰ ভাষাত কাৰ্বি আৰু খাচী ভাষাৰ প্ৰভাৱ যথেষ্ট পৰিমাণে পৰিব লাগিছিল, কিন্তু নপৰিল। মধ্য অসমৰ বড়ো, ডিমাছা, লগতে কামৰূপী প্ৰাকৃতৰ সংস্পৰ্শলৈ অহাৰ নিদৰ্শনো আগবঢ়াব পাৰি। সংস্কৃত ভাষাৰ শব্দৰাজিও তিৱাত প্ৰৱেশ কৰিছে।

| সংস্কৃত | তিৱা | কামৰূপী | তিৱা |
|---|---|---|---|
| অহং (মই) | আং | কাই (ককাই) | খাই |
| লা (লোৱা) | লাব্ | বাই (বাইদেউ) | পাই |
| চল (যোৱা) | চল্ | অথৰ্' (ওঠৰ) | আথাৰ' |
| পদ্ম (পদুম) | ফুদুম | সত্তৰ' (সোতৰ') | চাথাৰ' ইত্যাদি |
| কাংস্য (কাঁহী) | খাঞ্চি | | |
| কৰ্কটক (কেঁকুৰা) | খেংগৰা ইত্যাদি। | | |

ওচৰ-চুবুৰীয়া ভাষা হিচাপে বড়ো, ডিমাছা আৰু দেউৰী চুতীয়া আদি ভাষাৰ পৰাও তিৱা ভাষাই শব্দ আহৰণ কৰিছে। বিৱৰ্তনৰ পথত অসমীয়া, হিন্দী, ইংৰাজীৰ পৰাও ধাৰ কৰিছে। ভাষাৰ বাহ্যিক পৰিৱৰ্তনৰ ক্ষেত্ৰত ঘটা ধৰুৱা বৃত্তি সকলো ভাষাৰ কম বেছি পৰিমাণে আছে। অ-জনজাতি অসমীয়া ভাষী জনগোষ্ঠীৰ সংস্পৰ্শলৈ তিৱা লোকসকল যিমানে বেছিকৈ আহিবলৈ ল'লে, সম্পৰ্ক যিমানে গাঢ় হ'ল সিমানেই তেওঁলোকে পূৰ্বৰ মাতৃভাষা তিৱাৰ চৰ্চা বাদ দিব লগা হ'ল। চুবুৰীয়া গৰিষ্ঠ সংখ্যক লোকে তিৱা ভাষা বুজি নোপোৱা হেতু কথোপকথনৰ মাধ্যম তিৱা এৰি অসমীয়া ল'ব লগা হ'ল। বিদ্যালয়সমূহত শিক্ষা গ্ৰহণৰ মাধ্যম অসমীয়া হোৱা বাবে সেই ভাষাতে পঢ়া-শুনা কৰিবলগা হোৱাত বেছিভাগ তিৱাৰ মাতৃভাষা অসমীয়া হ'লগৈ। পাহাৰৰ তিৱাসকলৰ মাজতহে একচেটিয়াভাৱে তিৱা ভাষা থাকিল। দাঁতিকাষৰীয়া তিৱাসকল সম্পূৰ্ণ দোভাষীৰূপে চিহ্নিত হ'ল। ভৈয়ামৰ তিৱাসকলৰ কথিত ভাষাত পূৰ্বৰ মাতৃভাষা তিৱাৰ কিছু প্ৰভাৱ ৰৈ গ'ল। জেৰেং, ফানাফানি, গই খন্‌চা, তংগ্ৰং প্ৰভৃতি পোনছাটেই ব্যৱহাৰ হোৱা শব্দ।

**৩। ভাষাটোৰ ভৌগোলিক অৱস্থান ঃ**

মেঘালয়ৰ একাংশ, কাৰ্বি আংলং জিলাৰ বিস্তৃত অঞ্চল, পূব কামৰূপৰ দক্ষিণ অংশ,

নগাঁও জিলাৰ দক্ষিণ অংশ আৰু মৰিগাঁও জিলাৰ ৩৭নং ৰাষ্ট্ৰীয় ঘাইপথৰ দুয়ো পাৰে থকা গাঁওসমূহতেই তিৱা ভাষাৰ বহুল প্ৰচলন আছে বুলি ক'ব পাৰি। বাকী দৰং, ধেমাজি, শিৱসাগৰ (২খন গাঁও); মৰিগাঁও আৰু নগাঁও জিলাৰ বেছিভাগ তিৱাই নিজা মাতৃভাষা তিৱা কথোপকথনত অপাৰগ। তিৱা ভাষাৰ বিশেষ প্ৰভাৱ ভৈয়াম অঞ্চলত নাই বুলিলেও হয়। ভাষাটো জনা মানুহ থাকিলেও তাক বুজি কথা-বাৰ্তা হোৱা মানুহৰ সংখ্যা কম হোৱাত ভাষাই ব্যাপক প্ৰসাৰ লাভ কৰা নাই। ভৈয়াম অঞ্চলত তিৱা ভাষা জনা গাঁও হিচাপে কঠীয়াতলীৰ ওচৰৰ নামবৰ গাঁও আৰু মৰিগাঁও নগৰৰ দুই মাইল পশ্চিমে থকা মানিপুৰ গাঁৱৰ নামহে ল'ব পাৰি। তুলনামূলকভাৱে নামবৰ গাঁৱৰ তিৱা লোকসকল কিছু পৰিমাণে সংৰক্ষণশীল। তেওঁলোক নিজা ভাষা আৰু সংস্কৃতিৰ প্ৰতি অধিক সচেতন। তেওঁলোকে তেওঁলোকৰ ঘ্ৰাজত তিৱাৰ বাহিৰে অসমীয়া ভাষাত সমূলি কথা নাপাতে। তেওঁলোকৰ অসমীয়া কথনভংগী লক্ষ্য কৰিলে ন-শিকাৰু মানুহ যেনহে ধাৰণা জন্মিব। কিন্তু মানিপুৰৰ লোকসকল বিপৰীত। এওঁলোকৰ বিশেষ অনুষ্ঠানৰ বাদে কথোপকথন সাধাৰণতে অসমীয়া। দাঁতিকাষৰীয়া গাঁও হিচাপে শিলচাং দ'হালি, মকৰীয়া, নেলি, পলাহগুৰি, গোভা, মাৰ্কাংকুছি, নখোলা, পশ্চিম নগাঁও, কাঁহিকুছি, ভেৰাকুছি, বাংফৰ, নিবিৰা, ধূপগুৰি, বাঁহতলা, ক্ষেত্ৰী, বোন্দা, বাৰেকুলীয়া, খৰিকটা, বড়াগাঁও ডিগাৰু, বামুণখাত, টৌমাৰা, জালুকবাৰী আৰু সাতগাঁও। সেইদৰে পাহাৰীয়া গাঁও হিচাপে — লাওপানী, মিন্দাইমাৰী, কুমাৰগাঁও, ডালিমবাৰী, আমচৈ, সৰু মাৰ্জং, বৰমাৰ্জং, সৰু ৰংখাই, বৰৰংখাই, বেলতলা, ডাবৰঘাট, বাউলাগোগ, চেৰাগোগ, সোণাইকুছি, কমাৰকুছি, গোভাকুছি, গৰংকুছি, ৰংদলৈ, লেংটাগোগ, উলুকুঞ্চি, থাৰাকুঞ্চি, হাদাও, ওমপানাই, গৰমপানী, ঘিলানী, আমছ'ৱাই আৰু মেঘালয়ৰ খৈৰাম আৰু মিলিম অঞ্চল।

**৪। তিৱাৰ জনসংখ্যা ঃ**

১৯০১ খৃষ্টাব্দত জৰ্জ আব্ৰাহাম গ্ৰীয়াৰচনে তেখেতৰ "লিংগুইষ্টিক চাৰ্ভে অব ইণ্ডিয়া" গ্ৰন্থত তিৱা ভাষা কওঁতা মানুহৰ সংখ্যা ৪০,১৬০ জন বুলি লিপিবদ্ধ কৰিছিল। ভৈয়ামত তিৱা ভাষাৰ ব্যাপক প্ৰচলন নাথাকিলেও বৰ্তমান উপৰোক্ত পৰিসংখ্যাৰ দুগুণ লোকেই তিৱা ভাষা কয়। সামগ্ৰিকভাৱে অসমত তিৱা জনজাতিৰ লোকসংখ্যা ৬ লাখমান হ'ব। এই সংখ্যা কেৱল অসমৰ ভৌগোলিক সীমাৰেখাৰ ভিতৰত তিৱা লোকখিনিৰহে। মেঘালয়ৰ তিৱা জনসংখ্যাৰ তথ্য পোৱা নাই। ধেমাজি জিলাৰ ১৮ খন বৃহৎ গাঁও, দৰং জিলাৰ ৮ খন, শিৱসাগৰ জিলাৰ ২ খন, কাৰ্বি আংলং, নগাঁও, মৰিগাঁও, কামৰূপৰ পূব দক্ষিণ অঞ্চল আৰু শদিয়াত তিৱা লোকৰ বসতি আছে।

**৫। ভাষাটোৰ লক্ষণ ঃ**

তিৱা ভাষাৰ লক্ষণ বিষয়ত ইয়াৰ ৰূপতত্ত্ব আৰু ভাষাতত্ত্বৰ বিশেষ বৈশিষ্ট্যৰ বিষয়ে





উনুকিয়াব লাগিব। কোনো এটা ভাষা বিশ্লেষণৰ দুটা প্ৰধান পদ্ধতি আছে— গঠনমূলক আৰু অৰ্থতত্ত্বমূলক পদ্ধতি। ভাষাৰ গঠনমূলক পদ্ধতি ক্ৰমান্বয়ে ধ্বনিগত, ৰূপগত বা শব্দগত আৰু বাক্যগত এই তিনিটা ভাগত ভগাব পাৰি।

**(ক) ধ্বনিতাত্ত্বিক ঃ** ভাষাৰ মূলতে ধ্বনি। ভাষা বিকাশৰ ক্ষেত্ৰত ব্যৱহৃত হোৱা ধ্বনিসমূহৰ উচ্চাৰণ, ধ্বনিসমূহৰ উচ্চাৰণ কৰোঁতে ব্যৱহাৰ হোৱা বাক্ ইন্দ্ৰিয়সমূহ, ধ্বনি উচ্চাৰণৰ ধৰণ, কৰণ অনুসৰি ইন্দ্ৰিয়বিলাকৰ সঞ্চালন স্থান, ধ্বনিৰ লক্ষণ, গুণ লগতে ধ্বনিৰ প্ৰকৃতি আদিৰ যুক্তিসংগতভাৱে পৰ্যালোচনা কৰা বৈজ্ঞানিক পদ্ধতিয়েই ধ্বনিতত্ত্ব বা ধ্বনিবিজ্ঞান। "গ'ল" এই শব্দৰ মধ্যৱৰ্তী "অ" এটি বিশিষ্ট স্বৰধ্বনি। ইয়াক বিন্যাস কৰিলে গ্ + অ +ল্ আৰু গ্ +অ' +ল্ দুটা অৱস্থা পাম। প্ৰথম বিন্যাসত পোৱা যুক্ত শব্দ "গল"য়ে ডিঙি আৰু দ্বিতীয় বিন্যাসত "অ"ধ্বনিৰ বিশিষ্ট প্ৰয়োগত "গ'ল"য়ে গুচি যোৱা বা স্থান পৰিৱৰ্তন কৰা বুজাইছে। তিৱা ভাষাতো "পল" শব্দৰ অৰ্থ "বল"। ইয়াক প্ + অ + ল্ আৰু প্ +অ'+ল্ দুই প্ৰকাৰে বিন্যাস কৰিব পাৰি। প্ৰথম বিন্যাসত "পল" শব্দে বল আৰু দ্বিতীয় বিন্যাসত "অ" বিশিষ্ট ধ্বনিৰূপে ব্যৱহাৰ হোৱাত 'খৰি'হে বুজাইছে।

**(খ) শব্দগত বা ৰূপতাত্ত্বিক ঃ** একাধিক ধ্বনিগোট মিলিত হৈ এটা শব্দ গঠন হয়। কেতিয়াবা একক ধ্বনিয়েও এটা অৰ্থবহ শব্দ হ'ব পাৰে। ল, ৰ, অঁ, ক ইত্যাদি তাৰ উদাহৰণ। বিভিন্ন অৰ্থ প্ৰকাশৰ হেতু মানুহে একেটা শব্দকে ভিন্ন ভিন্ন ৰূপত বাৰে বাৰে উচ্চাৰণ কৰিব পাৰে। ইবোৰক বিন্যাস কৰি পোৱা ৰূপবিলাকক ক্ৰমে ধাতু, প্ৰাতিপাদিক, বিভক্তি, প্ৰত্যয় বুলি কোৱা হৈছে। এই বিন্যাস প্ৰক্ৰিয়া পৰম্পৰাগত ব্যাকৰণৰ অধীনত। ব্যাকৰণ শাস্ত্ৰৰ উৎপত্তি ভাষা বিজ্ঞানতকৈ আগৰ আৰু ভাষাৰ সামগ্ৰিক দিশৰ অধ্যয়নত ব্যাকৰণেই প্ৰণিধানযোগ্য শাস্ত্ৰ।

১ ২ ৩ ৪

'মানুহ'/ 'মানুহজনক'/ 'মানুহজনৰ পৰা'/ মানুহজনৰ/

এই শব্দকেইটা বিন্যাস কৰিলে "মানুহ" শব্দটো স্বয়ং সম্পূৰ্ণৰূপে পোৱা যাব। ২নংত মানুহ + জন + ক, ৩নংত মানুহ + জন + ৰ + পৰা, ৪নংত মানুহ + জন + ৰ পোৱা যাব। কিন্তু প্ৰতিটো বিন্যাসতে "মানুহ" শব্দটো বিশেষভাৱে ৰক্ষিত হৈছে। তিৱা ভাষাতো একেই হ'ব। (১) লিবিং (২) লিবিংল' (৩) লিবিংনে ফাৰা (৪) লিবিংনে। ২নংত লিবিং + ল', ৩নংত লিবিং + নে + ফাৰা, ৪নংত লিবিং + নে এইৰূপ পোৱা হ'ল। ইয়াতো 'লিবিং' শব্দ স্বয়ংক্ৰিয়ভাৱে পোৱা গৈছে। ওপৰত অসমীয়া ভাষাৰ "মানুহ", তিৱা ভাষাৰ "লিবিং" শব্দৰ বিন্যাস কৰিব পৰা নাযায় বাবে ইয়াক কোৱা হ'ব মুক্তৰূপ আৰু বাকীবোৰক

কোৱা হ'ব বদ্ধৰূপ। মূল শব্দত যোগ হোৱা চিনবোৰৰ নিজাকৈ কোনো অৰ্থ নাই। কিন্তু মুক্তৰূপৰ লগ লাগি ইবোৰে ভিন্ন অৰ্থ প্ৰকাশ কৰাত সহায় কৰিছে। ধাতু, প্ৰত্যয়, বিভক্তি, প্ৰাতিপদিক আদিৰ জৰিয়তে শব্দক্ৰমেৰে গঠিত ভাষা এটিক বিশ্লেষণ কৰা পদ্ধতিটোকেই ৰূপতত্ত্ব বুলি কোৱা হৈছে।

**(গ) বাক্যবিন্যাস ৰীতি ঃ** ভাষাৰ ক্ষেত্ৰত অন্য লক্ষণীয় দিশ এটা আছে, সি হ'ল বাক্য বিন্যাস। শব্দ আৰু শব্দৰ ক্ৰমাৱস্থান পদ্ধতিৰ জৰিয়তে বাক্য গঠন হোৱা ব্যৱস্থা। বক্তাৰ মনৰ ভাবক শব্দগুচ্ছৰ জৰিয়তে ক্ৰম লগাই উচ্চাৰণ কৰিলে শ্ৰোতাক আকৰ্ষণ কৰিব পাৰি। সেই শব্দ গুচ্ছৰ ধ্বনি কাণত পৰাৰ লগে লগে শ্ৰোতাই তাৰ নিহিত অৰ্থ অনুধাৱন কৰিব পাৰে। " ভাত খাবৰ হ'ল" এই শব্দকেইটা একে সময়তে কোনো এজন দ্বিতীয় ব্যক্তিক কোৱাৰ লগে লগে তেওঁ বুজিব যে সেইকথা তেওঁকে কোৱা হৈছে—ৰান্ধনিয়ে ভাত দিছে; খাবলৈ যাব লাগে। যদিহে সেই একে শব্দগুচ্ছকে 'ভাত' বুলি কৈ এঘণ্টামানৰ মূৰত আহি 'খাবৰ' বুলি কৈ পুনঃ দুঘণ্টামানৰ মূৰত "হ'ল" বুলি কোৱা যায়, তেন্তে সেই শ্ৰোতাজনে বক্তাৰ নিৰ্দিষ্ট উদ্দেশ্য বুজিবলৈ টান পাব। গতিকে বাক্য এটা হ'বলৈ হ'লে শব্দৰাজিৰ অৰ্থপ্ৰকাশৰ যোগ্যতা থাকিব লাগিব। প্ৰকাশভংগীৰ যোগ্যতা, আকাংক্ষা আৰু আসক্তিও থকা বাঞ্ছনীয়। এটা শব্দ শুনাৰ পাছত দ্বিতীয় শব্দ শুনাৰ প্ৰতি আগ্ৰহ বা আকাংক্ষা আৰু সন্নিহিতত্ত্ব থাকে; যাতে বিৰামৰ সময় যথেষ্ট কম হয়। নহ'লে বাক্য হোৱাৰ যোগ্যতা নাথাকিব। এইদৰে কোনো এটা ভাব প্ৰকাশৰ পৰা সদৃশ ধৰণৰ বিভিন্ন বাক্য গঠন কৰিব পাৰি। ইয়াকে বাক্য বিন্যাস বা বাক্যৰীতি বুলি কোৱা হৈছে।

| | |
|---|---|
| মানুহে ভাত খায়। | মানুহে ভাত খায়নে ? |
| | মানুহে ভাত নাখায়নে ? |
| | মানুহে ভাত খাওক। |
| লিবিং মাই চাইদ'। | লিবিং মাই চাইদ'না ? |
| | লিবিং মাই টাচাইদ'না ? |
| | লিবিং মাই চাইথং। |

ওপৰত দেখুওৱা পদ্ধতিৰে, বিভিন্ন বাক্যৰে মনৰ ভাব প্ৰকাশ কৰিব পাৰি। ইয়েই হ'ল বাক্য বিন্যাস ৰীতি।

**(ঘ) অৰ্থতত্ত্ব ঃ** শব্দৰ সমাহাৰত বাক্যৰ সৃষ্টি হয়। বাক্যই অৰ্থৰ সূচনা কৰে। কোনো ব্যক্তিৰ মনৰ ভাব দ্বিতীয় ব্যক্তিক বুজাবৰ উদ্দেশ্যেই শব্দ আৰু বাক্য ব্যৱহাৰ কৰা হয়। ভাষাত ব্যৱহৃত শব্দৰাজিৰ অৰ্থবোধৰ বিজ্ঞানভিত্তিক বিশ্লেষণ কৰা ব্যৱস্থাক অৰ্থবিজ্ঞান বোলে। বৰ্ণনাত্মক, ঐতিহাসিক আৰু তুলনাত্মক এই তিনি শ্ৰেণীত অৰ্থবিজ্ঞানক ভাগ





কৰা হৈছে। ভাষাবিজ্ঞানৰ এই শাখাটো অতিশয় আমোদজনক। বৈয়াকৰণিকভৰ্ত্তৃহৰিয়ে কৈছে—

"যস্মিন্ তু উচ্চাৰিতে শব্দে যদা যোহৰ্থঃ প্ৰতীয়তে।
তমাহুঃ অৰ্থ তস্যৈৱ নান্যৰ্থস্য লক্ষণম্।।" (বাক্যপদীয়)।

অৰ্থাৎ "শব্দৰ উচ্চাৰণৰ দ্বাৰা যি বোধগম্য হয়, সিয়েই তাৰ অৰ্থ; অৰ্থৰ কোনো বিকল্প লক্ষণ নাই।" ভৰ্ত্তৃহৰিৰ এনে বচন মানি চলিলেও প্ৰশ্ন হয় যে, শব্দৰহে কেৱল অৰ্থ হ'ব পাৰে নেকি ? শব্দৰ অন্য লাক্ষণিক অৰ্থওটো থাকিব পাৰে। "সি দেহাটোক পানী কৰি ধন ঘটিছে" - এই বাক্যত "পানী" শব্দই নিৰ্দিষ্ট কৰা অৰ্থ "খোৱা পানী" নহৈ "তিলে তিলে জীৱন পাত কৰা" এই ব্যঞ্জিত অৰ্থ প্ৰকাশ কৰিছে। "অৰ্থ" শব্দৰ বুৎপত্তিয়ে ইয়াকে বুজায় যে, কোনো ভাষিক গোটৰ বাক্য, বাক্যাংশ, ৰূপ, শব্দ, জতুৱা ঠাঁচ আদিক শৰীৰৰ যি কোনো ইন্দ্ৰিয় অৰ্থাৎ চকু, কাণ, নাক, মুখ আদিৰ দ্বাৰা অনুভূত হোৱাৰ পাছত যি মানসিক বোধ জন্মে, তাকে অৰ্থ বুলি কোৱা হয়। আত্মনুভৱ আৰু পৰানুভৱ - এই দুই প্ৰকাৰে অৰ্থৰ বোধ জন্মে।

"ছিং চেতাঙে তিৱাচা মান্দং"— (আমি নিজকে নদী মাতৃৰ সন্তান বুলি কওঁ)। ইয়াত 'তিৱাচা' শব্দটো বিন্যাস কৰিলে অদ্ভুত অৰ্থ এটা ওলাব "তি" শব্দে পানী; 'ৱা' শব্দে গাহৰি; আৰু 'চা' শব্দে সন্তান বুজায়। প্ৰকৃততে শব্দটো আছিল— 'তিৱাইচা'। তি— পানী; ৱাই-মা/ মাতৃ আৰু চা- সন্তান। কিন্তু সময়ত 'তি' আৰু 'ৱাই' ধ্বনিৰ স্বৰবিলোপ পদ্ধতিৰে সংক্ষিপ্ত হৈ 'তিৱা' এই ৰূপত ধাৰণ কৰি জনসমষ্টি বুজাইছেগৈ। সেইদৰে "লাথুং" শব্দে আঁঠু বুজায়। কিন্তু বিন্যাস কৰিলে হ'ব— √লা ধাতুৰ অৰ্থ লোৱা, √বুন্ বা √থুং ধাতুৰ অৰ্থ টোপনি যোৱা, শোৱা। "ওৱাফাং" বা "ৱাফাং" শব্দৰ অৰ্থ বাঁহ গছ। বিন্যাস কৰিলে হ'ব — 'ওৱা' শব্দে গাহৰি, 'ফাং' শব্দে গছ। গতিকে দেখা গৈছে অৰ্থতত্ত্ব এই বিষয়টি ভাষা বিশ্লেষণৰ এটি আৱশ্যকীয় অংগ।

**৬। বিশিষ্ট ধ্বনি ঃ**

**স্বৰ আৰু ব্যঞ্জন ধ্বনি ঃ** 'যিবোৰ ধ্বনিৰ বিৰোধী প্ৰয়োগৰ দ্বাৰা অৰ্থাৎ সম্পূৰ্ণ একে অথবা সদৃশ পৰিৱেশত প্ৰয়োগ হৈ যদি বিৰোধী ঘটে আৰু অৰ্থৰ পাৰ্থক্য ঘটায়; তেনেহ'লে সি আদি, মধ্য অথবা অন্ত্য যি স্থানতেই নাথাকক লাগে, সিবোৰক বিশিষ্ট ধ্বনি বুলি কোৱা হয়।'

তিৱা ভাষাত ব্যৱহৃত স্বৰধ্বনি সংখ্যা ছয়টা। অ, আ, ই, উ, এ আৰু ও। কিন্তু বিশিষ্ট স্বৰধ্বনি হিচাপে সাতোটাৰ ব্যৱহাৰ পোৱা গৈছে। সিবোৰ যথাক্ৰমে অ, আ, ই, উ, এ, এ' আৰু অ'। ইবোৰৰ উচ্চাৰণৰ স্থান আৰু প্ৰয়োগধ্বনি তলত দিয়া হৈছে।

স্বৰধ্বনিসমূহৰ তালিকা

| উচ্চাৰণ স্থান | জিহ্বাগ্ৰ | কেন্দ্ৰীয় | পশ্চাদ |
|---|---|---|---|
| উচ্চ | ই | × | উ |
| মধ্য উচ্চ | এ | × | × |
| উচ্চ-নিম্ন-মধ্য | এ' | × | অ' |
| নিম্ন মধ্য | × | × | অ |
| নিম্ন | × | আ | × |

তালিকাখনত দেখুওৱা স্বৰধ্বনিসমূহৰ আধাৰত তলত দিয়া উদাহৰণত আদি, মধ্য আৰু অন্ত্য অৱস্থানত থাকি শব্দ গঠনৰ তাৎপৰ্য প্ৰকাশ কৰিছে।

/ই/ — ইয়াচি, পাৰি, ইমিথি।
/এ/ — খেজং, খেনা, চেলে।
/এ'/— এ'থা, এ'খুব, এ'মেথে।
/আ/ — আখাছ্, আবামান্, আল্।
/অ/ — অথন্, অব্লং, অন্দল্।
/অ'/ — অ'ৰাওঁ, আজ', পছৰ'।
/উ/ — উকুথ, উকুচি, উঁজে।

তিৱা ভাষাত দীৰ্ঘ স্বৰধ্বনি ঈ আৰু ঊ দুয়োটাই বলাঘাত পৰা শব্দবোৰতহে ব্যৱহাৰ হোৱা দেখা যায়। গতিকে যদিও স্বৰধ্বনিৰ ভিতৰতে এই দুয়ো ধ্বনিক ধৰা হৈছে, তেনেহ'লেও ইহঁতক বিশিষ্ট স্বৰধ্বনিৰ তালিকাভুক্ত কৰা নাই। লগতে /এ'/-এই বিশিষ্ট স্বৰধ্বনিটোক উচ্চ-নিম্ন-মধ্য স্বৰধ্বনি বুজোৱাৰ মাধ্যম ৰূপে ধৰা হৈছে। কাৰণ তিৱা ভাষাত এনে স্বৰধ্বনি অনুপস্থিত।

/ঈ/ - আৰু /ঊ/ৰ ব্যৱহাৰৰ উদাহৰণ ঃ-

/ই/ - চাখী, কাৰী, হাৰী।

/ঊ/- ৰুফা, পুলূন, পূছুদি, ইত্যাদি।

**ব্যঞ্জন ধ্বনি ঃ** তিৱা ভাষাত ব্যৱহাৰ হোৱা ব্যঞ্জন ধ্বনিসমূহৰ বিশ্লেষণ কৰি আমি তলত দিয়া ধৰণেৰে কুৰিটা বিশিষ্ট ব্যঞ্জন ধ্বনি প্ৰচলন হোৱা দেখিবলৈ পাইছোঁ। এই কুৰিটা ব্যঞ্জন ধ্বনিৰে নটা স্ফোটধ্বনি - সিবোৰ যথাক্ৰমে প, ফ, ব, ত, থ, দ, ক, খ আৰু গ। সিহঁতৰে ছয়টা অঘোষধ্বনি আৰু তিনিটা সঘোষধ্বনি। সঘোষধ্বনি কেইটা হ'ল- ব, দ, গ। ইয়াৰে আকৌ অল্পপ্ৰাণ ছটা আৰু মহাপ্ৰাণ হিচাপে তিনিটাৰ প্ৰচলন আছে। এই





বিষয়ে আমি ব্যঞ্জন বৰ্ণৰ এখনি তালিকা দিলোঁ। উচ্চাৰণৰ স্থান অনুসৰি স্ফোট ধ্বনিসমূহক আকৌ ঔষ্ঠ্য বৰ্ণ, দন্তমূলীয়, পশ্চতালব্য আৰু কণ্ঠ বৰ্ণ ৰূপে চিহ্নিত হৈছে। ঔষ্ঠ্য বৰ্ণ তিনিটা যথাক্ৰমে /প/, /ফ/, /ব/; দন্তমূলীয় তিনিটা যথাক্ৰমে /ত/, /থ/, /দ/; দুটা পশ্চতালব্য যথাক্ৰমে /ক/, /খ/ আৰু কণ্ঠবৰ্ণ এটা হ'ল /গ/, সৰ্বমুঠ নটা। স্পৃষ্টধ্বনি তিনিটা তিৱা ভাষাত প্ৰচলন আছে। তাৰে দুটা হ'ল দন্তমূলীয় সঘোষ ধ্বনি /ছ/, /জ/; অন্যটো তালব্য ধ্বনি /চ/। নাসিক্য ধ্বনি /ম/, /ন/, /ঙ/ এই তিনিটাৰ ব্যৱহাৰ ব্যাপক উচ্চাৰণৰ স্থানো সুকীয়া সুকীয়া /ম/ ঔষ্ঠ্যবৰ্ণ সঘোষ, /ন/ দন্তমূলীয় সঘোষ আৰু /ঙ/ সঘোষ পশ্চ্যতালব্য। /ল/ দন্তমূলীয় সঘোষ অঘৃষ্ট, /হ/ কণ্ঠমূলীয় সঘোষ উষ্মঘৃষ্ট আৰু লুণ্ঠিত বৰ্ণ /ৰ/ হ'ল দন্তমূলীয় সঘোষ।

**ব্যঞ্জন ধ্বনিসমূহৰ তালিকা**

| উচ্চাৰণ কৰণ | | নিম্নঅধৰ ভাগ | | জিভাৰ আগ ভাগ | | জিভাৰ প্ৰান্তভাগ | | জিহ্বামূল | | স্বৰতন্ত্ৰ | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| উচ্চাৰণ স্থান | | ঔষ্ঠ্য | | দন্তমূল | | তালব্য | | পশ্চতালব্য | | কণ্ঠ্য | |
| উচ্চাৰণ ধৰণ | | অঘোষ | সঘোষ | অঘোষ | সঘোষ | অঘোষ | সঘোষ | অঘোষ | সঘোষ | অঘোষ | সঘোষ |
| স্ফোট ধ্বনি | অল্পপ্ৰাণ | প | ব | ত | দ | | | ক | | | গ |
| | মহাপ্ৰাণ | ফ | | থ | | | | খ | | | |
| স্পৃষ্ট ধ্বনি | অল্পপ্ৰাণ | | | | জ | চ | | | | | |
| | মহাপ্ৰাণ | | | | ছ | | | | | | |
| নাসিক্য ধ্বনি | | | ম | ন | | | | | | ঙ | |
| নিয়তাভাস | অঘৃষ্ট | | | | ল | | | | | | |
| | উষ্ম ঘৃষ্ট | | | | | | | | | | হ |
| | লুণ্ঠিত | | | | ৰ | | | | | | |
| অন্তঃস্থ | | | ৱ | | | য় | | | | | |

ওপৰত দেখুওৱা তালিকানুসাৰে আমি ব্যঞ্জন ধ্বনিৰ প্ৰয়োগ দেখুৱাইছোঁ এইদৰে—

/প/ - প'ল' (খৰি); পুৰুন (ছাগলী); পোলোন (জনশ্ৰুতি)।

/ ফ/ - ফাত্ (পাত, তক্তা); ফাং (গছ); ফামা (উমনি লোৱা)।

/ ব/ - বাকাৰ্ (কেনেকৈ); বাংচী (বাঁহী); বামান্ (কিমান)।

/ ম/ - মছ (পহু); মখাং (মুখ); মাহাদি (ৰাণী)।

/ত/ - তথ্ৰা (আসন, পীৰা); তাছুন্ (অতীত); তংগ্ৰং (গাহৰিৰ দানা দিয়া কাঠৰ পাত্ৰ)।

/থ/ - থাঙ' (থকা); থালাছ (প্ৰভাত); থকানি (লাখুটি)।

/দ/ - দাও (ৰঙা); দি- ফা (মহাসাগৰ); দিমাল (জলাতক)।
/জ/ - জমত্ (আত্মাৰ জিৰণি ঠাই); জু (লাউপানী); দেমা (পনীয়া)।
/ছ/ - ছাখাৰ (তৰকাৰী); ছগ'ৰা (সকলো নাচ); ছেখোনা (ৰক্ষা কৰা)।
/ন/ - নমাজি (চ'ৰাঘৰ); নানাও (ভনী); নিথাৰা (ধুনীয়া)।

/ল/ - ল' (মণি); লাথুং (ভৰি); লুৰ (চীনাজোক)।
/ৰ/ - ৰজা (গীত গোৱা); ৰং (চাউল); ৰম্ (ধৰা)।
/চ/ - চামাদি (ডেকা চাং); চিৰিনা (উচুপি উচুপি কন্দা); চাঙান (সোনকালে)।
/ক/ - কই (তামোল); কুবা (বমি কৰা); কৰ্থিয়া (চেঙেলীয়া)।
/খ/ - খৰং (কিংবদন্তি); খাংৰা (দা); খুন্দা (খুঁটা)।
/ঙ/ - ঙা (মাছ); ঙাফ্লাং (শুকতিমাছ); খেজং (বহা)।
/গ/ - গাৰাই (গাঁও); গন'ঙা (এবাৰ); গুং (নাক)।
/হ/ - হজাই (পৰ্বত); হন্‌গুৰ (কয়লা); হোলা (বদুৰা, ধাৰ নোহোৱা অস্ত্ৰ)।

**শ্ৰুতিধ্বনি ঃ** অন্তঃস্থ হিচাপে উচ্চাৰণ হোৱা /ৱ/ আৰু /য়/ এই ধ্বনি দুটাও বিশিষ্ট ধ্বনি নহয় যদিও তিৱা ভাষাত ইয়াৰ ব্যৱহাৰ আছে। এই ধ্বনি দুটাক /ৱ/ শ্ৰুতি আৰু /য়/ শ্ৰুতিধ্বনি বোলা হয়। ইহঁত দ্বিস্বৰ ধ্বনি। ও+অ=ৱ; ই+অ=য়।

**'ৱ' শ্ৰুতি ঃ**

ৱালি - ও+অ+আ+ল+ই= ৱ+আ+ল+ই (বংশ)
ৱা - ও+অ+আ = ৱ+আ (গাহৰি)
তিৱা - ত+ই+ও+অ+আ = ত+ই+ৱ+আ (তিৱা সম্প্ৰদায়)।
ৱাফাং - ও+অ+আ+ফ+আ+ঙ = ৱ+আ+ফ্+আ+ঙ (বাঁহ)।

**'য়' শ্ৰুতি ঃ**

ছঙিয়া - ছ+অ+ঙ্+ই+ই+অ+আ = ছ্+অ+ঙ্+ই+য়+আ (নাৰান্ধা)
ৰমিয়া - ৰ+অ+ম+ই+ই+অ+আ = ৰ্+অ+ম+ই+য়+আ (নধৰা)
য়াংথ' - ই+অ+আ+ঙ+থ+অ'= য়+আ+ঙ্+থ+অ' (হাতৰ গাঁঠি)
য়াংকৰা - ই+অ+আ+ঙ+ক+অ+ৰ+আ = য়+আ+ঙ্+ক+অ+ৰ+আ (হাতৰ খাৰু)

**মহাপ্ৰাণ ধ্বনিৰ বৈশিষ্ট্য ঃ** তিৱা ভাষা-ভাষী লোকসকলে অসমীয়া ভাষাত ব্যৱহাৰ হোৱা চতুৰ্থ মহাপ্ৰাণধ্বনি কৰিব নোৱাৰে। কিন্তু দ্বিতীয় মহাপ্ৰাণধ্বনি কেইটা উচ্চাৰণত কোনো অসুবিধা ভোগ নকৰে। কিন্তু ভৈয়ামৰ তিৱাসকলৰ কিছু অংশৰ বৰ্তমান মাতৃভাষা অসমীয়া হোৱাত ,দাঁতিয়লীয়া আৰু হাজোৱালি তিৱাসকলৰো বহু ছাত্ৰ-ছাত্ৰীয়ে অসমীয়া ভাষাতে শিক্ষা লাভ কৰিবলৈ লোৱাত তেওঁলোকেও অসমীয়া ভাষাতে চতুৰ্থ মহাপ্ৰাণ





ধ্বনি ঘ, ঝ, (ঢ), ধ আৰু ভ উচ্চাৰণ কৰাত সমৰ্থ হৈছে। তথাপি আমি উক্ত ধ্বনিকেইটাক বৰ্ণমালাৰ অন্তৰ্ভুক্ত কৰিব খোজা নাই। হাজোৱালি তিৱাৰ চতুৰ্থ মহাপ্ৰাণ ধ্বনি উচ্চাৰণৰ ধৰণ এনেকুৱা।

| অসমীয়া | হাজোৱালি তিৱাৰ উচ্চাৰণ |
|---|---|
| ভাত | বাত্/বাহাত্ |
| ঘৰ | গৰ/গহ্ৰ |
| ধান্ | দান/দাহান |
| ঢাৰি | তাৰি/দাৰি |
| ধনী | তনি/দনি, ইত্যাদি। |

**স্পৃষ্ট ধ্বনিৰ ব্যৱহাৰ ঃ** তিৱা ভাষাত স্পৃষ্ট ধ্বনি /চ/ আৰু /ছ/ ইহঁতৰ উচ্চাৰণ বৈশিষ্ট্য সংস্কৃত ভাষাৰ লগত মিলে। সেয়ে /চ/ এই স্পৃষ্ট ধ্বনিটোক তালব্য ধ্বনিৰূপে আৰু /ছ/ এই স্পৃষ্ট ধ্বনিক সঘোষ দন্তমূলীয় ধ্বনিৰূপে দেখুওৱা হৈছে। কিন্তু /ছ/ ধ্বনি উচ্চাৰণত শ্বাসাঘাতৰ মাত্ৰা প্ৰবল।

**/চ/ ধ্বনিৰ উচ্চাৰণ ঃ**

চাঙাল - cānhār (সোনকালে)। চাখাল- cākhāl (চিৰকাল)। চাদি - cādi (যদি)। চলম্ - calam (জনম) ইত্যাদি। ওপৰৰ শব্দৰাজিৰ উচ্চাৰণ কোমল।

**/ছ/ ধ্বনিৰ উচ্চাৰণ ঃ**

ছাখাৰ্ - chākhār (তৰকাৰী)। ছগৰা - chagarā (সমুদায় নাচ), ছাল্ - chāl (সূৰ্য)। ছাংদ'- chāngdo'(যোৰা)। ছনাই - chanāi (জোন)।

ওপৰৰ শব্দৰাজি উচ্চাৰণত শ্বাসাঘাতৰ মাত্ৰা বেছি পৰিছে। ইহঁতৰ উচ্চাৰণ কঠুৱা। সেইবাবে এই শব্দসমূহৰ উচ্চাৰণ দন্তমূলীয় হৈছে।

**নাসিক্য ধ্বনি ঃ** তিৱাত নাসিক্য ধ্বনি তিনিটাৰ ব্যৱহাৰ পোৱা গৈছে। ইহঁত আদি, মধ্য আৰু অন্ত্য সকলো স্থানতে ব্যৱহাৰ হয়। সিবোৰ যথাক্ৰমে /ম/, /ন/, আৰু /ঙ/। /ঙ/ নাসিক্যধ্বনি শব্দৰ আৰম্ভণিতে খুউব কমেইহে ব্যৱহাৰ হোৱা দেখা যায়। /ঞ/ এই নাসিক্য ধ্বনিটোৰো বিশেষ এটা শব্দতহে প্ৰয়োগ পোৱা গৈছে।

/ঞ/ - পাঞাল্ — বঙাল
/ম/ - মছু (পহু)। মখাং - (মুখ)। মান্দ' - (পোৱা/মানি চলা)।
/ন/ - নমাজি (চ'ৰাঘৰ)। নখা (বৰষুণ)। নাদ্ - (কথা/মাত)।
/ঙ/ - ঙা (মাছ)। ঙা-ফাং - (শুকতি মাছ)। ৰিংছাং - (প্ৰতিধ্বনি)।

ভৈয়ামৰ তিৱাসকলে কথিত অসমীয়া ভাষাৰ ক্ৰিয়াপদত অনুস্বৰ প্ৰয়োগ কৰা ব্যৱস্থাটো বাহুল্যৰূপত দেখা যায়। মৰিগাঁও জিলাৰ পশ্চিমাঞ্চলত সকলো অ-জনজাতীয়

লোকেই কথিত অসমীয়াত অনুস্বৰ প্ৰয়োগ কৰি কথা কোৱাটোত তিব্বত-বৰ্মী ভাষাৰ প্ৰভাৱ আছে বুলি ক'ব পাৰি। উদাহৰণ স্বৰূপে খালং, শোলং, কৰিলং, ধৰিলং, দেখিছিলং, ইত্যাদি।

**শিশ্ ধ্বনিৰ প্ৰয়োগ ঃ** অসমীয়া ভাষাত ব্যৱহাৰ হোৱা শিশ্ ধ্বনি কেইটা তিৱাসকলে উচ্চাৰণ কৰোঁতে কেতিয়াবা /চ/ আৰু কেতিয়াবা /হ/ ৰূপে উচ্চাৰণ কৰে।

| | **অসমীয়া** | **তিৱা** |
|---|---|---|
| | সমাজ | চমাজ |
| /স/ ধ্বনি | সদায় | হদায় |
| | সীমা | হিমা |
| | সিমান | হিমান |
| | সাক্ষী | চাখী |
| /শ/ ধ্বনি | শিয়াল | চিয়াল |
| | শনি | হনি |
| | শালি | হালি |
| | শিক্ষা | চিক্ষা, ইত্যাদি। |

**ধ্বনি উচ্চাৰণৰ বিভেদ্যতা ঃ** হাজোৱালি, দাঁতিয়াল আৰু থলৰ তিৱাসকলৰ মাজত উচ্চাৰণৰ তাৰতম্য ভেদে একেটা শব্দকেই ভিন্ন যেন অনুমান হয়। পাহাৰীয়া তিৱাসকলে সংস্কৃত উচ্চাৰণৰ দৰে /চ/ আৰু /ছ/ ধ্বনি নিখুঁতভাৱে কৰিব পাৰে; কিন্তু ভৈয়াম আৰু দাঁতিয়লীয়া তিৱাসকলে /চ/, /ছ/ ধ্বনিক /জ/ ৰূপেহে উচ্চাৰণ কৰে।

| **হাজোৱালি** | **দাঁতিয়াল/** | **থলুৱা** |
|---|---|---|
| ছিং | জিং | (আমি)। |
| চলম্ | জলম্ | (জন্ম) |
| চখা | জখা | (মজলীয়া) |
| চ্যু | জু | (লাউপানী)। |
| চ্যা | জিয়া | (নাই/নোহোৱা)। |
| ছথাল | জেথাল/জথাল | (ভাইশহুৰ)। |

সেইদৰে ক-বৰ্গ, ট-বৰ্গ, ত-বৰ্গ আৰু প-বৰ্গৰ প্ৰথম আৰু তৃতীয় ধ্বনি উচ্চাৰণৰ ক্ষেত্ৰত বিশেষ পাৰ্থক্য লক্ষ্য কৰা যায়। পাহাৰীয়া তিৱাই বৰ্গৰ প্ৰথম বৰ্ণৰে গঠিত শব্দ উচ্চাৰণ কৰা শব্দ থলুৱা আৰু দাঁতিয়লীয়াসকলে বৰ্গৰ তৃতীয় বৰ্ণহে উচ্চাৰণ কৰে।

| **হাজোৱালি** | **দাঁতিয়াল/** | **থলুৱা** |
|---|---|---|
| কই | গই | (তামোল) |





| | | |
|---|---|---|
| কইহাতী | গ'হাতী | (গুৱাহাটী) |
| কনঙা | গনঙা | (এবাৰ) |
| তৰ্গা | দৰ্গা | (দুৱাৰ) |
| তৰ্ | দৰ | (দাম) |
| তিমান্ | দিমাল | (জলাতক) |
| তাৰি | জৰি | (নকৰিবা)। |
| তিদাল | দিদাল | (দুডাল)। |
| তিখন | দিখন | (দুখন) |
| পে | বে | (সি/তেওঁ) |
| পাই | বাই | (বাইদেউ) |
| পুন্ছি | বুন্ছি | (ভিনিহি)। ইত্যাদি। |

**৭। সুৰ লহৰ (Intonation) ঃ**

তিব্বত-বৰ্মী ভাষাত ধ্বনি উচ্চাৰণত সুৰলহৰৰ প্ৰয়োগ আছে। তিৱা ভাষাতো সুৰৰ প্ৰাধান্য আছে। একেটা বাক্যই সুৰ লহৰৰ প্ৰভাৱত বিভিন্ন অৰ্থ প্ৰকাশ কৰে। অসমীয়া ভাষাত সুৰ লহৰৰ প্ৰাধান্য তিব্বত-বৰ্মী ভাষাৰ প্ৰভাৱ আছে বুলি কোৱা হৈছে।

"মানুহজন বৰ ভাল"- এই বাক্যত মানুহজন যে তুলনামূলকভাৱে বেছি ভাল এই অৰ্থ কৰিছে; সাধাৰণ ধ্বনি উচ্চাৰণ ভিত্তিত। যদিহে "বৰ" শব্দটোত বিৰাম দি উচ্চাৰণ কৰা হয়, তেতিয়া "মানুহজন সমূলি বেয়া" এই অৰ্থহে প্ৰকাশ কৰিবগৈ। তেনে উচ্চাৰণে ব্যঞ্জিত অৰ্থ প্ৰকাশ কৰিব। তলৰ উদাহৰণ কেইটালৈ চালেই ভালদৰে বুজা যাব—

| **তিৱা বাক্য** | **অসমীয়া বাক্য** |
|---|---|
| তাও থাকা অছানা। | আজি টকা দিব লাগিব। (সাধাৰণ প্ৰকাশ)। |
| তাও থা-কা অছানা। | আজি টকা দিব লাগিব? (প্ৰশ্নাৰ্থক)। |
| তাও থাকা অছানা! | আজি টকা দিব লাগিব! (কাইলৈ নহয়, এনে অৰ্থত)। |

**৮। শব্দ গঠন আৰু ইয়াৰ উপাদান ঃ**

তিৱা ভাষাৰ শব্দবোৰ একাক্ষৰ বিশিষ্ট (Mono-syllabic)।প্ৰত্যয় বিভক্তি আদিৰ যোগত নতুন শব্দ গঠন সম্ভৱ হৈছে। গুচ্ছ শব্দৰাজি ভাঙি চালে, বহুক্ষেত্ৰত প্ৰকৃত অৰ্থ প্ৰকাশ নাপায়। একাক্ষৰ বিশিষ্ট গুণৰ বাবেই পৰিবৰ্তনৰ গুণবোৰ প্ৰযোজ্য নহয়। উদাহৰণ ঃ-

নিথাৱা (ধুনীয়া) — নি (চোৱা) + থাৱা (মিঠা)।
তিমাল (জলাতক) — তি (পানী) + মাল (বোকা)।
পানচোচা (চাকৰ ৰখা) — পান (চাকৰ) + চোচা (টানা)।

তিৰা ভাষাৰ শব্দগঠন প্ৰক্ৰিয়াৰ এটি চমু আভাস দাঙি ধৰিব খোজা হৈছে।

প্ৰকৃতি + প্ৰত্যয় (বিভক্তি) = শব্দ

নো + না = নোনা (ঘৰলৈ)।

আং + এ = আঙে (মোৰ)।

না + নে = নানে (তোমাৰ/আপোনাৰ)।

আং + এ + ফাৰা = আঙেফাৰা (মোৰ পৰা)

খুম্ + ৰে = খুম্‌ৰে (ফুলৰ দ্বাৰা)

ধাতু + প্ৰত্যয় (বিভক্তি) = শব্দ

√চা + না = চানা (খাবলৈ)।

√ফি + না = ফিনা (আহিবলৈ)।

√লি + না = লিনা (যাবলৈ)

√ফৰ্ + এ+ না = ফৰেনা (পঢ়িবলৈ)।

ধাতু + বিভক্তি + প্ৰত্যয় = শব্দ

√লা + নে + ফাৰা = লানেফাৰা (লোৱাৰে পৰা)

√চা + ৰা + নে+ ফাৰা = চাৰানেফাৰা (খোৱাৰে পৰা)।

√মিনি + নে + ফাৰা = মিনিনেফাৰা (হাঁহিবৰে পৰা)।

প্ৰকৃতি + ধাতু = শব্দ

ছাল্ + √নাৰা = ছালনাৰা (সূৰ্যোদয়)।

ছাল্ + √কোৰা = ছালকোৰা (সূৰ্যাস্ত)।

হান + √চোনা = হানচোনা (স্নান কৰা/গাধোৱা)।

ধাতু + ধাতু = শব্দ

√ফুনি + √লি = ফুনিলি (দেখুৱাই যোৱা)।

√মান্ + √ফৈ = মানফৈ (লগপাই অহা)।

√মান্ + √লি = মান্‌লি (লগপাই যোৱা)।

√থৈ+ √থানা = থৈথানা (শুই থকা)।

বিশেষ্য+বিশেষ্য = শব্দ

তি + মাল = = তিমাল (জলাতক)।

চিল্ +চাং চিল্‌চাং (শিলৰ আসন)

চাং+মাথি = চাংমাথি /চামাদি (ডেকাচাং)

ফাং+ফাত্ = ফাংফাত্ (তক্তা)।





বিশেষ্য+বিশেষণ = শব্দ

হা+দাও = হাদাও (ৰঙামাটি) এখন ঠাইৰ নাম।

হা+জৌ = হাজৌ/হাজো (ওখ পৰ্বত) এখন ঠাইৰ নাম।

ঙা+ফ্লাং = ঙাফ্লাং (শুকান মাছ)।

মাখা+ক'জা = মাখা ক'জা (ক'লা পৰ্বত) হিমালয়।

মাখা+খজম্ = মাখাখজম্ (বগা পৰ্বত) ধৱলগিৰি।

বিশেষণ+ধাতু = শব্দ

চাঙাল্+√লি = চাঙাল লি (সোনকালে যোৱা)।

চাঙাল+√ফৈ = চাঙাল ফৈ (সোনকালে আহা)।

তিৰিৰি +√ফৈ = তিৰিৰি ফৈ (দেৰিকৈ অহা)।

তেপ্‌তেপ্+√কুই = তেপ্ তেপ্ কুই (লাহে লাহে/টুপ্ টুপকৈ পৰা)।

**৯। শব্দ বিভক্তি ঃ**

"সংখ্যাকাৰক বোধয়িত্ৰী বিভক্তি ঃ" — অৰ্থাৎ যিবোৰ চিনৰ দ্বাৰা, এক, দুই, তিনি আৰু বহুতৰ জ্ঞান জন্মে, লগতে কাৰকৰ জ্ঞান প্ৰদান কৰে তাকে বিভক্তি বোলে। মানুহ, মানুহ দুজন, মানুহবিলাক, বস্তুবোৰ ইত্যাদি। "ক্ৰিয়ান্বয়ি কাৰকম্" এই সূত্ৰয়ো "যাৰ লগত ক্ৰিয়াপদৰ সম্বন্ধ আছে, তাকে কাৰক বোলে" বুলি কৈছে। কাৰক আৰু বিভক্তিৰ ওতঃপ্ৰোতভাৱে সম্বন্ধ। তিৰা ভাষাতো কাৰক ছবিধ, বিভক্তি সাতোটা। ১মা বিভক্তি কৰ্তাকাৰক, চিন 'ল'। ২য়া বিভক্তি, কৰ্মকাৰক চিন 'গ'। ৩য়া বিভক্তি, কৰণকাৰক চিন 'ৰে'। ৪ৰ্থী বিভক্তি, সম্প্ৰদানকাৰক চিন 'আ' আৰু 'না'। ৫মী বিভক্তি, অপাদানকাৰক চিন 'ফাৰা'। ৬ষ্ঠী বিভক্তি অধিকৰণ সম্বন্ধ, চিন 'এ' আৰু 'নে'। ৭মী বিভক্তি অধিকৰণ কাৰক চিন হ'ল 'ও' আৰু 'আও'। প্ৰত্যেকটি বিভক্তিৰে একোটাকৈ উদাহৰণ দিয়া হৈছে।

১মা ঃ লিবিংল কুছাইদম্‌বে পে চিফিত হঙেৱা।
(মানুহজনে কৈছিল যে তেওঁ শিক্ষিত নহয়।)

২য়া ঃ ৰবিতা ফাংচ' না-গ' কইহাতীও লাক্ মান্দ'।
(ৰবিতা ফাংচই, আপোনাক গুৱাহাটীত লগ পাইছিল।)

৩য়া ঃ খৰ্‌লা কিছা নিথাৰা হনেমানে খানজুৰে ছাৰাইয়া।
(ছোৱালীজনী ধুনীয়া হ'লেও কাণেৰে নুশুনে।)

৪ৰ্থী ঃ নো-না লিনা লিবিং কিছা প্ৰফেচাৰ হঙে ফন'।
(ঘৰলৈ যোৱা মানুহজন এগৰাকী অধ্যাপক হ'ব পাৰে।)

৫মী ঃ ছুই ৰাউনি ছ্ৰী-নে ফাৰা সুক্ মানিয়া।
(গিৰিয়েকে দন্দুৰী ঘৈণীয়েকৰ পৰা শান্তি নোপোৱা হ'ল)

৬ষ্ঠী ঃ আঙে পাই খতন্ খলেজে ফৰেদ'।
(মোৰ বাইদেৱে কটন কলেজত পঢ়িছে)
৭মী ঃ মাখাও তৰা তৰা ফাং থাইদ'।
(পাহাৰত ডাঙৰ ডাঙৰ গছ আছে।)

**১০। বচন ঃ**

তিৱা ভাষাত /ৱৌ/, /ৰাও/, /বুৰ/, /গেদা/ আৰু /মুন/ প্ৰভৃতি চিন যোগ দি বহুবচন কৰা হয়। /ৰো/ বহুবচনৰ চিনটো মানুহ আৰু ইতৰ প্ৰাণী উভয়ৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। /মুন/ কেৱল ইতৰ প্ৰাণীৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। উদাহৰণ—

তাও তিনে লিবিং ৰৌ/লিবিংৰাও কুমুন খাদা ছাৰাইয়া।
(আজিকালি মানুহবোৰে সজ কথা নুশুনা হ'ল।)
নাবুৰ ইজিং ফৈ, খেজ', শ্ৰুতলিপি অছানা হংদ'।
(তোমালোক এইফালে আহা, বহা! শ্ৰুতলিপি দিব লাগিব)।
খেলেনা ফাথাৰ্ফাৰা বেগেদা নো ফিদ'।
(খেলৰ পথাৰৰ পৰা সিহঁত ঘৰলৈ আহিছে।)
হৌমুন তু আখাছও উৰেদ'।
(সৌবোৰ চৰাই আকাশত উৰিছে)।

সংখ্যাবাচক শব্দৰে বাক্য আৰম্ভ হ'লে বহুবচনৰ চিন ব্যৱহাৰ নহয়।

ফাঁচথা পুৰুন লামাও চলেদ'।
(পাচোঁটা ছাগলী বাটেদি গৈ আছে)।
তিখুৰি পছৰ্নে ৰবিৰাম তাও থিগা।
(দুকুৰি বছৰীয়া ৰবিৰাম আজি মৰিল)।

**১১। লিংগ ঃ**

পুৰুষ-স্ত্ৰী অথবা মতা-মাইকীৰ ধাৰণা স্পষ্টভাৱে দেখুৱাবলৈ যি ৰূপ ব্যৱহাৰ কৰা হয়, তাকে লিংগ বোলে। অসমীয়া ভাষাতো সাধাৰণতে ব্যাকৰণ সিদ্ধ লিংগ নাই। প্ৰাণী-অপ্ৰাণী, পুৰুষ-স্ত্ৰী আদিৰে সৈতে সম্পৰ্ক নৰখাকৈ কোনো শব্দ পুংলিংগ বা স্ত্ৰীলিংগ অথবা ক্লীবলিংগ হ'লেহে তাক ব্যাকৰণ সিদ্ধ লিংগ বোলে। মেৱা/ মছৱা/চা/ আৰু মাগী/মুছলুং/চাজ' এই চিনবোৰ কোনো শব্দৰ আগত যোগ হৈ ক্ৰমে মতা-মাইকীৰ জ্ঞান দিয়ে। মেৱা/চা/চাজ' মানুহৰ ক্ষেত্ৰত, মছৱা/মুছলুং ইতৰ প্ৰাণীৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। /মাগী/মানুহ বা ইতৰ উভয়বিধ প্ৰাণীৰে ক্ষেত্ৰত ব্যৱহাৰ হয়।

লিবিং (মানুহ) - মেৱা লিবিং (মতা মানুহ) - মাগী লিবিং (মাইকী মানুহ)।
মাছু (গৰু) - পুলুদি মাছু (বলদ গৰু) - মাগী মাছু (গাই গৰু)।





কৰ্খা (সন্তান) - কৰ্খা চা (ল'ৰা) - কৰ্খা চাজ' (ছোৱালী)।
তু (চৰাই) - মছৱা তু (মতা চৰাই) - মুছলুং তু (মাইকী চৰাই)।
পুৰুষ বা স্ত্ৰী বুজোৱা যুক্ত বা যুক্তৰূপ ব্যৱহাৰ কৰিও লিংগ পৰিৱৰ্তন কৰা হয়।

| পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|
| পা/ফা (পিতা) | ৱাই/মা (আই/মা) |
| আজ' (আতা /দেউতা) | আবি (আবু/আইতা) |
| তাদাই (দদাই) | আনি (খুৰী)। আচী (পেহী) |
| খাই (ককাই) | পাউজী (বৌ) |
| বুন্নছি (ভিনিহি) | পাই (বাইদেউ) |
| কজাল (ভাই) | নানাও (ভনী) |
| নি (শহুৰ) | হুৰ (শাহু) |
| ছুই (পৈ) | চছী (ঘৈণী) |
| মামাই (মোমাই) | আনি (মামী) |

অসমীয়া ভাষাত মই, আমি, তুমি, তোমালোক, তেওঁ, সিহঁত, তেওঁলোক, এখেত, এখেতসকল, আপোনালোক আদি সাধাৰণতে উভয়লিংগৰ ভিতৰত ধৰা হয়। কথাৰ প্ৰসংগ আৰু ভাব বুজিহে এইবোৰ শব্দৰ লিংগৰ বিভাগ কৰা হয়। তিৱাতো এই ৰূপ একে।

সংস্কৃত ব্যাকৰণৰ ঙীপ (ঈ) প্ৰত্যয়ৰ অনুকৰণত অসমীয়া ভাষাত স্ত্ৰীলিংগ কৰাৰ দৰে তিৱাতো ঙীপ্ (ঈ) প্ৰত্যয়েৰে সাধিত ৰূপ পোৱা গৈছে। ইবোৰ পোনপটীয়াকৈ আৰ্যমূলীয় অসমীয়াৰ অনুকৰণত হোৱা বুলি ক'ব পাৰি।

পামুন (বামুণ) — পামুনী (বামুণনী)
খৰঁৰ (কোঁৱৰ) — খঁৰৰী (কুঁৱৰী)
পাউলা (পগলা) — পাউলী (পাগলী) ইত্যাদি।

**১২। বিশেষ্য ঃ**

লিবিং (মানুহ); মাছু (গৰু); মিছ্ (মহ); পুৰুন (ছাগলী); মেছা (বাঘ); মছ্ (পহু); মাৱী (বান্দৰ); পালুখ (ভালুক); ফাং (গছ); তিফা (সাগৰ); তিছা (নদী); মাখা (পৰ্বত) ইত্যাদি জাতিবাচক বিশেষ্য।

ৰাজা বৰ্তু, পান্তেচৰ, ছক্কৰদেউ, কাতিয়া, গেথু, আহম, গ'হাতী, ৰাচিয়া, আমেৰিকা ইত্যাদি সংজ্ঞাবাচক/নামবাচক বিশেষ্য, হা (মাটি), তি (পানী), মাইহাং (ধান), হালদি (হালধি), কই (তামোল), ফান্ (পাণ), খে'ল (কল), খান্দাল (কঁঠাল), খাংৰা (দা), পাখু (কোৰ) ইত্যাদি বস্তুবাচক বিশেষ্য।

মিনিনা (হাঁহি), মিছানা (নাচন), চানা (খাৱন), থৈনা (শোৱন), কাৰাইনা (কান্দোন), তিন (দিন), হৰ (ৰাতি), ফুৰুং (পুৱা), থালাছ (প্ৰভাত), থিনা (মৰণ), তুক (দুখ) ইত্যাদি ক্ৰিয়াবাচক বিশেষ্য।

**১৩। বিশেষণ ঃ**

কুমুন লিৱিং (ভাল মানুহ), কিৰিয়া লিৱিং (বেয়া মানুহ), চামুচৰ আখাছ (নীলাকাল), মুনা খান্দাল (পকা কঁঠাল), তৰা লিৱিং (বিশিষ্ট ব্যক্তি) ইত্যাদি বিশেষ্যৰ বিশেষণ।

দাওদাও খুন্ (টিকটিক্‌কৈ ৰঙা ফুল), তৰা তৰা লিৱিং (বৰ বৰ মানুহ), চিপ' চিপ' খাদা (সৰু সৰু কথা), খুপ্‌ল' নিঠাৰা (অতিকৈ ধুনীয়া) ইত্যাদি বিশেষণীয় বিশেষণ।

তেপ্ তেপ্ চা (লাহে লাহে খোৱা), চাঙাল লিউ (সোনকালে যোৱা), তিৰিৰি কৈ (দেৰিকৈ অহা), উঁজে কুছানা (চিএঃৰি মাতা) ইত্যাদি ক্ৰিয়া বিশেষণ।

**১৪। অব্যয় ঃ**

আৰ' (আৰু), চাদি (যদি), থেছে (তেনেহ'লে), বাগাইথ' (নাইবা, অথবা), ছ্না-ছ্না (দেহিঐ), অহ্ অহ্ (উঃ উঃ), ছাৰ্ (কোন, কিয়), ইন্দা (কি), না (নে), নাজি (কিনো, কিযে), হেবেনানা (হেৰি), ঐ, ঔ প্ৰভৃতি সংযোজক, বিযোজক, প্ৰশ্নাৰ্থক, ভাববোধক প্ৰভৃতি প্ৰচলন বিদ্যমান।

**১৫। ক্ৰিয়াপদৰ সংগতি ঃ**

তিৱা ভাষাতো সমাপিকা, অসমাপিকা, সকৰ্মক, অকৰ্মক, বৰ্তমান, অতীত, ভৱিষ্যৎ প্ৰভৃতি কালত ব্যৱহাৰ পোৱা গৈছে। উদাহৰণ —

আং লাই ফৰেদং। (মই পাঠ পঢ়িছোঁ)।

আমে থৈনা নুনাই কাবাইৰীদ'। (ঢাৰিত শুই থকা কেঁচুৱাটো কান্দি আছে)।

মনিৰাম আম্‌চি মুনা খান্দাল ছাগা। (মণিৰাম আমছিয়ে পকা কঁঠাল খালে)।

হ্দায় মাছুনে কাখীৰ নুঙাউ। (সদায় গাইৰ গাখীৰ খাবা।)

নাবুৰ চাদি তাও নোনা লিগামুন্ থেছে মিছাম্ চাগামুন। (তোমালোক যদি আজি ঘৰলৈ গলাহেঁতেন, মাংস খাবলৈ পালাহেঁতেন।

পে কিৰিয়া খাদা কুছাইদম। (তেওঁ বেয়া কথা কৈছিল)।

মাইহানা লিং থে উজুত ছাগাং। (পাহাৰলৈ যাওঁতে উজুটি খালোঁ)।

**১৬। নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ**

চীন-তিব্বতীয় ভাষাত নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ব্যৱহাৰ মন কৰিবলগীয়া। ভাষা বিজ্ঞানী সকলে মত পোষণ কৰিছে যে অসমীয়া ভাষাত ব্যৱহাৰ হোৱা নিৰ্দিষ্টতাবাচক প্ৰত্যয়সমূহ তিব্বত-বৰ্মী ভাষাৰ প্ৰভাৱৰ পৰা হোৱা। তিৱা ভাষাতো নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ব্যৱহাৰ আছে। 'কই খনচা' (তামোল এখন), লুৰি পিচা (জোক এটা), মুচি পিছা (নিগনি এটা),





মাছু কিছা (গৰু এটা), ঠকালি তিদাল (লাখুটি দুডাল), খাঞ্চি তিখন (কাঁহী দুখন), লিৱিং চা (মানুহটো) ইত্যাদি। এই প্ৰত্যয়সমূহ ব্যৱহাৰৰ কোনো ধৰা-বন্ধা নীতি নাই যদিও, বিশেষ কিছুমান শব্দৰ পিছতহে যোগ দিব পাৰি।

**১৭। প্ৰতিধ্বন্যাত্মক শব্দ ঃ**

তিৱা ভাষাতো প্ৰতিধ্বন্যাত্মক শব্দৰ ব্যৱহাৰ মন কৰিবলগীয়া বিষয়। কাৰ্বি, বড়ো, দেউৰী-চুতীয়া আদি ভাষাতো ইয়াৰ ব্যৱহাৰ লক্ষণীয়। মিছ্-মাছু, হুম্-চালু, নাৱা-নোৱা, কীৎ-নাদ, পল-পুদি, ৰে-ছে, খুল্-বংচ, চৰ্-পাহাই, চা-চাজ' ইত্যাদি।

**১৮। অনুকাৰ শব্দ ঃ**

কোনো বস্তু-বেহানি, জীৱ-জন্তু প্ৰভৃতিৰ মাতৰ অনুকৰণত সদৃশ শব্দ ব্যৱহাৰকেই অনুকাৰ শব্দ বোলে। তিৱাতো অনুকাৰ শব্দৰ প্ৰচলন চাবলগীয়া। চিৰি-চিৰি (জিৰ-জিৰ), খল্-খলে (কুলু কুলু), তেপ্-তেপ্ (টুপ-টুপ্), থিপ্‌ছা থিপ্‌ছা (অলপ অলপ), কুন্ কুন্ (গুণ গুণ), ক্ৰুক্ ক্ৰুক্ (কক্ কক্), খৎ খতে (ঘট ঘটাই দিয়া) ইত্যাদি।

**১৯। নাস্ত্যৰ্থকৰূপ ঃ**

নাই বা নোহোৱা বুজাবলৈ অসমীয়া ভাষাত ক্ৰিয়া পদৰ আগত "ন" যোগ কৰা হয়। ভাষা বিজ্ঞানীসকলে অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটো সম্পূৰ্ণ ৰূপে চীন-তিব্বতীয় ভাষাৰ প্ৰভাৱত্ গঢ়ি উঠা বুলি স্বীকাৰ কৰিছে। তিৱা ভাষাত কিছুমান ধাতুৰ আগত "তা" আৰু কিছুমান ধাতুৰ পিছত "ইয়া" প্ৰত্যয় লগ হৈ নাস্ত্যৰ্থক ৰূপ প্ৰকাশ কৰে। দুই প্ৰত্যয়ৰে উদাহৰণ দিয়া হওক—

তা + √চা ধাতু = তাচা (নোখোৱা)।
তা + √ৰি " = তাৰি (নকৰা)।
তা + √লি " = তালি (নোযোৱা)।
√ছুং + ইয়া প্ৰত্যয় = ছুঙিয়া (নৰন্ধা)।
√মিনি + ইয়া " = মিনিয়া (নহঁহা)।
√ৰম্ + ইয়া " = ৰিমিয়া (নধৰা)।

**২০। জতুৱা ঠাঁচ ঃ**

পৃথিৱীৰ সকলো ভাষাতে, বিশেষ কিছুমান শব্দৰ লগত অন্য বিশেষ শব্দ বা ধাতু লগ হৈ বিশেষ অৰ্থত ব্যৱহাৰ হোৱা দেখা যায়। এই বিশেষ শব্দৰাজিয়ে সাধাৰণতে সমাজত প্ৰচলিত অৰ্থতকৈ সুকীয়া অৰ্থ প্ৰকাশ কৰে। ইবোৰ ৰূপক জতুৱা ঠাঁচ বোলে। ভাষাৰ কথন বা লিখন দুয়োটা অৱস্থাতে এনে জতুৱা ঠাঁচ ব্যৱহাৰ কৰা হয়। বক্তব্য হৃদয়গ্ৰাহী বা আকৰ্ষণীয় কৰিবলৈ। ইবোৰক আমি বুদ্ধিনিষ্ঠ অথবা আলংকাৰিক শব্দ বুলিও ক'ব

পাৰোঁ। তিৱা ভাষাতো এনে ভালেমান জতুৱা ঠাঁচৰ ব্যৱহাৰ আছে। যেনে —

ইয়া (হাত), ইয়া নাংগা (হাতত লগা/সমৰ্থ হোৱা), ইয়া লাংগা (কুশলে চলাই নিয়া), ৰেম্ (হাৰি যোৱা), ৰেম্ পাছা (ইতিকিং কৰা), ৰেম্ চুৰা (দুখ পোৱা ) ইত্যাদি।

এনেদৰে সংক্ষিপ্ত ৰূপত তিৱা ভাষাৰ গঠন সম্পৰ্কে তথ্যৰাজি আগবঢ়োৱা হ'ল।





# ৰাভা ভাষাৰ চমু পৰিচয়

জীৱেশ্বৰ কোচ

১-১ ঃ উত্তৰ-পূব ভাৰত তথা অসমৰ মংগোলয়ড প্ৰজাতিৰ অন্যতম জনগোষ্ঠী ৰাভাসকল বৰ্তমানে ঘাইকৈ অসম, মেঘালয়, পশ্চিমবংগ, নেপাল আৰু বাংলাদেশৰ কিছু অংশত সিঁচৰতি হৈ আছে। এওঁলোকৰ ঐতিহাসিক নাম হৈছে— কোচে, কোচা, কোচ - যিটো ভাৰতীয় পৌৰাণিক শাস্ত্ৰত প্ৰকাৰান্তৰে কিৰাত, কুবাচ, কম্বজ, কম্বোজ আদি বুলি কোৱা হৈছে। 'ৰাভা' নামটো তেনেই অৰ্বাচীন। ই কোচৰ নিৰ্বচন (interpretation)[১]আৰু ই গাৰোসকলে দিয়া নাম[২], অৰ্থাৎ ই ৰাভাসকলৰ বহিঃনাম (exonym)। এওঁলোকৰ মুখনিঃসৃত বিভিন্ন লোককথা আৰু আনকি এওঁলোকৰে একে প্ৰজাতিৰ বিশেষকৈ লিম্বু-লেপ্চা, তিৰ্বী (তিব্বতী), বটা (ভূটীয়া-ডুক্পা), বৰো-কছাৰী, আচিগ্-গাৰোসকলৰ মন্ত্ৰশাস্ত্ৰ আৰু লোকগাঁথাসমূহে এই কথাৰ সাক্ষ্য দিয়ে। কলাগুৰু ৰাভাদেৱে তাহানিতে কৈ গৈছে ঃ .... ৰাভাৰ বিষয়ে নজনাৰ বাবে ৰাভা আৰু কোচক বহুতে বেলেগ বুলি ভাবে। কোচা বা কোচেই আচল কোচ যি জাতিৰ নিজৰ ভাষা আছে।[৩] যিটো ভাষা গাৰো ভাষাৰ লগত একে বুলি গেইট চাহাবে[৪] কৈ গৈছে। মধ্যযুগত এওঁলোকৰ বহুলাংশে নব্য-হিন্দুলৈ আৰোহিত হৈছে। কিন্তু এওঁলোকৰে 'একে গোত্ৰৰ কামৰূপ আৰু গোৱালপাৰাত বাস কৰা ৰাভা, ৰাজবংশী আৰু মেচসকলৰ বহুতে নিজা জনজাতীয় প্ৰথামতে ধৰ্মাচৰণ কৰে।[৫]

১। কোচ, অমৰ ঃ কোচ (ৰাভা) জাতিৰ এটি চমু পৰ্যালোচনা ঃ স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভাৰ ৯ ম লেখক শিবিৰ ঃ কোকৰাঝাৰ, ১৯৮১: ৫৭।

২। ৰাভা ধনঞ্জয় ঃ ৰাভা জনজাতিৰ উৎপত্তি আৰু ৰাভা ভাষাৰ স্বকীয় বৈশিষ্ট্যৰ চমু আভাস ঃ ব্ৰাংছি, ৰাভা জাতীয় পৰিষদৰ *(RNC)* ২৯তম আমচৈ অধিবেশনৰ স্মৃতিগ্ৰন্থ, সম্পাদনা — বকুল কাকতি, নগাঁও, ১৯৯১: ২।

এই প্ৰসংগতেই পশ্চিম অসমৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ উপত্যকাৰ ৰাভাসকলে গাৰোসকলক এতিয়াও 'মুতাং' (< মুংতানিতাং) অৰ্থাৎ 'নাম ৰাখোঁতাজন' বুলি কয়। গাৰো ভাষাত 'ৰাবা' মানে 'লৈ আহা' বুজায় *(Burling, Robbins : A Garo Grammer, Poona, 1961:11.)*

৩। পাতনি ঃ কাঢ়ানলৰ মৌসৰা সুৰ ঃ শ্ৰীৰাজেন পাম, ছোটোথাটিয়া, ১৯৬১।

৪। *Gait, E.A: A History of Assam ; Reprint of 2nd edn. 1990:47.*

৫। ৰাজগুৰু, সৰ্বেশ্বৰ ঃ অসমীয়া সমাজত এভুমুকি ; অসমীয়া সাহিত্য সংস্কৃতিৰ সমীক্ষা; সম্পাদনা ঃ গোস্বামী, সত্যেন্দ্ৰ নাৰায়ণ ঃ ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৭১:১৯৭

১-২ ঃ ৰাভাসকলৰ কেবাটাও ফৈদৰ ভিতৰত কোচ, ৰানাং-চাপ্ৰা আৰু ৰংদানী-মাইতৰীসকলৰ স্বকীয় ভাষা আছে আৰু বাকী পাতি, দাহৰী, বুটলীয়া, হৰি গএ্ৰা, সাতপৰীয়া আদিয়ে অসমীয়া-বঙলাৰ কথ্যৰূপ (Patois) কয়। বাংলাদেশ, উত্তৰ বংগ, নেপাল, মেঘালয় আৰু পশ্চিম অসমৰ ধুবুৰী আৰু কোকৰাঝাৰৰ কোচ (তিনতিকীয়া-ৰানাং-চাপ্ৰা) সকলে কোচা উপভাষা কয় আৰু অসমৰ গোৱালপাৰা জিলা আৰু মেঘালয়ৰ পশ্চিম গাৰো পাহাৰৰ পাদদেশত থকা ৰংদানী-মাইতৰীসকলে ৰংদানী মাইতৰী উপভাষা কয়। এইকেইটা উপভাষাক সামগ্ৰিকভাৱে আৰু দ্বিধাহীনভাৱে 'ৰাভা ভাষা' বুলি কোৱা হৈছে। অৱশ্যে মেঘালয়ৰ মংগোলীয় ফৈদৰ কোচাসকলে 'কোচ' হিচাপে অলপতে চৰকাৰী স্বীকৃতি লাভ কৰিছে। চৰকাৰী স্বীকৃতিৰ এনে বৈবিধ্যৰূপ পৰিগ্ৰহ কৰাৰ বাবেই এওঁলোকৰ জনসংখ্যাৰ হিচাপ নিটোল ৰূপত পোৱাটো কষ্টকৰ। ১৯৭১ চনৰ লোক-পিয়লমতে উত্তৰ-পূৰ্বাঞ্চলৰ কোচ-ৰাভাসকলৰ জনসংখ্যা ২,৩৭,৭১৪ জন[৬]।

১-৩ ঃ ৰাভা ভাষা মূলতঃ চীন-তিব্বতী ভাষা পৰিয়ালৰ তিব্বত-বৰ্মীয় শাখাৰ অন্তৰ্গত। অৱশ্যে এনে ক্ষেত্ৰত যেনেকৈ কছাৰীক কোচৰ সন্তান[৭]; ৰাভা ভাষাক গাৰো আৰু বড়োৰ শাখা[৮] হিচাপে দেখুওৱা হৈছে, তেনেকৈয়ে আজিৰ কছাৰী, গাৰো বুলি যিসকল জনাজাত, সেইসকল পূৰ্বতে কোচ বুলিহে জনাজাত আছিল[৯] বুলি তিব্বত-বৰ্মীয় ভাষা পৰিয়ালৰ ওপৰত কৰা মন্তব্যত আসোঁৱাহ নথকা নহয়। আনহাতে হল (Hall) চাহাবৰ তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ লোকসকলৰ আদি স্থান গোবি আৰু উত্তৰ-পূব তিব্বতৰ মাজৰ সৰু অংশত, সম্ভৱতঃ কান্‌সু (Kunsu) আছিল[১০] বোলা যুক্তিয়ে এইক্ষেত্ৰত নতুন চিন্তাৰ সমল দিয়ে। ক'বলৈ গ'লে এনে শ্ৰেণীবদ্ধকৰণ কৰাটো 'সন্তোষজনকভাৱে' হোৱা নাই[১১]। কাৰণ এইবোৰ আলোচনাৰ সুবিধাৰ্থেহে কৰা হৈছে। অন্যান্য ভাষাসমূহৰ দৰে ৰাভা ভাষাও স্বকীয় বৈশিষ্ট্যৰে সমুজ্জ্বল।

২-১ ঃ ৰাভা ভাষাকে ৰহেশ্বৰ ৰাভাই দুটা ভাগত[১২], ড° সাহাই তিনিটা ভাগত[১৩] আৰু ৰাভা হাকাচামে তিনিটা উপভাষাত দেখুৱাইছে[১৪]। কিন্তু তেওঁলোকে ৰংদানী আৰু মাইতৰীক

৬। সাহা, বেৰুতীমোহন ঃ বাংলা ভাষাৰ সংগে তুলনা প্ৰসংগে কোচ-ৰাভা ভাষা ঃ উত্তৰ বংগ বিশ্ববিদ্যালয়ত দাখিল কৰা গৱেষণা পত্ৰ ঃ বিলাসীপাৰা ; ১ম প্ৰকাশ, ১৯৮১:৫৭।
৭। *Grierson, G.A.: Linguistic Survey of India, Vol. III, pt. III, Reprinted 1990:1.*
৮। *Paul, K.Benedict : Sino-Tibetan : a Conspectus, Cambridge, 1972:6.*
৯। *Hunter, W.W. : Statistical Accounts of Bengal, Vol-X, 1873.*
১০। *Hall, DGE : A History of South-East India : Macmillan, 1968:144.*
১১। *Grierson, G.A. : Ibid, Vol - III, pt-1 : 10*
১২। ৰাভা, ৰহেশ্বৰ ঃ ৰাভা ভাষা আৰু ইয়াৰ গঠন ঃ নিখিল ৰাভা ছাত্ৰ সন্থাৰ *(ARSU)* স্মৃতিগ্ৰন্থ, বৰকো, ১৯৮১: ১৩
১৩। সাহা, বেৰতীমোহন ঃ প্ৰাগুক্ত ঃ ৭২।





বেলেগকৈ দেখুৱাইছে আৰু ৰানাং চাপ্ৰা উপভাষাৰ উল্লেখ কৰা নাই।

২-২ ঃ ৰাভা ভাষাৰ স্বৰূপ আৰু ভৌগোলিক অৱস্থান অনুযায়ী ইয়াক ঘাইকৈ তিনিটা উপভাষাত শ্ৰেণীবদ্ধ কৰিব পাৰি; কোচা, ৰানাং-চাপ্ৰা আৰু ৰংদানী-মাইতৰী।[১৫] ৰংদানী আৰু মাইতৰী উপভাষাৰ মাজত পাৰ্থক্য নাই বুলিব পাৰি; ৰানাং-চাপ্ৰা উপভাষাৰ লগত ইয়াৰ সম্পৰ্ক নিচেই ওচৰ; দুয়োটাতে গাৰো-আতং-ৰুগা উপভাষাৰ প্ৰভাৱ সুস্পষ্ট[১৬]; আনহাতে কোচা উপভাষাত তিব্বত-মূলীয় বৈশিষ্ট্য বহুলাংশে ৰক্ষিত হৈছে।[১৭] এই তিনিটা উপভাষাসমূহত ধ্বনিগত, ৰূপগত আৰু শব্দগত কিছু পাৰ্থক্য পৰিলক্ষিত হয়।

২-৩ ঃ বৰ্তমানৰ মানপূৰ্ণ ৰাভা ভাষাটো ঘাইকৈ কোচা উপভাষাৰ ভিত্তিত গঢ় লৈছে আৰু ৰংদানী-মাইতৰী, ৰানাং-চাপ্ৰা উপভাষাসমূহো সুসামঞ্জস্য ঘটোৱা হৈছে। ইং ১৯৭৩ চনত স্থাপিত 'বেবাক ৰাভা ক্ৰৌ-ৰাং ৰুঞ্চুম' (নিখিল ৰাভা সাহিত্য সভা)ৰ সহযোগত ৰাভা ভাষাৰ এই মান-প্ৰক্ৰিয়া গঢ়ি দিয়া হৈছে আৰু ইং ১৯৮৮ চনত অসমৰ কোকৰাঝাৰ, ধুবুৰী আৰু গোৱালপাৰা জিলাত ইয়াক প্ৰাথমিক পৰ্যায়ত 'ভাষা বিষয়' হিচাপে প্ৰৱৰ্তন কৰা হয়।

ৰাভা ভাষাত কিছু সংখ্যক কিতাপ-পত্ৰ প্ৰকাশ পাইছে। বৃটিছ মিছনেৰীসকলে বাংলা হৰফত ৰাভা ভাষাত কিতাপ-পত্ৰ লিখাৰ উপৰি ইংৰাজীত কিছু প্ৰবন্ধ পাতি লিখি গৈছে। ইং ১৯০৯ চনত প্ৰকাশ পোৱা "British and Foreign Bible Society"ৰ 'যীচুনি নেমকায় মাৰ্ক্ নি সাইকায় কাথা' নামৰ বঙলা হৰফত লিখা সৰু পুস্তিকাখনেই ৰাভা ভাষাৰ পাঠ-চানেকি (ur Text) বুলিব পাৰি।[১৮]

৩-১ ঃ ৰাভা ভাষাত মুঠ ছটা স্বৰধ্বনি উচ্চাৰিত হয়। অন্যান্য লেখকসকলেও ছটাকৈ স্বৰধ্বনি দেখুৱাইছে যদিও[১৯] (অ) আৰু uu(অৗ) এই দুটা বিশিষ্ট স্বৰধ্বনি বাদ দিছে; তাৰ পৰিৱৰ্তে ও, ঐ, ঈ কেতিয়াবা 'অ্যা' আদি দেখুৱাইছে।[১৯] সুকীয়া ভাষা হিচাপে ৰাভাৰ প্ৰতিটো স্বৰধ্বনিৰ অক্ষৰত বিৰোধ ঘটে। উচ্চাৰণৰ ধৰণ আৰু জিভাৰ অৱস্থান অনুসৰি ৰাভা স্বৰধ্বনি এইদৰে বৰ্ণাব পাৰি।

*১৪। ৰাভা হাকাচাম, উপেন ঃ ভাষাতাত্ত্বিক অধ্যয়নত ৰাভা শব্দ-সম্ভাৰ; স্মৰণিকা, ৰাভা ভাষা প্ৰৱৰ্তন উৎসৱ, সম্পাদনা ঃ জীৱেশ্বৰ কোচ, কাকাবাগাঁও ঃ ১৯৮৮:*
১৫। *Koch, J. : An Analytical Studies in Koch (Rabha) Language, Published in 'Amai-Ju' ed. Naginang, R : Ghaksa. 1986: 41.*
১৬। *Playfair, A.: The Garos, Shillong, 1909.*
*১৭। সাহা, বেৰতীমোহন, প্ৰাগুক্ত ঃ ৭২*
*১৮। কোচ, জীৱেশ্বৰ ঃ ৰাভা ভাষা আৰু সাহিত্য ; স্মৰণিকা, ৰাভা ভাষা প্ৰৱৰ্তন উৎসৱ; কাকাবাগাঁও ঃ ১৯৮৮: ১।*
*১৯। ৰাভা ব্যাকৰণ ঃ ২য় ভাগ, ৰাভা ভাষা পৰিষদ, দুধনৈ, ১৯৮৩ ।*

চিত্ৰ - ১

| | প্ৰান্তীয় | কেন্দ্ৰীয় | মূলীয় |
|---|---|---|---|
| উচ্চ | i/ই | ɯ/অী | u/উ |
| উচ্চমধ্য | e/এ | | |
| নিম্নমধ্য | | | ɔ/অ |
| নিম্ন | | | a/আ |

এই বিশিষ্ট স্বৰধ্বনিবোৰৰ অক্ষৰৰ প্ৰতিটো অৱস্থানত বিৰোধ ঘটে ঃ

আং 'মই'
চাং 'কোন'?
নাং 'তুমি'
হিচা 'টেঙা নালাগে' (< √হি+চা)
ছীমা 'মিঠা' (< √ছীম+ আ)

৩-২ ঃ ৰাভা ভাষাত মুঠ ১৬ টা ব্যঞ্জন ধ্বনি পোৱা যায়। ৰাভা ভাষা-গোষ্ঠীৰ জিহ্বা অৱস্থান অনুযায়ী এইবোৰ তলত দিয়া ধৰণে উল্লেখ কৰিব পাৰি (চিত্ৰ - ২)। কোচা উপভাষাৰ যিটো স্পষ্ট দন্তৌষ্ঠ্য ধ্বনি, সেয়া ৰংদানী-মাইতৰী আৰু ৰানাং-চাপ্ৰা উপভাষাত দ্বৌষ্ঠ্য মহাপ্ৰাণ হিচাপে উচ্চাৰিত হয় আৰু /জ/ৰ ঠাইত /ঝ/ হিচাপে মহাপ্ৰাণত্ব হয়। (চাওক ৩:৩ )

চিত্ৰ - ২

| | দ্বৌষ্ঠ্য | দন্তৌষ্ঠ্য | দন্তমূলীয় | তালব্য | পশ্চতালব্য | কণ্ঠ্য |
|---|---|---|---|---|---|---|
| প্ৰস্ফোট ধ্বনি | p/প, b/ব | | t/ত, d/দ | c/চ, | k/ক, g/গ | |
| নাসিক্য | m/ম, | | n/ন | | | |
| তাড়িত ধ্বনি | | | r/ৰ | | | |
| উষ্মধ্বনি | | f/ফ | s/স, z/জ | | | h/হ |
| পাৰ্শ্বিক | | | l/ল | | | |

(উষ্ম দন্তমূলীয় /s/ৰ উচ্চাৰণ অনুযায়ী ইয়াত /ছ/ হে লিখা হৈছে।)

২০। *ৰাভা, ধনঞ্জয় ঃ প্ৰাগুক্ত।*

* *আমাৰ গৱেষণাৰ বাবে ৰংদানী আৰু মাইতৰী উপভাষাৰ ওপৰত লোৱা ক্ষেত্ৰ-পদ্ধতি আৰু লিখিত ৰূপৰ ভিত্তিত প্ৰবন্ধটোৰ অন্যান্য অংশৰ লগতে এই অংশটোও যুগুতোৱা হৈছে। —লেখক।*





৩-৩ ঃ ৰাভা ভাষাত মূলতঃ মহাপ্ৰাণ ধ্বনি (aspirated) নাই।[২০] ৰংদানী-মাইতৰী আৰু ৰানাং-চাপ্ৰা উপভাষাসমূহত ভাৰতীয় আৰ্যভাষা ঘাইকৈ অসমীয়া আৰু বঙলাৰ প্ৰভাৱত মহাপ্ৰাণত্ব ঘটিছে। উক্ত উপভাষাৰ দোভাষী ৰাভাসকলে অল্প প্ৰাণ আৰু মহাপ্ৰাণ দুই ধৰণে উচ্চাৰণ কৰে।*

| থলুৱা (native) উচ্চাৰণ | বিকল্প ৰূপত পোৱা উচ্চাৰণ |
|---|---|
| বুৰি 'কন্যা' | বুৰি/ভুৰি |
| চিতি 'চিঠি' | চিটি |
| দৰ্তাং/দৰায়তাং | দৰায়/ধৰায় |
| দুং 'উঠ' | দুং/ধুং |
| দাং 'সোমা' | দাং/ধাং |
| হুতুম/কুতুম 'চুমা খা' | কুতাম/খুতুম/খুতাম[২১] |
| চাতাং 'পোহৰ' | চাতাং[২২]/চাথাং[২৩] |
| কাৰা 'এবিধ পেঁপা' | কাৰা [২৪]/ কাঢ়া[২৫] |

এতেকে মহাপ্ৰাণত্ব ৰাভা ভাষাৰ উপধ্বনি ঃ ই ব্যক্তি ভাষাৰ (Idiolect) অন্যতম ৰূপ আৰু মুক্ত বিকল্পৰ (Free variation) ফলশ্ৰুতি। বৰ্তমান ৰংদানী-মাইতৰী আৰু ৰানাং-চাপ্ৰা উপভাষাত এনে মহাপ্ৰাণত্ব বিশিষ্ট ধ্বনিৰূপত প্ৰয়োগ হয়। ড° গিমচনৰ মন্তব্য এই প্ৰসংগত উল্লেখ কৰিব পাৰি ঃ একে বৰ্ণৰ উপধ্বনিবোৰ শব্দৰ বিভিন্ন অৱস্থানত প্ৰয়োগ হ'লে ই উল্লেখযোগ্য ধ্বনিগত ৰূপ লয়[২৬]।

ব্যঞ্জন বৰ্ণৰ বিৰোধী প্ৰয়োগ ঃ

| | অঘোষ বৰ্ণ | | সঘোষ বৰ্ণ |
|---|---|---|---|
| ১। | দ্বৌষ্ঠ্য ঃ/প/ | ১। | দ্বৌষ্ঠ্য/নাসিক্য ঃ /ম/ |
| | পাৰ 'ফুল', বহুবচনৰ প্ৰত্যয়' | | মাই 'ভাত' |
| | চাপাৰ 'ৰাভাসকলৰ গোত্ৰ বিশেষ' | | আমাই 'আই' |
| | চাপ 'থিয় হ' | | চাপ্মা 'থিয় হ'ব' |

২১। *ৰাভা ভাষাৰ ব্যাকৰণ ঃ ২য় ভাগ, পৃঃ*

২২। *চাতাং (সাপ্তাহিক কাকত) ঃ সম্পাদনা ঃ জগত কামা ঃ ধুবুৰী, ১৯৯১*

২৩। *'আমাই-জু'ৰ সম্পাদকীয়।*

২৪। *Grierson, G.A.*

২৫। *পাম, ৰাজেন ঃ প্ৰাগুক্ত।*

২৬। *Gimson, A.C. : Sounds in Language in An Introduction to the Pronounciation of English', ELBS, London, 4th ed, 1989 : 49.*

ৰাৰ 'জুই' 'চেলু'
হাবাৰ 'মনোবাঞ্ছা'
ৰিবা 'আন, লৈ আহ'

২। দন্তমূলীয় ঃ /ত/
তাৰ 'স্বাস্থ্যবান হ'
ততক 'আঙুলি বা লাঠীৰে স্পৰ্শ কৰ'
আতা 'আঠা'; 'আটা'
/দ/দাং 'সোমা'
ছাদাং 'খোৱাৰ তৃপ্তি পা'
আদা 'ককাইদেউ (সম্বোধনত)'

৩। দন্তমূলীয় উষ্ম ঃ /স/ /ছ/
ছুং 'গাঁও'
ৰাছান 'সূৰ্য'
উকুছ-পুকুছ 'অস্বস্তিকৰ নিশ্বাস'

৪। তালব্য ঃ /চ/
চাং 'কোন ?'
চ্ৰাও চ্ৰাও 'পট্ পটীয়া'
কৌপ্চি 'ফেন'

৫। পশ্চতালব্য ঃ /ক/
কৌৰ 'লুকুৱাই ৰাখ'
কৌমতি 'খুউব'
ৰিণিকি
আকাই 'জেঠী'
চাকা 'চকা'

/ন/ নাই 'পোহৰ হ'
আনাও 'ভণ্টি'
আংনা/আনা 'মোক'

২। দন্তৌষ্ঠ্য ঃ /ফ/
ফাং 'গছ' 'গুৰি'
চাফাং 'উৰু'
লাফা 'লৈ আহ'
/ঙ/ চাং 'কোন ?'
চাঙা 'ঠাণ্ডা হয়'
তাংগাম 'মূল, মুখ্য'

৩। দন্তমূলীয় উষ্ম ঃ /জ/
জাৰ 'বননি'
আজাৰ 'এবিধ গছ'
পাগ্জা 'বস্তু-বাহানি'

৪। পশ্চতালব্য ঃ /গ/
গুং 'প্ৰশাখা'
হাংগ্ৰেং 'যৌৱন'
চাগ/চাক 'পাত'
পৌগী 'পাগুৰি'

৫। তাড়িত ঃ /ৰ/
ৰাং 'বৰষুণ'
ৰৌম্ৰৌম 'ৰিণিকি (সুৰ)'
গাৰ 'পৰিত্যক্ত বস্তু'

৬। পাৰ্শ্বধ্বনি ঃ /ল/
লাম 'পথ'
আলা-মালা 'এনেয়ে আলাসতে'
আঁল 'আলি'

৭। কণ্ঠ্য ঃ /হ/
হাম 'জ্বলা'
পাহাম 'ঠাইৰ নাম বিশেষ'





তদুপৰি ঔষ্ঠ্য পশ্চতালব্য ঃ /ৱ/
ৱানাং 'ৰাভাসকলৰ গোত্ৰ বিশেষ'
আঁৱাই 'আইতা' (সম্বোধন)
আৱা 'দেউতা (সম্বোধন)
ব্যঞ্জন গুচ্ছ (Cluster) ৰ উদাহৰণ ঃ

| | |
|---|---|
| /ম্ব/ | জাম্বা 'আঁকৰা'<br>কৌম্বাই 'কলহ' |
| /প্ৰ/ | চাপ্ৰা 'চপৰা'<br>প্ৰিং 'পৰা' |
| /ত্ৰঅই/ | ত্ৰী ঃ ত্ৰীই 'কৰ, প্ৰস্তুত কৰ'<br>ৰাম্বু তৌত্ৰীম 'ডাৱৰীয়া বতৰ'<br>তান্ত্ৰাক 'ফালি উলিওৱা, উদ্‌ঘাটন কৰ' |
| /ন্ত্ৰঅ/ ন্ত্ৰ ঃ | নাম্প্ৰাং 'বাট হেৰুওৱা' |
| /ম্প্ৰঅ/ ম্প্ৰঃ | হাম্প্ৰেং 'খেৰ' |

৩-৪ ঃ তিব্বত-বৰ্মীয় ভাষাৰ প্ৰায়ভাগৰে সুৰ আছে। সুৰৰ ঠাইত কিছুমান ভাষাত স্বৰ দৈৰ্ঘ্য (Vowel length) আগম হয়[২৭]। অসমৰ বৰো, ডিমাছা, তিৱা, ৰাভা, টাই, খামতি আদি ভাষাত থকা সুৰ-প্ৰাধান্যৰ পূৰ্ণাংগ বিচাৰ হোৱা নাই[২৮]। ৰাভা ভাষাৰ সুৰ সম্পৰ্কে বহুতে নিশ্চিত হ'ব পৰা নাই। ড° সাহাই বঙলা ভাষাৰ প্ৰভাৱত ৰাভা ভাষাৰ সুৰ লুপ্ত হৈছে বুলি মন্তব্য কৰিছে [২৯]। ড° গোস্বামীৰ মতে 'ৰাভা ভাষাৰ সুৰ সমূলঞ্চে বিলুপ্ত হৈছে'[৩০], ৰাভা হাকাচামেও অনুৰূপ মন্তব্য কৰিছে[৩১]।
ড°গ্ৰীয়াৰছনে ৰাভা ভাষাৰ সুৰ-প্ৰাধান্যৰ উল্লেখ কৰা নাই যদিও তিব্বত-বৰ্মীয়

২৭। *Taid, Tabu _ "A Short Note on Mising Phonology _ Lingustics of the Tibeto-Burman Area', Spring, 1987,Vol : 10.1.*
২৮। *ভট্টাচাৰ্য, প্ৰমোদ চন্দ্ৰ ঃ ভাষাৰ পৰিচয় ঃ সম্পাদনা — বসন্ত কুমাৰ শৰ্মা, দুধনৈ, ১৯৯১: ৫৮*
২৯। *সাহা, ৰেৱতী মোহন, প্ৰাগুক্ত ঃ ১২৫।*
৩০। *Goswami, S.N. : The Rabha Language : Studies in Sino-Tibetan Languages, ১৯৮৮ : ২৪;। ৰাভা ভাষা আৰু সাহিত্য (২) নতুন দিন ঃ ৩০ অক্টোবৰ /৯০ আৰু*
৩১। *ৰাভা হাকাচাম, উপেন ঃ ৰাভা অধ্যয়ন ঃ দুধনৈ ঃ ১৯৯১।*
৩২। *Grierson, G.A. : Ibid, Vol. III, pt- 1: 10*
৩৩। *ক্ৰৌ-চৌদুগ্ (ৰাভা ব্যাকৰণ) ঃ ধুবুৰী ১৯৮৮ : ৩৫*
৩৪। *গোস্বামী, গোলোক চন্দ্ৰ ঃ ধ্বনি-বিজ্ঞানৰ ভূমিকা, গুৱাহাটী, ১৯৭৭ : ১৩১।*
৩৫। *Pike, L.k. : Tone Language, Ann Arbor, 3rd reprint, 1956 : 3*

ভাষাগোষ্ঠীক সুৰৰ ভিত্তিত শ্ৰেণীবদ্ধ কৰিব পাৰি বুলি মন্তব্য কৰিছে[৩২]। ‘ক্ৰৌ-চৌদুগ’ নামৰ ৰাভা ভাষাৰ ব্যাকৰণত ‘সম উচ্চাৰণযুক্ত শব্দৰ অৰ্থভেদ’ বুলি প্ৰকাৰান্তৰে সুৰ প্ৰাধান্যৰ কথা উল্লেখ কৰিছে[৩৩]।

সাধাৰণতে সুৰীয়া ভাষাৰ অন্যতম সম্পদ হৈছে সাংগীতিক লহৰ বা ঘোষত্ব। ‘পৃথিৱীৰ ভালেমান ভাষাৰ শব্দৰ প্ৰত্যেক অক্ষৰৰ সুৰ নিৰ্দিষ্টকৈ বন্ধা থাকে, অক্ষৰৰ এনে নিৰ্দিষ্ট সুৰৰ সলনি হ'লে শব্দৰ অৰ্থান্তৰ হয় অৰ্থাৎ সেইবোৰ ভাষাত সুৰ অক্ষৰটোৰ এটা অপৰিহাৰ্য অংগৰূপে প্ৰয়োগ হয়[৩৪]। সুৰীয়া ভাষাত সুৰ, আক্ষৰিক আৰু বিৰোধ আদিয়েই ঘাই বৈশিষ্ট্য[৩৫]।

**৩-৫** : সুৰীয়া ভাষা হিচাপে ৰাভা ভাষাৰ স্বকীয় বৈশিষ্ট্য আছে। তিব্বত-মূলীয় ভাষা হিচাপে ৰাভা ভাষাৰ ঘাইকৈ কোচা উপভাষাত সুৰৰ প্ৰাধান্য অতি সাৱলীলভাৱে ৰক্ষিত হৈছে। আনহাতে অন্য প্ৰজাতিৰ লগত ভাষিক সংশ্ৰৱৰ ফলত ৰংদানী মাইতৰী আৰু ৰানাং-চাপ্ৰা উপভাষাত সুৰৰ প্ৰাধান্য বহুলাংশে লোপ পাইছে।[৩৬]

ৰাভা ভাষাৰ ঘাইকৈ দুটা স্পষ্ট সুৰৰ প্ৰাধান্য পোৱা যায় ঃ উদাত্ত (high) আৰু অনুদাত্ত (falling), যিবোৰ ইয়াত ক্ৰমে /´/ আৰু /`/ চিহ্নৰ দ্বাৰা বুজোৱা হৈছে। উদাত্ত আৰু অনুদাত্ত সুৰত একাধিক শব্দ থাকিব পাৰে, কিন্তু সেইবোৰ পৰিৱেশজনিত (contextual) অৰ্থত বুজাব পাৰি ঃ

(ক) ´ছাম (śám) ‘উৰাল’
`ছাম (s̀am) ‘ঘাঁহ’
`ছাম (s̀am) ‘ৰ, অপেক্ষা কৰ’

(খ) ´চি (ći) ‘তেজ’
´চি (ći) ‘কণী, কণী পাৰ’
`চি (c̀i) ‘মৃত্যু হ’
—`চি (c̀i) ‘স্বাৰ্থিক প্ৰত্যয়’

(গ) ´পাৰ (ṕar) ‘সুলভ হ’, ‘সহজে পোৱা’
`পাৰ (p̀ar) ‘ফুল, ফুলি উঠ’
—`পাৰ (–p̀ar) ‘বহুবচন প্ৰত্যয়’

**৪-১ ঃ** পদসমূহৰ (Word-class) দ্বাৰা সাধাৰণতে বাক্য গঠন কৰা হয় ঃ বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া-বিশেষণ, প্ৰত্যয় আদিৰ সংগতিৰ (concord) সহযোগত বাক্য একোটিৰ সৃষ্টি হয়। ইয়াত শব্দবিভক্তি আৰু ক্ৰিয়া বিভক্তিবোৰ ক্ৰমে শব্দ, প্ৰকৃতিত আৰু কাৰকত যোগ হয়। ‘কাৰকবাচক বিভক্তিযুক্ত হৈ পদবোৰে ক্ৰিয়াপদৰ লগত প্ৰত্যক্ষ সংগতি স্থাপন কৰে’।[৩৭] ৰাভা ভাষাৰ কাৰকবাচক প্ৰত্যয়বোৰ এই ধৰণৰঃ





| | |
|---|---|
| কৰ্তা | ঃ -আ (-ৰা, -ৰ) |
| কৰ্ম | ঃ -না, -ৰ' |
| কৰণ | ঃ -মৌন, -পাকে, |
| নিমিত্তাৰ্থক | ঃ -আং (-পাতাং, -তিয়া) |
| সম্বন্ধ | ঃ -নি, -য়িঁ, |
| অধিকৰণ | ঃ -আই |

(ক) ব্যক্তিবাচক সৰ্বনামৰ সকৰ্মক ধাতুত ‘-আ’ প্ৰত্যয় বহে। সৰ্বনাম পদত সাধাৰণতে বিভক্তি যোগ নহয়। (চাওক ৪-২ ছেদ)

(খ) অকৰ্মক ধাতু আৰু অমূৰ্ত বস্তুত প্ৰত্যয় নবহে। তেতিয়া শূন্য বিভক্তি Ø ব্যৱহৃত হয়। যেনে—

বাং ফাঁয়া ‘বৰষুণ আহে’। মাবাম চিয়া ‘মানুহ মৰে’।

(গ) ইতৰ প্ৰাণীবাচক আৰু অমূৰ্ত বস্তুৰ ক্ষেত্ৰত সকৰ্মক ক্ৰিয়াৰ ধাতুত -ৰা, -ৰ' বহে।

(ঘ) ব্যঞ্জনান্ত ধাতুৰ ক্ষেত্ৰত কৰ্মকাৰকত ‘-না’ বিভক্তিটো মানুহ আৰু অন্য প্ৰাণীবাচক শব্দত ব্যৱহৃত হয় আৰু স্বৰান্ত ধাতুৰ ক্ষেত্ৰত জড় পদাৰ্থক বুজোৱা শব্দত ‘-অ’ প্ৰত্যয় ব্যৱহৃত হয়। সাধাৰণতে ‘কৰ্তাকাৰক সদায় সকৰ্মক ধাতুৰ হয়’।

(ঙ) প্ৰাণী আৰু অপ্ৰাণী দুয়োটা ক্ষেত্ৰত কৰণ কাৰকত ‘-মৌন’ আৰু ‘-পাকে’ মুক্তৰূপ বহে।

(চ) সম্বন্ধ পদৰ ‘-নি’ প্ৰত্যয় ব্যঞ্জনান্তত আৰু ‘-য়িঁ’ প্ৰত্যয় স্বৰান্তত ব্যৱহৃত হয়। অধিকৰণৰ ‘-আই’ প্ৰত্যয়ৰ লগত ‘-প্ৰিং’ (পৰা) মুক্তৰূপ দিলে অপাদান কাৰকৰ কাৰ্য সম্পাদন কৰা হয়। ব্যক্তিবাচক বহুবচনৰ সম্বন্ধ পদৰ ৰূপ ‘-পিনি’ (হঁতৰ) ঃ যেনে- মুপাৰিপিনি ‘মুপাৰীহঁতৰ’

(ছ) নিমিত্তাৰ্থক কাৰকত ‘-আং’ৰ বাহিৰে -পাতাং,-তিয়া আদি মুক্তৰূপ ব্যৱহাৰ কৰিব পাৰি ঃ সম্বন্ধপদৰ প্ৰত্যয় ‘-নি’ৰ বহুবচনাত্মক ৰূপত -পিনাং (<পিনি + আং), -পিনাই (<পিনি + আই) আদিত সন্ধিৰূপ (portmanteau) ঘটে।

**৪-২ ঃ** ৰাভা ভাষাত বচন দুটা ঃ একবচন আৰু বহুবচন। দ্বিসূচক কিছুমান শব্দ পোৱা যায় ঃ নামিং (< নৌং ‘তুমি’ (যাক সম্বোধন কৰা হয়) + আং ‘মই’ (বক্তা) + মৌং ‘প্ৰাণীসূচক

৩৬ / Koch, J. : *Koch Language : A conspectus, Souvenir, KDKSU, Kokrajhar, Belguri, 1984.*

৩৭ / Richards, Jack et al : *Longman Dictionary of Applied Linguistics. London, 3rd impression 1989 : 37.*

প্ৰত্যয়'+ নিং 'দুই') > নাং মীং নিং > নামিনিং > নামিং, অৰ্থাৎ 'আমি দুয়ো।'*

বহুত্ব বুজাবলৈ প্ৰাণী-অপ্ৰাণী, ইতৰ বস্তুৰ ক্ষেত্ৰত 'দ', ব্যক্তিবাচক ক্ষেত্ৰত ৰং, পাৰ, সাধাৰণ অৰ্থত প্ৰাণীৰ অৰ্থত 'বিজান' আৰু 'তাং', আৰু দলবদ্ধ বুজাবলৈ 'জুং' 'জৌকি' আদি মুক্তৰূপ বহে।

সৰ্বনামৰ ক্ষেত্ৰত এইদৰে ব্যৱহাৰ হয়—

| একবচন | | বহুবচন | |
|---|---|---|---|
| আং | 'মই' | নিং/নাং, চিং[৩৮] | 'আমি' |
| নী | 'তুমি' | ননং/নাৰং | 'তোমালোক' |
| আপ্ৰং | 'আপুনি' | আপ্ৰংৰং[৩৯] | 'আপোনালোক' |
| উন্ৰা | 'সি/তেওঁ' | অনং/অৰং | 'তেওঁলোক, সিহঁত' |
| উ | 'সেই (টো)' | উদ' | 'সেইবোৰ' |

বচন নিৰপেক্ষ ৰূপত প্ৰত্যয় ব্যৱহৃত নহয় ঃ

| | |
|---|---|
| ৰাং ফীয়া | 'বৰষুণ আহে' |
| কায়/মাৰাব চিয়া | 'মানুহ মৰে' |

ড° সাহাই[৪০] নিৰ্ধাৰক বহুবচনৰ (selective plural) উদাহৰণ দিছে ঃ

| | |
|---|---|
| ছুং ছুং | 'গাঁৱে গাঁৱে' |
| হাঁচুৰ হাঁচুৰ | 'পাহাৰে পাহাৰে' |
| নৌগু নৌগু | 'ঘৰে ঘৰে'। |

এইবোৰ ৰূপ উকাৰূপ (bare-stem) বুলিব পাৰি। স্থানীয় সম্বন্ধ পদত ব্যক্তিবাচক সৰ্বনামত '-পিনি' ৰূপ লগাই বহুবচন কৰিব পাৰি (চাওক ঃ ৪-১)।

৪-৩ ঃ শ্ৰেণীসূচক প্ৰত্যয়বোৰ সাধাৰণতে একো একোটি শব্দ, যি বিশেষ্যৰ লগত বহি তাক শ্ৰেণীবদ্ধতা দেখুৱায়। এই প্ৰত্যয়বোৰ সৰহ ভাগেই এক অক্ষৰযুক্ত। এইবোৰ বস্তু, প্ৰাণী আদিৰ আকৃতি-প্ৰকৃতি অনুযায়ী ব্যৱহৃত হয়। এইবোৰ আপেক্ষিকভাৱে সংখ্যাবাচক ৰূপসদৃশ, যি পৰস্পৰ পৰিপূৰক।[৪১] অন্য অৰ্থত এইবোৰ সংখ্যাবাচক নিৰ্দিষ্ট প্ৰত্যয় (numeral definitive)। ইয়াৰ মাজতো কিছু সূক্ষ্ম পাৰ্থক্য পৰিলক্ষিত হয়।

---

** cf. Garo aŋ-miŋ, naŋ-miŋ <both I and you? : Burling : ibid : 48*

*৩৮। বক্তাই যাক কয়, তেওঁক সাঙুৰিলে 'নিং' আৰু বাদ দিলে 'নাং' ব্যৱহৃত হয়। চাওক গ্ৰীয়াৰ্চনৰ LSI, Vol-III, Pt-1:1990 :8, গাৰো ভাষাতো এনে উদাহৰণ আছে।*

*৩৯। আপ্ৰং < আপা +ৰং (আপুনি, নিজে, 'ৰং' নিৰ্দেশাত্মক প্ৰত্যয়, ই সন্মানসূচক। এই শব্দ আৰোপিত (coined)। বৰ্তমানে এই শব্দ লিখিত ৰূপত গ্ৰহণ কৰা হৈছে।*





(ক) নিৰ্দিষ্ট সংখ্যাবাচক প্ৰত্যয়

ব্যক্তিবাচক নিৰ্দিষ্ট প্ৰত্যয় ঃ

১। ছাক্ ঃ একবচনত,

২। মীং ঃ দ্বিঅৰ্থত,

৩। মাঙ্ ঃ জীৱ-জন্তুৰ ক্ষেত্ৰত দুটাৰ পিছত ধৰা হিচাপত,

৪। মিগ্ ঃ কেৱল তিনিটা হিচাপত (মানুহৰ ক্ষেত্ৰত),

৫। গক ঃ নিৰ্জীৱ পদাৰ্থৰ ক্ষেত্ৰত আৰু একবচনৰ ক্ষেত্ৰত ব্যৱহৃত। একৰ পিছৰ হিচাপ এনেদৰে দিব পাৰি ঃ

আঁং নিং 'দুই'

আতাম 'তিনি'

ব্ৰিং 'চাৰি' আদি।

(খ)

| | |
|---|---|
| তং | ঃ দীঘল, টান বস্তু, বিশেষকৈ বাঁহ, কাঠ আদিত ব্যৱহৃত |
| তাঁই | ঃ ফলমূল আৰু ঘূৰণীয়া বস্তুৰ ক্ষেত্ৰত, |
| মুগ | ঃ হাত হিচাপত জুখিলে ব্যৱহৃত, |
| চমৰ/চম্বৰ | ঃ হাতৰ তলুৱাত যিখিনি আহে অৰ্থাৎ মুঠি, |
| কাৰ | ঃ গুটি আৰু গুটি সদৃশ বস্তুৰ ক্ষেত্ৰত, |
| চং | ঃ থূপখোৱা বস্তুত খাটে, |
| চুং | ঃ বাঁহ জাতীয় দীঘল বস্তুত, |
| ক্ৰাং/কাৰাং | ঃ পাতল, বহল, চেপেটা আৰু গোটা বস্তুৰ ক্ষেত্ৰত, |
| ফং | ঃ টকাৰ হিচাপত |
| তাং | দীঘল, লেহুকা বস্তু, যেনে — চুলি, সূতা, ৰছী ইত্যাদিৰ ক্ষেত্ৰত, |
| নগ | ঃ পৰিয়ালৰ হিচাপত (তুলনা ঃ গাৰো নগ, Burling, Robbing, Ibid), |
| ফাং | ঃ গছৰ ক্ষেত্ৰত ব্যৱহৃত, |

(গ)

| | |
|---|---|
| নৰ | ঃ গৰালৰ ক্ষেত্ৰত, (cf. গাৰো 'নৰ' burling : 45 ) |
| বাতাল | ঃ জন্মৰ (issue) বাবেপতি হিচাপত, |
| পাল/জৌকি | ঃ জাক, |
| ছিৰ | ঃ ছিৰি যোৱা (ছিৰলি) অৰ্থত (asunder) যেনে — বাঁহ পাত ইত্যাদি, |

---

*৪০। সাহা, ৰেৱতীমোহন, প্ৰাগুক্ত ঃ ১৬৬*

*৪১। Burling, Robbin : 10.*

গুং/গাং ঃ সৰু ডাল বা ঠালৰ অৰ্থত (অসমীয়াত ডাল-ডালিৰ সমাৰ্থক),

তুক্ৰাগ ঃ বস্তুৰ টুকুৰা অৰ্থত,

ফালাগ ঃ অৰ্ধ অংশৰ অৰ্থত,

তলাই ঃ জুলীয়া বস্তুৰ টোপালৰ ক্ষেত্ৰত,

হান্দগ ঃ দুখ-বেদনাৰ ক্ষেত্ৰত (used for a fit of passion)

দাবাৰ ঃ মুহূৰ্তৰ অৰ্থত,

পাক ঃ উশাহ-নিশাহৰ ক্ষেত্ৰত

ফং ঃ বাক্য, মাত আদিত, অসমীয়া 'আষাৰ'ৰ সমাৰ্থক,

হত্ৰাগ ঃ টুকুৰা, গোটা অৰ্থত, বিশেষকৈ মাংসৰ ক্ষেত্ৰত

হীবুগ ঃ 'গৰাহ'ৰ অৰ্থত (জুলীয়া বস্তুত হ'লে 'গৰগ')

কেব ঃ প্ৰতি বাৰ, (বহন কৰা 'ভাৰ')

ছাপাৰ ঃ ধান বোনাৰ হিচাপত

লাপ ঃ বাৰে পতি হিচাপত,

তাৰাও ঃ সহপাঠীৰ হিচাপত ইত্যাদি।

৫-১ ঃ ৰাভা ভাষাত ব্যক্তিবাচক সৰ্বনামবোৰ স্বতন্ত্ৰ (independent) লিংগসূচক ৰূপত ব্যৱহৃত হয়। তাত পুংলিংগ আৰু স্ত্ৰীলিংগৰ মাজত 'ৰূপগত সংগতি' নাথাকে অৰ্থাৎ সেইবোৰ ৰূপগত ভাৱে নিৰ্দিষ্ট (morphologically marked) নহয়।

| পুংলিংগ | | স্ত্ৰীলিংগ | |
|---|---|---|---|
| আঁচু | 'আতা' | আঁৱাই/বিদি | 'আইতা' |
| আৱা | 'দেউতা' | আমাই | 'মা' |
| মিগ্ | 'পুৰুষ' | মিচিগ্ | 'তিৰোতা' |

তদুপৰি স্ত্ৰীবাচক ৰূপ 'জু' (< মৌজু 'মাইকী') বা 'জুজু' লগাই মানুহৰ ক্ষেত্ৰত আৰু 'মৌজু' ৰূপ লগাই জীৱ-জন্তুৰ ক্ষেত্ৰত স্ত্ৰীলিংগ সূচাব পাৰি ঃ

(ক) পানীৰাম জু/ জুজু 'পানীৰামৰ পত্নী'

(খ) বাইজু 'বাই (সখি)ৰ পত্নী অৰ্থাৎ সখী'

(গ) মৌছু মৌজু 'গাই' (মৌছু জু/জুজু নহয়)।

ব্যক্তিবাচক সৰ্বনামত সাধাৰণতে লিংগসূচক ৰূপ নবহে। উস্ৰা (< উ+মাৰাব+আ 'এই মানুহে') ৰূপৰ দ্বাৰা ব্যক্তিবাচক সৰ্বনাম সূচোৱা হয়। জীৱ-জন্তুৰ ক্ষেত্ৰত আৰু নিৰ্জীৱ বস্তুৰ ক্ষেত্ৰত 'উ' (যিহেতু 'স্ৰা' মানে 'মাৰাব'ৰ সংক্ষিপ্ত ৰূপ) ব্যৱহৃত হয়। তৃতীয় পুৰুষত নিৰ্দিষ্টতাবাচক সৰ্বনামৰ লিংগনিৰপেক্ষ ৰূপ 'ব্ৰা' ব্যৱহৃত হয়।

কেৱল স্ত্ৰীলিংগসূচক ৰূপকেইটা হ'ল ঃ আঁৱীম (অজীনপাতকী), গাংতাং (দেখাত





তেনেই আপচু), তীথকি (দন্দুৰী) ইত্যাদি।

৫-২ ঃ ৰাভা ভাষাত কালৰ তিনিটা অৱস্থান, যেনে — ভৱিষ্যত, বৰ্তমান আৰু অতীত বুজাবলৈ ক্ৰমে -য়াঁ, -না, -মা; -আ, -তা/-এতা, আৰু -ত্নামীন আদি সুকীয়া দশা ব্যৱহৃত হয়।

সাধাৰণতে ক্ৰিয়া-বিভক্তিবোৰ বচন, পুৰুষ আৰু লিংগ নিৰপেক্ষ ঃ ইয়াত নিৰ্দিষ্ট সংগতি নবহে।

ভৱিষ্যত কালত স্বৰান্ত আৰু ব্যঞ্জনান্ত ধাতুৰ পিচত -নাঁ (ৰংদানী-মাইতৰীত '-ন'), ব্যঞ্জনান্তৰ প, ব'ৰ অন্তত '-মা' আৰু নাসিকান্তৰ সকলো ধ্বনিৰ ধাতুত '-য়াঁ' দশা ব্যৱহৃত হয় ঃ[42]

আং ছানাঁ 'মই খাম'

নাং তীৰীঙা (< তীৰীং+য়া) 'তুমি শিকিবা'

আং চাপ্মা 'মই থিয় হম'

নিত্য বৰ্তমান কালত সাধাৰণতে 'সময়ৰ নিৰ্দিষ্টতা নাথাকে, ইয়াত অতীত আৰু বৰ্তমানৰ মাজত বঢ়া-টুটাৰ পৰিধিও নাথাকে।[42] এনে নিত্য বৰ্তমান কালত '-আ' প্ৰত্যয় বহে ঃ

আং চিকা নীঙা (<নীং+আ) 'মই পানী (পি)খাওঁ,

কায় চিআ (<চি+আ) 'মানুহ মৰে'

স্বৰূপ বৰ্তমান কালত (progressive) '-তা' ৰূপ বহে। ৰংদানী-মাইতৰীত '-অ' আৰু আকাৰন্ত ধাতুবোৰত '-এত' ক্ৰিয়াবিভক্তি বহে ঃ

চিকা নীংতা 'পানী খাই আছে'

কাম খাৰেতা (খাৰ+এতা) 'কাম কৰি আছে'।

সাধাৰণতে অতীত কালত -ত্নামীন (তা+নাঁ+মীন) ৰূপ বহে। ৰংদানী-মাইতৰীত -নতামুন বা '-তামুন' বহে।

উস্ৰা জুৎত্নামীন 'তেওঁ লিখিছিল'।

ভৱিষ্যৎকালৰ দশা -য়াঁ/-না/-মা আৰু অতীত কালৰ '-ত্নামীন'ৰ শেষৰ ৰূপ '-মীন' লগ লাগি ধ্বনি অনুযায়ী সাম্ভাব্য ভূত কাল ব্যৱহৃত হয় ঃ

গাছায়াঁমীন (<গাছাই+য়াঁ+মীন) 'কৰিলেহেঁতেন'

জুৎনামীন (<জুৎ+নাঁ+মীন) 'লিখিলেহেঁতেন'

চাপ্মামীন (<চাপ+মাঁ+মীন) 'থিয় হ'লহেঁতেন'

'-আঁও' ৰূপৰ দ্বাৰা ইতিমধ্যে শেষ হোৱা কাৰ্য পূৰ্ণ অতীত কাল বুজোৱা হয় ঃ

৪২। ৰাভা, ৰাজেন ঃ ৰাভা শব্দ-সম্ভাৰ ঃ অসম সাহিত্য সভা, ১৯৮১ : ১১৬

√ গাছাই + ঔও > গাছায়ঔও 'কৰিলে'

√ জুৎ + ঔও > জুতৌও 'লিখিলে'

কেতিয়াবা '- জৌও' (* জ + ঔও) ৰূপ যোগ কৰা হয় ঃ

√ গাছাই + জৌও > গাছাইজৌও

ৰংদানী-মাইতৰীত 'জ' ব্যৱহৃত হয়।

অসমাপিকা ৰূপত ধাতুৰূপৰ পিছত '-আইমৌন' (< আই + মৌন) বহে

√ জুৎ+আই + মৌন > জুতাইমৌন 'লিখি'

√ ছা+ আই + মৌন > ছাইমৌন 'খাই'

মূল ধাতুৰূপৰ পিছত '-ঔং' লগ লগাই ধাতুৰূপটো অভ্যাস কৰিও অসমাপিকা ক্ৰিয়া সাধিত কৰা হয় ঃ

√ জুৎ+ঔং> জুতৌং জুতৌং 'লিখি' (লিখি লিখিয়ে)

√ লৌই+ঔং> লৌয়ৌং লৌয়ৌং 'গৈ' (গৈ গৈ)

নঞৰ্থক ৰূপত '-চা' প্ৰত্যয়ৰ লগত 'পাচা', 'পাকা', 'ৰাৰা' আদি লগ লগাই অসমাপিকা ক্ৰিয়াৰূপ সাধন কৰা হয় ঃ

√ জুৎ+চা + ৰাৰা > জুৎচাৰাৰা

√ জুৎ+চা + পাচা > জুৎচাপাচা 'নিলিখাকৈ'

√ জুৎ+চা + পাকা > জুৎচাপাকা

৫-৩ ঃ কৃদন্ত প্ৰয়োগত বৰ্তমান কালৰ মূল ধাতুৰূপৰ পিছত ধ্বনি অনুযায়ী '-য়িঁ' '-তানি' (√ তান + ই 'স্থাপিত অৰ্থত') আৰু '-মি' ৰূপ লগ লগাই বিশেষ্য আৰু বিশেষণ ৰূপে ব্যৱহৃত হয় ঃ

বৌইতানি (<√ বৌই + তান + ই) 'ভঙা'

লৌয়িঁ (<√ লৌই + য়িঁ) 'যোৱাটো' (যেনে ঃ লৌয়িঁ বৌছাৰ 'যোৱাটো বছৰ')

চাপ্‌মি (<√ চাপ্ + মি) 'থিয়'

মূল ধাতুৰ পিছত নিত্য বৰ্তমান কালৰ আৰু সদৰ্থক ৰূপ '-আ'ৰ লগত '-ৰৌন' ৰূপ যোগ কৰিলেই বৰ্তমান আৰু বৰ্তমান কালৰ ক্ৰিয়াৰ সংগতি সূচায় অৰ্থাৎ ই চৰ্তসূচক (conditional) ঃ

√ লাই+আ + ৰৌন > লৌয়াৰৌন 'গ'লে'

√ জুৎ+আ + ৰৌন > জুতাৰৌন 'লিখিলে'

√ কালাং +আ + ৰৌন > কালাঙাৰৌন 'আহ্বান কৰিলে'

নঞৰ্থক ৰূপ '-চা'ৰ প্ৰয়োগ ঃ

√ লাই +চা + ৰৌন > লৌইচাৰৌন 'নগ'লে'





√ জুৎ+চা + ৰৌন > জুৎচাৰৌন 'নিলিখিলে'

নিমিত্তাৰ্থক ক্ৰিয়াপদত অসমীয়াৰ 'লৈ'ৰ ৰাভাৰ সমাৰ্থক ৰূপ হ'ল '-তৌই'। মূল ধাতুৰ পিছত বিশেষণসূচক ৰূপ -য়িঁ, -নি, -মি আদি ব্যৱহৃত হয় ঃ

√ তাক +য়িঁ + তৌই > তাক্‌য়িঁতৌই 'কৰিবলৈ'

√ জুৎ+নি + তৌই > জুৎনিতৌই 'লিখিবলৈ'

√ চাপ্ +মি + তৌই > চাপ্‌মিতৌই 'থিয় হ'বলৈ'

কেতিয়াবা সংক্ষিপ্ত ৰূপত এইবোৰ মৌখিক অনুনাসিক ধ্বনি (nasals) ৰ দ্বাৰা সম্পাদন কৰা হয় ঃ

তাঙ্কতৌই, জুন্তৌই, গাছাইঁতৌই, চাম্প্‌তৌই, ইত্যাদি।

অসমীয়া ওঁতে (ওঁতে + এ) কৃদন্তৰ ৰাভাৰ সমাৰ্থক ৰূপ হ'ল —

'-তঙাই' (< তং + আই) ঃ

গাছাই + তঙাই > গাছাইতঙাই 'কৰোঁতে' 'কৰি থাকোঁতে'

লৌই +তঙাই > লৌইতঙাই 'যাওঁতে' 'গৈ থাকোঁতে'

নিহিত পদ্ধতি (Implicit performative)ত সাধাৰণতে দুটা ক্ৰিয়া ৰূপৰ সমাহাৰ ঘটে আৰু পিছত ধাতু ৰূপতহে কালৰ দশা লগ লাগে ঃ

√ গাছাই +চৌই (কৰ্ +চা) ঃ

অৰ্থাৎ 'প্ৰস্তুত কৰ আৰু চা' ঃ 'প্ৰস্তুতি চলোৱা'

√ ছা+চৌই (খা +চা) > ছাচৌই 'পৰীক্ষা-নিৰীক্ষা কৰ্'।

৫-৪ ঃ বিশেষণ প্ৰত্যয়বোৰ নিহিত কৃদন্তৰ দুয়োটা ধাতুৰূপত সংযুক্ত হৈ বিশেষ্য ৰূপত প্ৰয়োগ হয় ঃ

লৌয়িঁ - ফৌয়িঁ (< লৌই + য়িঁ, ফৌই + য়িঁ) 'আহ-যাহ'

ছানি - কাক্‌য়িঁ 'খাৱন-লৱন'

হেপ্‌মি-কৌৰাঙি 'কন্দা-কটা' ইত্যাদি।

ৰাভা ভাষাত সাধাৰণতে তিনি প্ৰকাৰে ক্ৰিয়া বিশেষণ সমাপন কৰা হয় ঃ

(ক) ক্ৰিয়াৰূপটো দ্বিত্ব কৰি

(খ) আদ্যাক্ষৰটো দ্বিত্ব কৰি

(গ) ক্ৰিয়াৰূপৰ শেষত '-ঔন' প্ৰত্যয়ৰ যোগত

(ক) কৌঞ্চৌক ঃ 'শীতল', 'জুৰ'

কৌঞ্চৌক কৌঞ্চৌক
কৌ- কৌঞ্চৌক
কৌঞ্চৌকৌন (কৌঞ্চৌক + ঔন)
} 'জুৰ লগাকৈ'

(খ) পেনেম 'ভাল'

পেনেম পেনেম
পে-পেনেম
পেনেমীন (পেনেম + ঈন) } 'ভালকৈ'[৪৩]

তদুপৰি ব্যক্তিবিশেষে বৰ্ণৰ দ্বিত্ব থকা (gemination) শব্দৰ দ্বাৰা জোৰ বুজোৱা (intensifier) হিচাপে বিশেষণত প্ৰয়োগ কৰা হয় ঃ

চাকাং-চিকিং > চাক্কাং-চিক্কিং 'তল-ওপৰকৈ'
চৗগীম > চৗগ্গীম 'শাঁত'
ফাগাও > ফাগ্গাও 'বিকটাকৃতিৰ'
গীগীতিন > গীগীত্তিন 'বাস্তৱিকতে'

এনে শব্দবোৰে 'বিশেষণ আৰু ক্ৰিয়া বিশেষণক সাল-সলনি কৰায়'।[৪৪]

৫-৫ ঃ কিছুমান বিশেষ নিৰ্দিষ্ট বৰ্ণৰ দ্বাৰা অকৰ্মক ধাতুৰ পৰা সকৰ্মক ধাতুলৈ ৰূপান্তৰ কৰিব পাৰি আৰু কিছুমান সকৰ্মক ধাতু পাঁচনি ধাতুত পৰিণত হয়। সাধাৰণতে স্বৰ-সংগতিৰ নিয়ম অনুসাৰে ক, ব, প আৰু ছ, জ, চ, ত আৰু দ আদি কোনো ক্ৰিয়া ৰূপত আদ্যাক্ষৰ হ'লে ইইঁতৰ সকৰ্মক ধাতু আৰু পাঁচনি ধাতুৰ আদ্যাক্ষৰত ক্ৰমে দ আৰু গ পূৰ্ব প্ৰত্যয় হিচাপে আগম হয়। গতিকে দ আৰু গ উক্ত বৰ্ণকেইটাৰ ধ্বনিগত পৰিবেশজনিত উপাকৃতি ঃ

| ক্ৰিয়াৰূপ | সকৰ্মক/পাঁচনি ৰূপ |
|---|---|
| ছা 'খোৱা' | গাছা (<গা + √ছা) 'খুওৱা' |
| পাৰ 'মুকলি হ' | দাপাৰ (<দা + √পাৰ) 'মুকলি কৰা' |
| পিৰ 'পূৰ্ঠ হ' | দিপিৰ (<দি + √পিৰ) 'পূৰ্ঠ কৰা' |
| চুং 'ডাঙৰ হ' | গুচুং (<গু + √চুং) 'ডাঙৰ কৰা/কৰোৱা' |
| দং'ওপৰলৈ উঠ' | গুদুং (<গু + √দুং) 'ওপৰলৈ তোলা/ উঠোৱা' |
| জক 'মুকলি হ' | গজক (<গ + √জক) 'মুকলি কৰি দিয়া' |

দ্বিঅক্ষৰযুক্ত শব্দসমূহতো একে নিয়ম প্ৰযোজ্য ঃ

তলক > গতলক, পীবীন > দীপীবীন ইত্যাদি।

দোৱা পাঁচনি ধাতুত সকলো ক্ষেত্ৰত '-দিম' বা '-তিম' প্ৰত্যয় ব্যৱহৃত হয় ঃ

দিপিৰ + দিম/তিম > দিপিৰদিম; 'আনৰ হতুৱাই পূৰ্ঠ কৰোৱা'

৪৩। বৰো ভাষাত শব্দৰূপৰ শেষাংশটোহে দ্বিত্ব কৰা হয় ঃ জাবৌ > জাবৌ-বৌ 'গ'ল' গল'- ল ইত্যাদি। গাৰো ভাষাত ৰাভাৰ দৰে দ্বিত্ব কৰা হয় ঃ শ্ৰুক > শ্ৰুক শ্ৰুক - 'গোপনে' (Burling : 65).

৪৪। Sastry, G. Devi Prasad : Mishmi Grammar, CIIL, Mysore, 1984 : III





গতলক + দিম > গতলক্দিম 'আনৰ দ্বাৰা দৌৰোৱা'

৬-১ ঃ ৰাভাৰ বাক্য গঠন প্ৰণালীটো অন্যান্য তিব্বত-বৰ্মীয় ভাষা গোষ্ঠী আৰু ভাৰতীয় আৰ্য-ভাষাসমূহৰ দৰে ঃ ইয়াৰ স্বাভাৱিক গঢ় হৈছে — কৰ্তা-কৰ্ম-ক্ৰিয়া (SOV) ঃ

(ক) মাবাৰআ চিকা নীঙা 'মানুহে পানী (পি) খায়'

চিত্ৰ - ৩




ক্ৰিয়াহীন বাক্য ঃ

পামৰং নিঙি জুকু 'পামহঁতআমাৰ আলহী'

চিত্ৰ - ৪




অন্তৰ্বৰ্তী বাক্যৰ (embedded sentence) মাজত আন এটা বাক্য (ধাৰক বাক্য,

matrix sentence) সোমাই থাকে, যাক স্বয়ং সম্পূৰ্ণ বাক্যৰ মৰ্যাদা দিব পাৰি ঃ

নিমতীআ ব্ৰাকীও দি উব্ৰা বায়কু চায় কাপা

'নিমতীয়ে ক'লে যে তাই বায়কু গীত জানে'

চিত্ৰ - ৫




৬-২ ঃ ৰাভা ভাষাৰ মৌলিক শব্দ সম্ভাৰ বেছ চহকী। সুৰৰ প্ৰাধান্যৰ উপৰি ইয়াৰ মৌলিকত্ব আছে। কোচা (কচা) ৰংদানী-মাইতৰী আৰু ৰানাং-চাপ্ৰা আদি খেলৰ ৰাভাসকলৰ মাজত সঘন যোগাযোগ নথকা হেতুকে উপভাষাসমূহৰ মাজত ধ্বনিগত, ৰূপগত আৰু শব্দগত কিছু পাৰ্থক্য লক্ষ্য কৰা যায়। এইবোৰ সাধাৰণতে ভাষা-ভাষীৰ আঞ্চলিক, সামাজিক শ্ৰেণী, শৈক্ষিক পটভূমি বা জীৱনৰ মান আৰু অৱস্থান[৪৫] অনুসৰি ভাষা এটাই ভিন্ন ৰূপ পৰিগ্ৰহ কৰে।

**(ক) ধ্বনিগত ৰূপ ঃ**

ৰাভা ভাষাত মূলতঃ মহাপ্ৰাণত্ব নাই (৩ : ৩)। কাৰণ মহাপ্ৰাণ থকা শব্দৰ মাজত বিশিষ্ট বিৰোধৰ প্ৰয়োগ পোৱা নাযায়। ভাৰতীয় আৰ্যভাষাৰ, বিশেষকৈ অসমীয়া, বঙলাৰ দ্বিভাষিক হোৱাৰ ফলত মহাপ্ৰাণত্ব আগম হৈছে আৰু ফলত তিব্বত-মূলীয় ধ্বনিসমূহ সৰলীকৃত হৈ পৰিছে। আনহাতে কোচা উপভাষাত তিব্বত-মূলীয় বৈশিষ্ট্য সাৱলীলভাৱে ৰক্ষিত হৈছে;

*৪৫। ৰাছান ঃ মেঘালয় কোচ সন্মিলনৰ মুখপত্ৰ ঃ সম্পাদক ঃ অৰুনাথ কোচ ঃ আমপাতী ঃ ১৯৭৪ : ১৭।*





| | কোচা | ৰংদানী-মাইতৰী | ৰানাং-চাপ্ৰা |
|---|---|---|---|
| (ক) | ঔ | আ,উ,ই(ঔ) | আ,উ, ই (ঔ) |
| | (নৌং, ফৌই) | (নাং, নুং) | (নাং, নুং)[৪৫] |
| (খ) | গ | ক | ক,গ |
| | (হাপাগ, চাগ, নগ) | (খাপাক, চাক, নক) | (হাপাগ, নক, নগ) |
| (গ) | হ | খ(ষ,স) | হ,খ (শ, ষ) |
| | (হগ্, হান) | (খক, খান) | (খগ, হান) |
| (ঘ) | ল | ৰ | ল |
| | (চৌলপাগ, লাম, লা) | (চাৰপাক, ৰাম, ৰা) | (চৌলপাক, লাম, লা) |
| (ঙ) | দ | ত | ত,দ |
| | (দৌকৌম) | (তিকাম, তখম) | (তিকাম, দিকাম) |
| (চ) | ফ (দন্তৌষ্ঠ্য) | ফ (দ্বৌষ্ঠ্য) | ফ (দ্বৌষ্ঠ্য) |

কিছুমান শব্দ তিনিটা উপভাষাত একে ধ্বনিৰূপত পোৱা যায় ঃ

হা 'মাটি', 'ভূমি'

হাছং 'পৃথিৱী', 'জগত'

ছং 'গাঁও'

ৰীমৰীম 'ৰিনিকি ৰিনিকি (সুৰ)'

(খ) ৰূপগত পাৰ্থক্যৰ ভিতৰত ঃ

| | কোচা | ৰংদানী-মাইতৰী | ৰানাং-চাপ্ৰা |
|---|---|---|---|
| (ক) ভৱিষ্যত কালৰ দশা ঃ | নাঁ | ন | ন, নাঁ |
| (খ) বিশেষণ ৰূপ ঃ | ৰিঁ, নি | কায়, ৰিঁ | নি |
| (গ) স্বাৰ্থিক প্ৰত্যয় ঃ | চি, বাই | চং | চি, বাই |
| (ঘ) ৭মী বিভক্তি ঃ | আই (ৰাই) | ই | ই |

এনে পাৰ্থক্যৰ অন্তৰালত 'নিয়মিত ভিন্নতা' পৰিলক্ষিত হয়। (John Lyons : Introduction, New Horizons in Linguistics 2:edn. John Lyons et al : Pelican Books, 1987 : 22).

ৰাভা ভাষাৰ শব্দসম্ভাৰৰ ভিতৰত একে বস্তুৰ ভিন্ন ৰূপক বুজাবলৈ হ'লে নাম-পদৰ আদ্যাক্ষৰৰ দ্বাৰা চিহ্নিত হয় ঃ

যেনে — জুলীয়া বস্তু 'চিকা'ৰ (পানী) লগত 'চ' যুক্ত অন্যান্য শব্দ ঃ
(ক) চিকা 'পানী'
চা 'চাহ'
চুচি 'আঠা'
ৰাম্চি 'ঘাম'
চকৰ্/চকদ 'মদ'
মাকচি (মাকাৰ চিকা) 'চকুলো'
ৰাংচি (ৰাং চিকা) 'বৰষুণ'
(খ) হা 'মাটি'
হাফুৰ 'ধূলি'
হাদীল 'বোকা'
হাচুৰ 'পাহাৰ-পৰ্বত'
হাচু 'টিলা'
হাদাম 'ঠাই'
হাছং 'পৃথিৱী', 'জগত'
হাদান (হা+পিদান) 'নতুনকৈ সজা গাঁও'
হাতাকং 'চোতাল'
হাকান 'টান মাটি', 'আলতীয়া মাটি'
হান 'আলু'
হাতাৰ্নি 'ভূমিকম্প'
হাচেং (হা+√চেং 'পাতল মাটি') 'বালি', ইত্যাদি।
খণ্ডবাক্য আৰু জতুৱা ঠাঁচৰ উদাহৰণো অলেখ।[৪৬]

**৬-৩ ঃ** ৰাভা ভাষাৰ ওপৰত কিছু লেখা-মেলা হৈছে। মিছনাৰি চাহাবসকলৰ ভিতৰত Hodgson (1847), Hunter (1868), Williamson (1869), Beames (1872), Stephen (1900), Grierson (1903) আদিৰ উপৰি দেশী লেখকসকলৰ ভিতৰত শ্যামাপ্ৰসাদ দত্ত (১৯৫৫,১৯৬৯-৭০), ড° ৰেৱতীমোহন সাহা (১৯৮১), ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী (১৯৮৮), ৰহেশ্বৰ ৰাভা, ধনঞ্জয় ৰাভা, মণি ৰাভা, ৰাজেন ৰাভা, খলিন কোচ, উপেন ৰাভা হাকাচাম আদিয়ে ৰাভা ভাষাৰ বিশ্লেষণত বেছ কিছু অৰিহণা যোগাইছে। প্ৰাথমিক বিদ্যালয়ত ভাষাটো প্ৰৱৰ্তন কৰাৰ পিছত ইয়াৰ উৎকৰ্ষ সাধনৰ বাবে 'বেবাক ৰাভা ক্ৰৌ-ৰাং ৰুঞ্চুম', 'ৰাভা ভাষা পৰিষদ' আদি কিছু তৎপৰ হৈ পৰিছে।

*৪৬। চাওক (ক) ৰাভা ভাষাৰ ব্যাকৰণ ঃ ২য় খণ্ড, ৰাভা ভাষা পৰিষদ, ১৯৮১ ঃ দুধনৈ।*
*(খ) ক্ৰৌ-চীদুগ ঃ ধুবুৰী, ১৯৮৮।*
*(গ) ৰাভা ভাষাৰ খণ্ড বাক্য আৰু জতুৱা ঠাঁচ ঃ কোচ, জীৱেশ্বৰ ঃ ৰাছান, সম্পাদনা ঃ জগত কামা. ধুবুৰী ১৯৮১।*





# দেউৰী ভাষা

ড° উপেন্দ্ৰ নাথ গোস্বামী

১। দেউৰীসকল চুতীয়াসকলৰ পুৰোহিত-শ্ৰেণীৰ প্ৰতিনিধি। ছাৰ এডোৱাৰ্ড গেইট চাহাবৰ মত অনুসৰি চুতীয়াসকলে ছান সকলৰ বাসস্থানৰ অদূৰৱৰ্তী ঠাই এডোখৰ দখল কৰে। তেওঁলোকৰ মাজত আগৰ জাতিটোৰ কিছুমান লোকো চামিল হৈ যায়। ১৮৯৫ চনত ব্ৰাউন চাহাবে লেখা দেউৰী-চুতীয়া ব্যাকৰণত শদিয়াৰ সিপাৰে দেউৰীসককলৰ মূল বাসস্থান আছিল। প্ৰায় এক শতিকা আগতে তেওঁলোকে তাৰ পৰা বৰ্তমান থকা ঠাইলৈ আহে আৰু কিছুমানে এতিয়াও ধৰ্মসংক্ৰান্ত বিষয়ত শদিয়ালৈ অহা-যোৱা কৰে। দেউৰীসকল ঈশ্বৰৰ পূজা-সেৱা কৰা প্ৰাচীন পুৰোহিত জাতৰ লোক। কুণ্ডিল নৈৰ পাৰত তেওঁলোকৰ আদি বাসস্থান আছিল। বৰ্তমান সময়ত দেউৰীসকল অসমৰ লখিমপুৰ, ধেমাজি, ডিব্ৰুগড়, যোৰহাট, শিৱসাগৰ, তিনিচুকীয়া আৰু শোণিতপুৰ জিলাত বাস কৰিছে। দেউৰীসকলৰ মাজত প্ৰধান তিনিটা খেল বা বিভাগ আছে— ডিবঙীয়া, টেঙাপানী আৰু বৰগঞা। এই তিনিটা খেলৰ ভিতৰত মাত্ৰ ডিবঙীয়া খেলৰ লোকসকলেই বৰ্তমান দেউৰী ভাষাটো কয়।

২। দেউৰী ভাষাটো বড়ো ভাষাৰ অন্তৰ্গত। গ্ৰিয়াৰ্ছনৰ ভাষাত "বড়ো ভাষাবোৰৰ ভিতৰত আটাইতকৈ পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা। এই ভাষাটো চুতীয়াসকলৰ পুৰোহিত-শ্ৰেণীৰ লোকসকলে কয়। বড়ো ভাষাৰ অন্তৰ্গত আটাইবোৰ ভাষাৰ ভিতৰত এই ভাষাটোৱে অতি প্ৰাচীন বৈশিষ্ট্যবোৰ সংৰক্ষণ কৰিছে যেন বোধ হয় আৰু ইয়েই মূল ভাষাৰ নিচেই ওচৰ চপা। বড়ো শাখাৰ ভাষাবোৰৰ ভিতৰত চুতীয়া আৰু কছাৰী এই দুটা ভাষাই দুটা সীমাৰ সংকেত দিয়ে— এটা আটাইতকৈ কম বিকশিত আৰু এটা আটাইতকৈ বেছি বিকশিত।

দেউৰী ভাষা কোৱা মানুহৰ বেছি ভাগেই দ্বিভাষী। ১৯৫১ চনৰ লোকগণনা অনুযায়ী লখিমপুৰ জিলাৰ ৬,০২৮ জন দেউৰী ভাষা কোৱা লোকৰ ভিতৰত ৩,৭১৪ জনে আৰু শিৱসাগৰ জিলাৰ ৬৭৮ জনৰ ভিতৰত ৬৬৭ জনে দ্বিতীয় ভাষা অসমীয়া কয়। ধ্বনিতত্ত্বৰ পিনৰ পৰা চালে ভাষাটোত সাতোটা স্বৰধ্বনি, ওঠৰটা ব্যঞ্জনধ্বনি আৰু দুটা অৰ্দ্ধস্বৰধ্বনি বিশিষ্ট ধ্বনিৰূপে পোৱা যায়। মহাপ্ৰাণধ্বনিৰ অনুপস্থিতি ভাষাটোৰ এটা মনকৰিবলগীয়া বৈশিষ্ট্য। অনুনাসিকতা আৰু সুৰ ভাষাটোত বিশিষ্টধ্বনি। এই সুৰ

তিনিটা ঃ সম, নিম্ন আৰু উচ্চ। শব্দবোৰৰ ওপৰত ১ আৰু ২ সংখ্যা ব্যৱহাৰ কৰি সেই শব্দৰ সেই অক্ষৰত ক্ৰমে নিম্ন আৰু উচ্চ সুৰৰ কথা বুজাব পাৰি। সংখ্যা ব্যৱহাৰ নকৰা অক্ষৰবোৰ সম সুৰৰ বুলি বুজিব লাগিব; যেনে , নি 'পি খা', নি$^{১}$ 'ধৰ্' নি$^{২}$ 'গান গা'। দেউৰী-চুতীয়া ভাষাৰ বিশিষ্ট-ধ্বনিসমূহক অসমীয়া আখৰেৰে এনে ধৰণে বুজাব পাৰি ঃ অ, আ, ই, এ, এ', ও; ক, গ, ঙ, চ্চ, জ, ত, দ, ন, প, ব, ম, ৰ, ল, চ, ছ, ঝ, স, হ, য়, ৱ। 'ঙ' এই বিশিষ্ট ধ্বনিটোৰ এটা সংধ্বনি হৈছে 'ঞ'। ই শব্দৰ আৰম্ভণিতে ব্যৱহাৰ হয়। আন ঠাইত ঙ ব্যৱহাৰ হয়। তলত বিশিষ্ট ধ্বনিবোৰৰ উদাহৰণ দিয়া হ'ল ঃ

**৩। বিশিষ্ট স্বৰধ্বনি ঃ**

| | |
|---|---|
| /ই/ ইকুঁ$^{২}$ 'ধুতী' | চ্চি$^{২}$ 'তেজ' |
| /এ/ একু$^{২}$ 'ধোঁৱা' | চ্চেঁ$^{২}$ 'বুকু' |
| /এ'/ এ'বেগা $^{২}$ 'ঘৃণা কৰ্' | |
| /আ/ আকুঁ$^{১}$ 'কাণ' | চ্চা$^{২}$ 'বেয়া' |
| /অ/ অচিগি$^{১}$ 'নখ, খুৰা' | চ্চঁ$^{২}$ 'কুঁহিয়াৰ' |
| /ও/ ওচুঁ$^{২}$ 'খাৰু' | |
| /উ/ উতুঁ$^{১}$ 'পেটৰ ওপৰ ভাগ' | চ্চু$^{২}$ 'গাহৰি' |

**৩। বিশিষ্ট ব্যঞ্জনধ্বনি ঃ**

/প/ পুঁজি$^{১}$ 'সোণ'

/ব/ বুঝি$^{১}$ 'ন বৌ'

/ত/ তু$^{২}$ 'তেল'

/দ/ দু$^{২}$ 'কুকুৰা'

/চ্চ/ চ্চা $^{২}$ 'বেয়া'

/জ/ জা$^{২}$ 'নাই'

/ক/ কুই $^{২}$ 'পৰে'

/গ/ গুঁই$^{২}$ 'তামোল'

/ম/ মু$^{২}$ 'নাম'

/ন/ নু$^{১}$ 'নাও;' তুনা$^{১}$ 'টেকেলি'

/ঙ/ ঙে$^{১}$ (ঞে$^{১}$) 'জুই; তঙা$^{১}$ 'গামোচা'

/ল/ লুগু$^{২}$ 'ঢাল'

/ৰ/ ৰুগি$^{১}$ 'জান, জুৰি

/চ/ চিঙ্$^{১}$ 'লো'

/ঝ/ ঝিঙ্$^{১}$ 'আইতা'





/স/ সুঁ$^{২}$ 'ঠেল্'

/হ/ হুঁ$^{২}$ 'নাম্'

/ছ/ ছু$^{২}$ 'কাপোৰ ধো'

/য়/ য়া$^{১}$ 'পৃথিৱী'

/ৱ/ ৱা$^{২}$ 'পগা'

**৫। সুৰ ঃ**

| | | | | |
|---|---|---|---|---|
| আকুঁ$^{১}$ | 'কাণ'; | আকুঁ$^{২}$ | 'বাম' | |
| উজুঁ$^{১}$ | 'নাভি'; | উজুঁ$^{২}$ | 'বাঁহৰ চুঙা' | |
| ক$^{১}$ | 'আহ্'; | ক$^{২}$ | 'ছিঙ্' | |
| চ্চা$^{১}$ | 'গছৰ পাত'; | চ্চা $^{২}$ | 'বেয়া' | |
| চ্চি$^{১}$ | 'মৰ্'; | চ্চি$^{২}$ | 'তেজ' | |
| চ্চু $^{১}$ | 'ভাষা' | চ্চু$^{২}$ | 'গাহৰি' | |
| তু$^{১}$ | 'দ'; | তু$^{২}$ | 'তেল' | |
| দি$^{১}$ | 'টকা'; | দি$^{২}$ | 'টান্' | |
| নি | 'পি খা'; | নি $^{১}$ | 'ধৰ্'; | নি$^{২}$ 'গান গা' |
| পিচ্চঁ$^{১}$ | 'হাড়'; | পিচ্চঁ$^{২}$ | 'কপাল' | |
| মিঁৰ$^{১}$ | 'কাঁহী'; | মিঁৰ $^{২}$ | 'চাকৰ' | |
| লি$^{১}$ | 'হাৰ'; | লি$^{২}$ | 'ধান দা' | |
| লে$^{১}$ | 'দি'; | লি$^{২}$ | 'গুড়ি কৰ' | |
| চিঙ্$^{১}$ | 'লো'; | চিঙ্$^{২}$ | 'সোণ' | |
| ছু | 'ওহাৰৰ বাট'; | ছুঁ$^{১}$ | 'ভুক্'; | ছু$^{২}$ 'কাপোৰ ধো' |

**৬। অনুনাসিকতা ঃ**

| | | | |
|---|---|---|---|
| ইজি$^{২}$ | 'নাহৰ গছ'; | ইঁজি$^{২}$ | 'আফিং' |
| ইকু$^{২}$ | 'বান্দৰ'; | ইকুঁ$^{২}$ | 'ধুতী' |
| কু$^{২}$ | 'পৰ্'; | কুঁ$^{২}$ | 'জ্বলা লাগ্' |
| কে$^{২}$ | 'যা'; | কেঁ$^{২}$ | 'লাগি ধৰ্' |
| চ্চি$^{২}$ | 'তেজ'; | চ্চিঁ$^{২}$ | 'শো' |
| চ্চুই$^{২}$ | 'ভাল'; | চ্চুঁই$^{২}$ | 'চুণ' |
| জা$^{২}$ | 'নাই'; | জাঁ$^{২}$ | 'নাচ' |
| সোই$^{২}$ | 'বন্ধু'; | সোঁই$^{২}$ | 'হয়, সঁচা' |

| | | | |
|---|---|---|---|
| চ্চ² | 'জোৰ'; | চ্চঁ² | 'কুঁহিয়াৰ' |
| দু² | 'কুকুৰা'; | দুঁ | 'বাস কৰ্' |

৭। **ধ্বনি-পৰিৱৰ্তন ঃ**

পূৰ্ববৰ্তী অক্ষৰত নাসিক্য ধ্বনি বা অনুনাসিকতা বা -দু- এই অক্ষৰটো থাকিলে পৰবৰ্তী অক্ষৰত থকা ব, ৰ, ব্ৰ ক্ৰমে ম, ন, ন্ম ধ্বনিত পৰিণত হয়।

তলত উদাহৰণ দিয়া হ'ল ঃ-

| - | -বে | -বে-ম্ | -ব-কু-ম্ | -ৰে-ই | -ৰ্বা |
|---|---|---|---|---|---|
| হা 'খা' | হা-বে | হা-বে-ম্ | হা-ব-কু-ম্ | হা-ৰে-ই | হা-ৰ্বা |
| গেঁ 'পিন্ধ্' | গেঁ-মে | গেঁ-মে-ম্ | গেঁ-ম-কু-ম্ | গেঁ-নে-ই | গেঁন্মা |
| নি 'ধৰ' | নি-মে | নি-মে-ম্ | নি-ম-কু-ম্ | নি-নে-ই | নি-ন্মা |
| লাদু 'থ' | লাদু-মে | লাদু-মে-ম্ | লাদু-ম-কু-ম্ | লাদু-নে-ই | লাদু-ন্মা |
| কিনা 'শুন্' | কিনা-মে | কিনা-মে-ম্ | কিনা-ম-কু-ম্ | কিনা-নে-ই | কিনা-ন্মা |

৮। **ৰূপতত্ত্ব ঃ বচন ঃ**

দেউৰী ভাষাত দুটা বচন আছে, একবচন আৰু বহুবচন। একবচনৰ পৰা বহুবচন কৰিবলৈ হ'লে একবচন বুজোৱা শব্দৰ পিছত -কানি, -লাজু বা -চ্চিগা প্ৰত্যয় যোগ দিয়া হয়। -কানিতকৈ -লাজু বেছি সন্মানসূচক। -চ্চিগা মানুহৰ ক্ষেত্ৰতহে বিকল্পে ব্যৱহাৰ হয়। উদাহৰণ ঃ

| | **একবচন** | | **বহুবচন** | |
|---|---|---|---|---|
| | আচ্চঁ | 'ঘৰ' | আচ্চঁ-কানি | 'ঘৰবোৰ' |
| | মেই | 'ম'হ' | মেই-কানি | 'ম'হবোৰ' |
| | মোছি | 'মানুহ' | মোছি-কানি | 'মানুহবোৰ' |
| | লে'পেদুৰ | 'ছাগলী' | লে'পেদুৰ-কানি | 'ছাগলীবোৰ' |
| কিন্তু | গিৰা | 'বুঢ়া মানুহ' | গিৰা-কানি, গিৰা-লাজু, গিৰা-চ্চিগা | 'বুঢ়া মানুহবোৰ' |
| | মৌচা | 'সৰু-ল'ৰা' | মৌচা-কানি, মৌচা-লাজু, মৌচা-চ্চিগা | 'সৰু ল'ৰাবোৰ' |

৯। **লিংগ ঃ**

পুৰুষবাচক শব্দৰ পৰা স্ত্ৰীবাচক শব্দ কৰিবলৈ হ'লে দেউৰী ভাষাত তিনি প্ৰকাৰে কৰিব পাৰি ঃ





(১) জীৱন্ত বস্তু বা মানুহ বুজোৱা শব্দৰ আগত মুকাগু (তু. মুকা 'গিৰীয়েক') আৰু মিচিগু (তু, মিচি 'ঘৈণীয়েক') শব্দ যোগ দি

(২) পুৰুষবাচক শব্দৰ পিছত -চি প্ৰত্যয় লগ লগাই (মানুহৰ ক্ষেত্ৰতেই সাধাৰণতে ইয়াৰ ব্যৱহাৰ পোৱা যায়) আৰু

(৩) বিভিন্ন শব্দ প্ৰয়োগ কৰি। উদাহৰণ —

(১) মুকাগু লে'পেদুৰ 'মতা ছাগলী'; মিচিগু লে'পেদুৰ 'মাইকী ছাগলী'

মুকাগু মোছি 'মতা মানুহ'; মিচিগু মোচি 'মাইকী মানুহ'

গাহৰি আৰু কুকুৰাৰ ক্ষেত্ৰত মতা-মাইকী বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়; যেনে —

| | | |
|---|---|---|
| | চ্চুঁৰ চ্চু 'মতা গাহৰি' | চ্চুকৃৰা চ্চ 'মাইকী গাহৰি'; |
| | দুপা দু 'মতা কুকুৰা'; | দুকৃৰা দু 'মাইকী কুকুৰা'। |
| (২) | গিৰা 'বুঢ়া'; | গিৰা-চি 'বুঢ়ী' |
| | পিচা 'ল'ৰা'; | পিচা-চি 'ছোৱালী' |
| (৩) | বাঙ্ 'দেউতা'; | য়ঙ্ 'মা' |
| | দিঙ্ 'ককাদেউতা'; | ঝিঙ্ 'আইতা' |
| | মুকা 'গিৰীয়েক'; | মিচি 'ঘৈণীয়েক' |

৯.১। সম্বোধন বুজোৱা শব্দবোৰৰ সম্বোধন কৰোঁতে এটা ৰূপ আৰু উল্লেখ কৰোঁতে আন এটা ৰূপ ভাষাটোৰ এটা সুকীয়া বৈশিষ্ট্য'; যেনে — আজি 'জোঁৱাই' (সম্বোধনত) ; কিন্তু পিজি (উল্লেখত)। বাঙ্ 'দেউতা (সম্বোধনত); কিন্তু চ্চিপা (উল্লেখত); কাই 'ককাই' (সম্বোধনত); কিন্তু চ্চিপু (উল্লেখত) ইত্যাদি।

১০। **বিশেষ্য আৰু সৰ্বনাম ঃ**

বিশেষ্য শব্দবোৰৰ বচন আৰু লিংগ পৰিৱৰ্তন প্ৰণালীৰ ওপৰত আলোচনা কৰা হৈছে। সৰ্বনামবোৰৰ লিংগ-ভেদ নাই। অসমীয়া ভাষাৰ নিচিনা দেউৰী ভাষাত সৰ্বনামবোৰৰ সন্মানাৰ্থে হোৱা বিশেষ প্ৰয়োগো পোৱা নাযায়। প্ৰথম, দ্বিতীয় আৰু তৃতীয় এই তিনিটা পুৰুষৰ সৰ্বনাম আছে। সেইবোৰৰ একবচন আৰু বহুবচনৰ ৰূপ বেলেগ বেলেগ। সৰ্বনামবোৰক কেইবাটাও ভাগত ভগাব পাৰি; যেনে, পুৰুষবাচক, নিশ্চয়বাচক, সম্বন্ধবাচক, প্ৰশ্নবাচক, অনিৰ্দিষ্টতাবাচক আদি। এইবোৰৰ উপৰি সৰ্বনামবোৰৰ পৰা (ক) গুণ আৰু (খ) পৰিমাণ বুজোৱা বিশেষণৰ ৰূপো কৰিব পৰা হয়; যেনে—

| | | |
|---|---|---|
| (ক) | দা-কিআ | 'কেনেকুৱা' |
| | বা-কিআ | 'তেনেকুৱা' |

| | | |
|---|---|---|
| | লা-কিআ | 'এনেকুৱা' |
| (খ) | দা-চ্চা | 'কিমানখিনি' |
| | বা-চ্চা | 'সিমানখিনি' |
| | লা-চ্চা | 'ইমানখিনি' |

**১০.১। পুৰুষবাচক সৰ্বনাম ঃ**

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| ১ম | আঁ 'মই' | জৌ, জাউ 'আমি' |
| ২য় | ন 'তই, তুমি, আপুনি' | নৌ, লৌ 'তহঁত', তোমালোক, আপোনালোক' |
| ৩য় | বা 'সি, তাই' | বাউ 'সিহঁত' |

**১০.২। নিশ্চয়বাচক সৰ্বনাম ঃ**

লা, ইলা 'এইটো'

বাবা 'সেইটো'

**১০.৩। সম্বন্ধবাচক সৰ্বনাম ঃ**

জিবা 'যি, যিটো, যিজন'

জিবা.... বা 'যি....সি'

**১০.৪। প্ৰশ্নবাচক সৰ্বনাম ঃ**

চা 'কোন', দাম 'কি', দাম্‌দি 'কি', বুৰ 'কিহ'

**১০.৫। অনিৰ্দিষ্টতাবাচক সৰ্বনাম ঃ**

চাৰ্‌মা 'কোনোবা'

দামামুজা 'যি কোনো'

চেঁউনে 'কোনো'

মিচ্চিগনানে 'একো'

মিচ্চাগা 'কিছুমান'

**১১. শব্দ-বিভক্তি ঃ**

দেউৰী ভাষাত পোৱা শব্দ বিভক্তিবোৰক তলত দিয়া ধৰণে সজাব পাৰি ঃ

| | |
|---|---|
| প্ৰথমা | -আ |
| দ্বিতীয়া | -না |
| তৃতীয়া | -চ্চঙ্‌ |





| | |
|---|---|
| চতুৰ্থী | -মাই, (না-মাই), -দ |
| পঞ্চমী | -চ্চালে, -চ্চাপিলে (বিকল্পে) |
| ষষ্ঠী | -ইঅ |
| সপ্তমী | -অ, -হ |

বিশেষকৈ নুবুজালে কৰ্তা কাৰকত কোনো বিভক্তি যোগ নহয়। নিৰ্দিষ্টভাৱে বুজাবলৈ হ'লে -আ প্ৰত্যয় যোগ দিয়া হয়। বিশেষকৈ উল্লেখ নকৰিলে অপ্ৰাণীবাচক শব্দৰ পিছত কৰ্ম কাৰকত দ্বিতীয়া বিভক্তি যোগ নহয়; যেনে —আঁ মকঁ হাবেম 'মই ভাত খালোঁ।' অসমীয়াত -ৰে, -ৰ দ্বাৰা, -ৰ দ্বাৰায় আদিয়ে বুজোৱা অৰ্থ প্ৰকাশ কৰিবলৈ দেউৰী-চুতীয়া ভাষাত -চ্চঙ্‌ বিভক্তি যোগ হয়; যেনে, ওতুঁ-চ্চঙ্ 'হাতেৰে', মোছি-চ্চঙ্ 'মানুহৰ দ্বাৰা, দাম-চ্চঙ্ 'কিহেৰে'। কোনো ঠাইলৈ বা ঠাইৰ পিনে অৰ্থ বুজাবলৈ চতুৰ্থী বিভক্তি -মাই ব্যৱহাৰ কৰা হয়। দ্বিতীয়া বিভক্তি -নাৰ পিছত -মাই যোগ দি কোনো বস্তু বা ব্যক্তিৰ কাৰণে এই এৰ্থ প্ৰকাশ কৰা হয়। -দৰ সলনি -না-মাই বিকল্পে ব্যৱহাৰ কৰিব পাৰি; যেনে — আঁ-দ, আঁ-না-মাই 'মোৰ কাৰণে'। ইচ্‌কুল -মাই আৰু ইচ্‌কুল-না-মাইৰ দ্বাৰা ক্ৰমে স্কুললৈ আৰু স্কুলৰ কাৰণে এই অৰ্থ প্ৰকাশিত হ'ব। অধিকৰণ কাৰকত ব্যঞ্জনান্ত আৰু ইকাৰান্ত শব্দৰ পিছত -অ আৰু আন ঠাইত -হ প্ৰত্যয় যোগ হয়। উদাহৰণ ঃ য়া-হ 'পৃথিৱীত' আচ্চঁ-হ, 'ঘৰত', আতিগু-হ 'গাঁৱত', চেঁচঁ-হ 'বুকুত'; ঝিঅ 'পানীত', ইচ্‌কুল-অ 'স্কুলত', বাচ্‌-অ 'বাছত'।

**১২। ক্ৰিয়া বিভক্তি ঃ**

দেউৰী ভাষাত ক্ৰিয়াবোৰৰ বিবিধ কাল বুজাবলৈহে সলনি হয়। পুৰুষ আৰু বচন অনুযায়ী ক্ৰিয়াৰ কোনো পৰিৱৰ্তন নহয়। ভিন ভিন কাল বুজাবলৈ ধাতুৰ পিছত কিছুমান বিভক্তি সংযোগ কৰা হয়। কিছুমান বিভক্তি ধাতুৰ পিছতেই যোগ হয় আৰু কিছুমান ধাতুৰ পিছত যোগ হোৱা মধ্য প্ৰত্যয়ৰ পাছত যোগ হয়। ক্ৰিয়া বিভক্তিকেইটা হ'ল ঃ -ই, -না, -ম্, -ন্, -ৰি, -দে। এইবোৰৰ ভিতৰত -ই, -ন্ আৰু -ৰি ধাতুৰ পিছত পোনেই যোগ হয়। -না, -ম্ আৰু -দে ধাতুৰ পিছত যোগ হোৱা মধ্য প্ৰত্যয়ৰ পিছত যোগ হয়। দেউৰী ভাষাত ধাতুবোৰ স্বৰান্ত। ভাষাটোত তিনিটা প্ৰধান কাল আছে ঃ বৰ্তমান কাল, ভূত কাল আৰু ভৱিষ্যত কাল। বৰ্তমান কালৰ দুটা ৰূপ ঃ নিত্য বৰ্তমান আৰু তাৎকালিক বৰ্তমান। প্ৰত্যেক কালৰ অবিচ্ছিন্নতা অৰ্থত আকৌ তিনিটা ৰূপ কৰিব পাৰি। এইবোৰৰ উপৰি পূৰ্ণ বৰ্তমান আৰু পূৰ্ণ ভূতকাল নামৰ দুটা কাল আছে। গতিকে মুখ্য কালবিভাগ তলত দিয়া ধৰণে হ'বগৈ ঃ

| | | |
|---|---|---|
| নিত্য বৰ্তমান ঃ | আঁ হা-ই | 'মই খাওঁ' |
| তাৎকালিক বৰ্তমান ঃ | আঁ হা-বে-না | 'মই খাওঁ' |

| | | |
|---|---|---|
| ভূতকাল ঃ | আঁ-হা-বে-ম্ | 'মই খালোঁ' |
| ভৱিষ্যত কাল ঃ | আঁ হা-ন্ | 'মই খাম' |
| পূৰ্ণ বৰ্তমান কাল ঃ | আঁ হা-ৰি | 'মই খাইছোঁ' |
| পূৰ্ণ ভূতকাল ঃ | আঁ হা-ৰো-ম-দে | 'মই খাইছিলোঁ' |

১২.১ নিত্য বৰ্তমান কালৰ অবিচ্ছিন্নতা অৰ্থ প্ৰকাশ কৰিবলৈ ধাতু আৰু পূৰ্ণ বৰ্তমান কালৰ বিভক্তিৰ মাজত -চি- প্ৰত্যয় দিয়া হয়। তাৎকালিক বৰ্তমানৰ অবিচ্ছিন্নতা অৰ্থত ক্ৰিয়াৰ অসমাপিকা ৰূপৰ (ধাতুৰ পিছত -ঙ্না যোগ কৰি) লগত আছে ক্ৰিয়া (দু-ই) যোগ দিয়া হয়। ক্ৰিয়াৰ অসমাপিকা ৰূপৰ পিছত আছে ক্ৰিয়াৰ ভৱিষ্যত কালৰ ৰূপ (দু-ন) যোগ দি ভৱিষ্যত কালৰ অবিচ্ছিন্নতাৰ অৰ্থ প্ৰকাশ কৰা হয়। ভৱিষ্যত কালৰ অবিচ্ছিন্নতা ৰূপৰ পাছত পূৰ্ণ ভূতকালৰ বিভক্তি -দে লগ লগালে ভূত কালৰ অবিচ্ছিন্নতাৰ অৰ্থ প্ৰকাশিত হয়। উদাহৰণ —

| | |
|---|---|
| (১) আঁ হা-চি-ৰি | 'মই খাই আছোঁ' (নিত্য বৰ্তমান) |
| (২)আঁ হা-ঙ্না দু-ই | 'মই খাই আছোঁ' (তাৎকালিক বৰ্তমান) |
| (৩) আঁ হা-ঙ্না দু-ন | 'মই খাই থাকিম' |
| (৪) আঁ হা-ঙ্না দু-ন-দে | 'মই খাই আছিলোঁ' |

**১৩। প্ৰশ্নাৰ্থক আৰু নাস্ত্যৰ্থক প্ৰত্যয় ঃ**

দেউৰী ভাষাত ক্ৰিয়া ৰূপৰ পাছত নাস্ত্যাৰ্থক -আ যোগ কৰা হয়। প্ৰশ্নাৰ্থক প্ৰত্যয় হৈছে -না। ই ক্ৰিয়াৰ সাধাৰণ নাইবা নাস্ত্যৰ্থক ৰূপৰ পাছত সংযোজিত হয়। -না বিশেষণ -ৰূপৰ পাছতো লগ লাগিব পাৰে। উদাহৰণ —

| | |
|---|---|
| ন নিজিঁ | 'তুমি জানা' |
| ন নিজিঁ-না | 'তুমি জানা নে?" |
| ন নিজিঁ-আ | 'তুমি নাজানা' |
| ন নিজিঁ-আ-না | 'তুমি নাজানা নে? |
| মোছি চ্চাই-না | 'মানুহজন ভাল নে?' |

**১৪। অন্য প্ৰত্যয় ঃ**

ধাতুৰ লগত পৰ প্ৰত্যয়, পূৰ্ব-প্ৰত্যয় নাইবা মধ্য-প্ৰত্যয় সংযোগ কৰি বিভিন্ন ভাব প্ৰকাশ কৰা ৰীতি দেউৰী ভাষাৰ এটা ডাঙৰ বিশেষত্ব। তলত সেইবোৰৰ সাধাৰণ আলোচনা দিয়া হ'ল—

**(ক) ধাতুৰ পিছত যোগ হোৱা প্ৰত্যয় ঃ**

(১) -ঙ্না (অসমাপিকা) ঃ হা-ঙ্না 'খাই', কিনা-ঙ্না 'শুনি'।

(২) -বহ /-মহ (বৰ্তমান কালিক কৃদন্ত) ঃ হা-বহ 'খাওঁতে', নি-মহ 'ধৰোঁতে'





(৩) -বাই/-মাই (কাৰণে) ঃ ক-বাই 'অহা কাৰণে', ন-মাই 'কৰা কাৰণে'।

(৪) -বে/-মে (অনুজ্ঞা) ঃ হা-বে 'খোৱা', নি-মে 'পি খোৱা'।

(৫) -ব্বা/-ন্মা (ভূতকালিক কৃদন্ত) ঃ কা-ব্বা 'তিতা', কাঁ-ন্মা 'গৰম'।

(৬) -নৈ (তুমুনাৰ্থক) ঃ হা-নৈ 'খাবলৈ' (সাধাৰণ অৰ্থত); যেনে — তিজু হা-নৈ চ্চুই 'আম খাবলৈ ভাল '; হা-কু-নৈ 'খাবলৈ' (ব্যক্তিৰ ক্ষেত্ৰত); যেনে — আঁ মঁক হা-কু-নৈ কে-না 'মই ভাত খাবলৈ যাওঁ।'

**(খ) ক্ৰিয়া-ৰূপৰ পাছত বহা প্ৰত্যয় ঃ**

(১) -আ (কৰ্তাজনক বুজায়) ঃ হা-ই-আ 'খাওঁতা', পুঁজি হামকু-ই-আ 'সোণ চুৰ কৰা জন অৰ্থাৎ সোণাৰী'। (২) -চ্চ (সঁজুলি বা পাত্ৰ বুজায়) ঃ সি-চ্চ 'হাল', হা-চ্চ 'খোৱা পাত্ৰ',

**(গ) ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপৰ পাছত যোগ হোৱা প্ৰত্যয় ঃ**

(১) -তি (নোপোৱা, নকৰা আদি অৰ্থত) ঃ হা-ই-আ-তি 'খোৱা নাই', নিমা-ই-আ-তি 'পোৱা নাই।'

(২) -বা/-মা (কোনো গুণ বা দোষ থকা অৰ্থত) ঃমে-ই 'শকত হয়', মে-ই-আ 'শকত নহয়', মে-ই-আ-বা 'খীণ', কিনা-ই 'শুনে', কিনা-ই-আ 'নুশুনে', কিনা-ই আ-মা 'কলা'।

**(ঘ) ধাতুৰ আগত যোগ হোৱা প্ৰত্যয় ঃ**

দা- (নিষেধাত্মক অনুজ্ঞা অৰ্থত) ঃ দা-হা 'নাখাবা', দা-ক 'নাহিবা', দা-নিচ্চা 'নক'বা'।

**(ঙ) ধাতু আৰু ক্ৰিয়া-বিভক্তিৰ মাজত বহা প্ৰত্যয় ঃ**

(১) -চি-(পুনঃ পুনঃ অৰ্থত) ঃ হা-চি-ন 'বাৰে বাৰে খাই থাকিম'।

(২) -জু- (পাৰস্পৰিক অৰ্থত) ঃ য়ো-জু-ই 'পৰস্পৰে কটাকটি কৰে।'

(৩) -জে- (বাধ্যতা অৰ্থত) ঃ হা-জে-ন 'খাব লাগিব।'

(৪) -তে- (শেষ কৰা অৰ্থত) ঃ হা-তে-ই' শেষ কৰি খায়'।

(৫) -পা- (পাঁচনী অৰ্থত) ঃ হা-পা-ই 'খুৱায়'।

(৬) -মা- (সক্ষম অৰ্থত) ঃ হা-মা-ই 'খাব পাৰোঁ।'

(৭) -মু- (বৈধ অৰ্থত) ঃ হা-মু-ই 'খাব পায়', হা-মু-ই-আ 'খাব নাপায়'।

(৮) -ৰো - (সম্পন্ন হোৱা অৰ্থত) ঃ কু-ৰো-ম 'পৰি গ'ল', 'চি -ৰো-ম 'মৰি গ'ল'।

(৯) -হা- (কোনো কাৰ্য কৰি অহা অৰ্থত) ঃ নিচ্চ-হা-ৰি 'কৈ আহিছোঁ।'

**১৫। নিৰ্দিষ্টতাবাচক আৰু সংখ্যাবাচক শব্দ ঃ**

দেউৰী ভাষাত দহ সংখ্যাৰ আৰু চাৰি সংখ্যাৰ একোটা গোটেৰে গণনা কৰা হয় আৰু তাৰ বাবে বিশেষ্য শব্দৰ পাছত কিছুমান ৰূপ লগ লগোৱা হয়। সেইবোৰে নিৰ্দিষ্টতা

ভাব প্ৰকাশ কৰে। সেই ৰূপবোৰ মূল শব্দৰ লগত লগ লগাৰ কোনো বিশেষ পদ্ধতি আছে যেন নালাগে। অৰ্থাৎ সেইবোৰ ৰূপ সাপেক্ষে। তলত দিয়া উদাহৰণবোৰৰ দ্বাৰা কথাটো স্পষ্ট হ'ব ঃ

**(১) মুজা** (মানুহ বুজোৱা ৰূপৰ বাহিৰে আন ৰূপৰ লগত যোগ হয়; যেনে— পাত-মুজা 'পাঠ এক') ঃ গণনা ঃ

মুজা = ১, মুহনি = ২, মুঙ্‌দা = ৩, মুত্‌চ্চি = ৪, মুমুআ = ৫, মুচ্চু = ৬, মুচ্চিঙ্ = ৭, মুচ্চে = ৮, মুদুগু = ৯, মুদুগা = ১০, মুদুগা মুজা = ১১, মুদুগা মুহনি = ১২, মুদুগা মুঙ্‌দা = ১৩, মুদুগা মুত্‌চ্চি = ১৪, মুদুগা-মুমুআ = ১৫, মুদুগা মুচ্চু = ১৬, মুদুগা মুচ্চিঙ্ = ১৭, মুদুগা মুচ্চে = ১৮, মুদুগা মুদুগু = ১৯, কুআচ্চা = ২০, কুঁআকিন্ = ৪০, কুঁআঙ্‌দা = ৬০, কুঁআত্‌চ্চি = ৮০, কুঁআত্‌চ্চি কুঁ আচ্চা = ১০০

**(২) জুগিচ্চা** (মানুহৰ বাহিৰে আন ক্ষেত্ৰত বুজোৱা গোট) ঃ

জুগিচ্চা = ৪, জুগিকিন = ৮, জুগিঙ্‌দা = ১২, জুগিত্‌চ্চি = ১৬, জুগিত্‌চ্চি জুগিচ্চা = ২০

**(৩) কুজা** (কটাৰী, কুঠাৰ, অস্ত্ৰ-শস্ত্ৰ, যান-বাহন আদিৰ লগত যোগ হয় ; যেনে, ৱোগি-কুজা 'এখন কটাৰী') ঃ

কুজা = ১, কুহনি = ২, কুঙ্‌দা = ৩, কুত্‌চ্চি = ৪, কুমুআ = ৫, কুচ্চু = ৬, কুচ্চিঙ্ = ৭, কুচ্চে = ৮, কুজুগু = ৯, কুজুগা = ১০

**(৪) গুজা** (বাঁহ, পেন্সিল আদি শব্দৰ লগত যোগ হয়; যেনে — য়ুআ-গুজা 'এডাল বাঁহ') ঃ

গুজা = ১, গুহনি = ২, গুঙ্‌দা = ৩, গুত্‌চ্চি = ৪, গুমুআ = ৫, গুচ্চু = ৬, গুচ্চিঙ্ = ৭, গুচ্চে = ৮, গুদুগু = ৯, গুদুগা = ১০

**(৫) তিচ্চা** ( আম, তামোল, আলু, কণী, বাটি আদি বুজোৱা শব্দৰ পাছত যোগ হয়; যেনে, গুই-তিচ্চা 'এটা তামোল') ঃ

তিচ্চা = ১, তিকিনি = ২, তিগ্‌দা = ৩, তিত্‌চ্চি = ৪, তিমুআ = ৫, তিচ্চু = ৬, তিচ্চিঙ্ = ৭, তিচ্চে = ৮, তিজুগু = ৯, তিজুগা = ১০

**(৬) দুক্‌চ্চা** ( মানুহ বুজোৱা শব্দৰ লগতহে ব্যৱহাৰ হয়; যেনে — মোছি-দুক্‌চ্চা 'এজন মানুহ') ঃ

দুক্‌চ্চা = ১, দুকুনি = ২, দুগুঙ্‌দা = ৩, দুগুত্‌চ্চি = ৪, দুগুমুআ = ৫, দুগুমুচ্চু = ৬, দুগুমুচ্চিঙ্ = ৭, দুগুমুচ্চে = ৮, দুগুমুদুগু = ৯, দুগুমুদুগা = ১০

**(৭) তিজা** ( কাপোৰ, ৰছী, সূতা, দীঘল মাছ আদিৰ লগত যোগ হয়; যেনে—ডি [ড্ৰিঙ] তিজা 'কাপোৰ এখন') ঃ





তিজা = ১, তিহিনি = ২, তিঙ্‌দা = ৩, তিত্‌চ্চি = ৪, তিমুআ = ৫, তিচ্চু = ৬, তিচ্চিঙ্ = ৭, তিচ্চে = ৮, তিজুগু = ৯, তিজুগা = ১০

**(৮) পাত্‌চ্চ** (ছাতি, বেজি, ব'ঠা, মাছ-ধৰা জোঙাল অস্ত্ৰ আদি বুজোৱা শব্দৰ পিছত যোগ হয়; যেনে— চিমি-পাত্‌চ্চা 'এটা বেজি') ঃ

পাত্‌চ্চা = ১, পাত্‌কিন = ২, পাত্‌দা = ৩, পাত্‌চ্চি = ৪, পামুআ = ৫, পাত্‌চ্চু = ৬, পাত্‌চ্চিঙ্ = ৭, পাত্‌চ্চে = ৮, পাত্‌দুগু = ৯, পাত্‌দুগা = ১০

**(৯) পে'চ্চা** (কাণ, নাক, হাত, ভৰি আদি বুজোৱা শব্দৰ পাছত যোগ হয়; যেনে — আপাচু-পে'চ্চা 'এখন ভৰি') ঃ

পে'চ্চা = ১, পেকিনি = ২, পে'গ্‌দা = ৩, পেত্‌চ্চি = ৪, পেমুআ = ৫, পেচ্চু = ৬, পেচ্চিঙ্ = ৭, পেচ্চে = ৮, পেজুগু = ৯, পেজুগা = ১০

**(১০) চিতিচ্চ** (ফলা বাঁহ, কাঠৰ চেপেটা টুকুৰা, টিনৰ চেপেটা টুকুৰা আদি বুজোৱা শব্দৰ পিছত যোগ হয়; যেনে— কাপি-চিতিচ্চ 'এখনি পীৰা') ঃ

চিতিচ্চা = ১, চিতিকিন = ২, চিতিঙ্‌দা = ৩, চিতিচ্চি = ৪, চিতিমুআ = ৫, চিতিচ্চু = ৬, চিতিচ্চিঙ্ = ৭, চিতিচ্চে = ৮, চিতিদুগু = ৯, চিতিদুগা = ১০

**(১১) হাচ্চা** (কাগজৰ খিলা, গছৰ পাত, পাণ আদি বুজোৱা শব্দৰ পিছত যোগ হয়; যেনে — পেমচু-হাচ্চা 'পাণ এখিলা') ঃ

হাচ্চা = ১, হাকিনি = ২, হাগ্‌দা = ৩, হাত্‌চ্চি = ৪, হামুআ = ৫, হাচ্চু = ৬, হাচ্চিঙ্ = ৭, হাচ্চে = ৮, হাজুগু = ৯, হাজুগা = ১০

**(১২) মাহ আৰু দিনৰ গণনা**

তলত দিয়া ধৰণে মাহ আৰু দিনৰ গণনা কৰা হয় ঃ

(মাহ) য়াচ্চা = ১, য়াকিনি = ২, য়াগ্‌দা = ৩, য়াত্‌চ্চি = ৪, য়ামুআ = ৫, য়াচ্চু = ৬, য়াচ্চিঙ্ = ৭, য়াচ্চে = ৮, য়াজুগু = ৯, য়াজুগা = ১০

(দিন) চাজা = ১, চাহিনি = ২, চাঙ্‌দা = ৩, চাত্‌চ্চি = ৪, চামুআ = ৫, চাচ্চু = ৬, চাচ্চিঙ্ = ৭, চাচ্চে = ৮, চাজুগু = ৯, চাজুগা = ১০

**(১৩) পূৰণ বাচক সংখ্যাবাচক শব্দ ঃ**

এনেবোৰ শব্দ তলত দিয়া ধৰণে সিদ্ধ হয় ঃ

মচ্চা 'এবাৰ', মকিনি 'দুবাৰ', মগ্‌দা 'তিনি বাৰ', মত্‌চ্চি 'চাৰি বাৰ', মমুআ 'পাঁচ বাৰ', মচ্চু 'ছবাৰ', মচ্চিঙ্ 'সাত বাৰ', মচ্চে 'আঠ বাৰ', মদুগু 'নবাৰ', মদুগা 'দহ বাৰ'

**(১৪) প্ৰতিধ্বন্যাত্মক শব্দ ঃ**

দেউৰী ভাষাত শব্দৰ প্ৰথম ধ্বনিটো 'চ' বা 'জ' হয়, তেনেহ'লে পাছৰ অংশত 'প' হ'ব আৰু আন ক্ষেত্ৰত পাছৰ অংশত 'চ' হ'ব; যেনে — চিঙ্-পিঙ্ 'নিমখ-চিমখ', চি-পি

'কুকুৰ-চুকুৰ', ঝিবি-পিবি 'বাটি-চাতি'; কিন্তু দু-চু 'কুকুৰ-চুকুৰ', মেপুঁ-চেপুঁ 'ভালুক-চালুক' ইত্যাদি।

**(১৫) শব্দমালা ঃ**

| | |
|---|---|
| অঁচ্চ$^{২}$ | 'অপেক্ষা কৰ্' |
| অচ্চ$^{১}$ | 'হাত পাত্' |
| অজ$^{১}$ | 'খেল্' |
| অত$^{১}$ | 'চা' |
| অমৃচ্চাৰে$^{১}$ | 'বহুত' |
| অচিগি$^{১}$ | 'নখ, খুৰা' |
| অচ্তি$^{১}$ | 'আঙুলি' |
| আঁ$^{১}$ | 'মই' |
| আইঁআ$^{১}$ | 'বোৱাৰী' |
| আউগ$^{১}$ | 'পথাৰৰ দাঁতি' |
| আকুঁ$^{২}$ | 'বাম' |
| আকুঁ$^{১}$ | 'কাণ' |
| আকুঁ$^{১}$ চ্চিআ$^{১}$ | 'কাণৰ লতি' |
| আকোগু$^{২}$ | 'নৰ্দমা, খাল' |
| আচ্চঁ$^{২}$ | 'ঘৰ' |
| আতিগু$^{২}$ | 'গাঁও' |
| আচি$^{২}$ | 'পৰ্বত' |
| আঝে$^{১}$ | 'পেছাব' |
| ইকু$^{২}$ | 'বান্দৰ' |
| ইকঁ$^{২}$ | 'ফুল' |
| এচ্ছু$^{২}$ | 'জখলা' |
| ওতুঁ$^{১}$ | 'হাত' |
| কনু$^{২}$ | 'বতৰ' |
| কাৰি$^{২}$ | 'ছাই' |
| কুবি$^{১}$ | 'খালৈ' |
| কুচিৰি$^{১}$ | 'ঔষধ' |
| কুচিৰি$^{২}$ | 'সুঁহুৰি' |
| গিয়া$^{২}$ | 'মৌ-মাখি' |





| | |
|---|---|
| নিচা$^{২}$ | 'ফণি' |
| গুঁ$^{২}$ | 'ফৰিং' |
| গুই$^{২}$ | 'তামোল' |
| ঙেং$^{২}$ [ঞেং$^{১}$] | 'জুই' |
| ঙিং$^{২}$ [ঞিং$^{২}$] | 'কাপোৰ' |
| চ্চা$^{২}$ | 'বেয়া' |
| চ্চা$^{১}$ | 'গছৰ পাত' |
| চ্চুই$^{২}$ | 'ভাল' |
| চ্চুঁই$^{২}$ | 'চূণ' |
| জু$^{২}$ | 'মাত্' |
| জুঁ$^{২}$ | 'খোঁচ্' |
| জুবুকা$^{১}$ | 'শাক-পাচলি' |
| জেঁচ$^{১}$ | 'গামোচা' |
| তাৰু$^{২}$ | 'কচু' |
| তি$^{২}$ | 'ওকণি' |
| দু$^{২}$ | 'কুকুৰা' |
| দুঁ$^{২}$ | 'বাস কৰ্' |
| দুজা$^{১}$ | 'কণী' |
| পৰ্পা$^{২}$ | 'গছ' |
| বাঙ্$^{২}$ | 'দেউতা' |
| মিঁ$^{২}$ | 'ধান' |
| মেই$^{২}$ | 'ম'হ' |
| য়া$^{১}$ | 'পৃথিৱী' |
| ৰা$^{২}$ | 'উতলা' |
| চিৰিঙ$^{২}$ | 'তপিনা' |
| চ$^{২}$ | 'শৰীৰ' |
| ঝি$^{১}$ | 'পানী' |
| মোই$^{২}$ | 'বন্ধু' |
| হা | 'খা' |
| হাতি$^{১}$ | 'দাঁত' |

# টাই ভাষাৰ পৰিচয়

নবীন শ্যাম ফালুং

টাই ভাষা বুলি ক'লে সমগ্ৰ টাই জাতিৰ মাত কথাকে বুজায়। এই টাই জাতিৰ অন্তৰ্গত কেইবাটাও গোষ্ঠীৰ লোক আছে। টাই জাতিৰ লোকসকল এচিয়া মহাদেশত বিয়পি থকা বিৰাট চীন-তিব্ৰতীয় জনগোষ্ঠীৰ এটা অংশহে। অতীতৰ বুৰঞ্জী মতে টাইসকলৰ আদি আৰু প্ৰথম বাসস্থান মৌঙ্‌হি মৌঙ্‌হাম বা মৌঙ্‌ৰি-মৌঙ্‌ৰাম। সেই মৌঙ্‌ৰি মৌঙ্‌ৰামতে প্ৰথম অৱস্থাত টাইসকলে ৰাজত্ব কৰিছিল। খুন্‌লুং আৰু খুন্‌লাই নামৰ দুয়ো ককাই-ভাই পোনতে ৰজা হৈছিল। খুন্‌লুং খুন্‌লায়েই টাইসকলৰ আদি শাসনকৰ্তাৰূপে মৌংৰি মৌঙ্‌ৰামত ৰাজ্য স্থাপন কৰিছিল। সেই মুংৰি মুংৰামৰ পৰাহে কালক্ৰমত টাইসকল বেলেগ বেলেগ ঠাইত সিঁচৰতি হৈ পৰে। বুৰঞ্জীমতে লাও বোলা এজন লোকে খেহ দেশত (চীন দেশত) ৰাজ্য স্থাপন কৰিছিল। খুন্‌লায়ে মৌংৰি মৌংৰামতে ৰজা হৈ থাকিল। খুন্‌লুঙে পুনৰ স্বৰ্গলৈ ঘূৰি গ'ল। সেই খুন্‌লুং আৰু খুন্‌লাইৰ বংশৰ পৰা টাই জাতিৰ উৎপত্তি হয়।

খুন্‌লাইৰ বংশধৰসকলে মৌংৰি মৌংৰামত থাকি গ'ল। তাৰ পিছত তেওঁলোকৰ মাজত ভাগ ভাগ হৈ বেলেগ বেলেগ ঠাইত ৰাজ্য স্থাপন কৰিলে, লাঙুৰে খেহ দেশৰ শাসনকৰ্তা হ'ল। আনহাতে বাকী ৰাজবংশবিলাক, যেনে — টাইফা, টাইখা, টাইপুম্, টাইপং, চাউ টাইলুং, চাউ চাংএৱাউ, ফুচাংখাং আদি ৰাজবংশবিলাকে মাইউলুং পং, য়ুন্‌লুং আদি ঠাইত ৰাজ্য স্থাপন কৰি শাসনকৰ্তা হ'ল। অতীত কালৰ পৰা বৰ্তমানলৈকে এই ৰাজবংশবোৰৰ মাজত টাই ভাষা চলি আহিছে। কিন্তু যুগ পৰিৱৰ্তন তথা ঠাইৰ পৰিৱৰ্তন হোৱাৰ লগে-লগে মানুহৰ অৱস্থাৰো ক্ৰমান্বয়ে পৰিৱৰ্তন ঘটে। বিশেষকৈ সাজপাৰ, খোৱা-লোৱা, আচাৰ-ব্যৱহাৰ আৰু ভাষাৰ প্ৰচলনৰ ক্ষেত্ৰত পৰিৱৰ্তন হোৱা দেখা যায়। পৃথিৱীৰ যি জাতিয়েই নহওক, কালৰ পৰিৱৰ্তনৰ লগে লগে সকলো জাতিৰেই অলপ নহয় অলপ ভাষা-কৃষ্টি আদিৰ সাল-সলনি ঘটে। টাই গোষ্ঠীৰ ভিতৰতো তেনেকৈ সাল-সলনি হোৱা দেখা গৈছে। যেনে — চীন দেশত থকা য়ুনান টাইসকল, ইণ্ডোনেচিয়াত থকা টাইসকল, ব্ৰহ্মদেশত থকা শ্যান টাইসকল আৰু অসমলৈ অহা টাই আহোমসকলৰ মাজত পাৰ্থক্য ঘটিছে। মণিপুৰ সীমান্তৰ সিপাৰে ব্ৰহ্মদেশত থকা ঠাই বিশেষে যেনে — 'টাই টম্মো' বোলা ঠাইখন টাই মানুহেৰে বসতিপূৰ্ণ অঞ্চল আছিল। সেই মানুহবিলাকক





ব্ৰহ্মদেশৰ মানুহে 'শ্যান' বুলি কয়। সেই মানুহখিনি লাহে-লাগে মান বা ব্ৰহ্মদেশীয় মানুহৰ লগত বসবাস কৰি থকাৰ ফলত লাহে লাহে তেওঁলোকৰ নিজৰ কথিত টাই ভাষা পাহৰি ব্ৰহ্মদেশীয় ভাষা ক'ব লগা হয়। লিখা পঢ়াৰ ক্ষেত্ৰতো ব্ৰহ্মদেশীয় ভাষা শিকিবলগীয়া হয়। বৰ্তমান তেওঁলোকে মান বা ম্যান্‌মা বুলিহে পৰিচয় দিব লগা হৈছে। বুঢ়া মানুহবিলাকে এতিয়াও কয়, "আগতে আমি টাই শ্যাম মানুহ আছিলোঁ, এতিয়া আমি নিজৰ মাতৃভাষা পাহৰি ব্ৰহ্মদেশীয় ভাষাৰে কথা বতৰা, পঢ়া-শুনা কৰিব লগা হ'লোঁ।" সৌ সিদিনা আমাৰ আপোন দেউতা আৰু গাঁৱৰ বুঢ়া-বুঢ়ী মানুহবিলাকে টম্মোলৈ গৈছিল, সেই সময়ত ঠাইখন টাই টম্মো বুলিহে জনাজাত আছিল। তেতিয়াৰ দিনত কিছুসংখ্যক মানুহে টাই ভাষা ক'ব পাৰিছিল, কিন্তু এতিয়া সকলো পাহৰি গ'ল। ইয়াৰ কাৰণ হ'ল — পৰিস্থিতিয়ে বাধ্য কৰোৱাটো। যি ঠাইত যি মানুহৰ সংখ্যা গৰিষ্ঠতা থাকে, তাৰে সৈতে থকা কম সংখ্যক মানুহ ক্ৰমে সংখ্যালঘুত পৰিণত হৈ ঘাই সুঁতিটোৰ লগত মিলি যায়। সেইদৰে ভাষাৰো পৰিৱৰ্তন হৈ যায়। কম সংখ্যক মানুহে সংখ্যাগৰিষ্ঠ মানুহৰ মাজত থাকিলে আপোনা-আপুনি এদিন নহয় এদিন নিজৰ ভাষা-সংস্কৃতি আদি হেৰুৱাব লগা হ'বই। আনৰ কথা বাদেই, আমাৰ ভাই ৰজা স্বৰ্গদেউ চাউলুং চুকাফাৰ লগত অহা টাইসকলৰ বিষয়ে উনুকিয়াই দিব খুজিছোঁ যে স্বৰ্গদেউ চুকাফাৰ লগত বহুত সৈন্য-সামন্ত আৰু কেইবা ঘৰো ডা-ডাঙৰীয়াসকলৰ সপৰিয়ালে সৌমাৰ অঞ্চলৰ মৌং ডুন্ চুন্ খাম্ বা মৌনুন্ চুন্‌খামত আহি ১২২৮ খ্ৰীষ্টাব্দত ৰাজ্য প্ৰতিষ্ঠা কৰিলে। স্বৰ্গদেউৰ লগত অহা ৰণুৱা আৰু ডা-ডাঙৰীয়া সকলোৱে টাই মানুহ আছিল। তেওঁলোক সৌমাৰত সোমাই সাত ৰাজক মাৰি এক ৰাজ কৰি 'ৰাউ আউ হোম্ য়ু হোম্ চাউ' বুলি কৈ স্থানীয় মানুহৰ লগত মিত্ৰতা স্থাপন কৰিলে। 'ৰাউ আউ হোম্ য়ু হোম্ চাউ' — টাই অৰ্থ হ'ল — আমি একেলগে সকলোকে সামৰি লৈ থাকোঁ। গতিকে সেই 'আউ হোম' শব্দৰ পৰা পাছত অপভ্ৰংশ হৈ আহোম হ'ল। লাহে লাহে মানুহবোৰ আহোম নামেৰে খ্যাত হৈ পৰে। তেওঁলোক শ্যান বা টাই মানুহ আছিল।[১] স্বৰ্গদেউ চুকাফাই দয়চেঃ পাহাৰত ৰাজধানী পাতিলে। বৰ্তমানে এই পাহাৰ চৰাইদেউ বুলি জনাজাত।

দয়চেঃ টাই শব্দ; দয় মানে পাহাৰ, চেঃ মানে নগৰ; দুয়োটা লগ লাগি দয়চেঃ অৰ্থাৎ পাহাৰৰ ওপৰত নগৰ বুজাইছে। সেই দয়চেঃ পাহাৰৰ নাম পিছত 'চেংৰাইদয়'[২] নাম হৈ ক্ৰমে চেংৰাইদয়ৰ পৰা চৰাইদেউ হৈ পৰিছে। সেই দয়চেঃ ৰাজধানীতে স্বৰ্গদেউ চুকাফাই দেশৰ মংগলৰ কাৰণে টাই নিয়মেৰে মেংবান্ মেঃ-মুঙ্ ৰিক্‌খন্ বান্-খন্‌মৌঙ্ যজ্ঞ

১ * *লিক্‌খোমৌঙ্ (টাই তাইতন সকলৰ বুৰঞ্জী) নামৰ পুথি, গুৱাহাটী প্ৰত্নতত্ত্ব সংগ্ৰহালয়, ১৯ পাণ্ডুলিপি দ্ৰষ্টব্য।*

২ *'চৰাইদেউ'*

কৰিলে। তেতিয়া তেওঁ তিনিখন টাই দেশ আৰু দুখন স্থানীয় দেশৰ ৰজাসকলক "খাংফাক্" (উপহাৰ) হিচাপে টাই দেশ তিনিখনক মুংতিপাম্, মুংআইতন্, মুংখাম্‌জাঙক তিনি ৰঙৰ ৰূপ (টকা) দিলে আৰু তেঁউৰা (চুতীয়া) আৰু কমতা ৰজাক দুই থানকৈ কপাহী কাপোৰ (খংফাক) উপহাৰ দিলে। (আহোম বুৰঞ্জী ঃ অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, পাণ্ডুলিপি সংখ্যা-৫৮)

স্বৰ্গদেউ চুকাফা আৰু তেওঁৰ লগত অহা টাই মানুহবোৰে লাহে লাহে স্থানীয় মানুহৰ লগত মিলিজুলি স্থানীয় ভাষা-কৃষ্টি-সংস্কৃতি আদিৰ ব্যৱহাৰ কৰাত নিজৰ টাই ভাষা-সংস্কৃতিৰ পৰিবৰ্তন ঘটে। লাহে লাহে টাই মানুহখিনিয়ে নিজৰ টাই ভাষা পাহৰি যাবলৈ ধৰিলে। কিন্তু তেওঁলোকৰ কথিত ভাষা পাহৰি গ'লেও নিজৰ হাতেৰে লিখা সাঁচিপতীয়া পুথিবোৰত বুৰঞ্জী, সাহিত্য, সাধুকথা, মন্ত্ৰ, বুদ্ধৰ জাতক আদি টাই আখৰেৰে সুকীয়া বৰ্ণমালাত লিখা নিদৰ্শনবোৰ থাকি গ'ল। তেৰ শতিকাত অসমলৈ অহা টাই লোকসকলে পিছত তেওঁলোকৰ নিজৰ ভাষা পৰিৱৰ্তন হোৱাৰ ফলত অসমীয়া ভাষাকে আঁকোৱালি ল'লে। অসমীয়া ভাষা লোৱা সত্ত্বেও টাই ভাষাৰ নিদৰ্শন লুপ্ত হৈ নগ'ল। এতিয়াও বহুতো টাই শব্দ অসমীয়া ভাষাত সোমাই আছে। যেনে — ঠাইৰ নাম, বস্তুৰ নাম, নদীৰ নাম, সম্বন্ধবাচক শব্দ আদি টাই ভাষাতে থাকি গ'ল। অসমীয়া ভাষাত থকা নদীবাচক টাই শব্দৰ ভিতৰত নামতি, নামদাং, নামৰূপ, নামবৰ, নামচিক, নামজান, নামচাই আদি প্ৰধান। দৈনন্দিন বস্তুৰ নামৰ ভিতৰত — বানবাটি (বান-টাই, বাটি-অসমীয়া), দুটাকৈ শব্দাংশ উচ্চাৰণ কৰি — মিত-কটাৰী, হেংদাং, টৌম (তুম্), লাং (লাং খাই পৰা), লুং (লুংলুঙীয়া), কাণ (কাণমাৰী) ইত্যাদি। ঠাইৰ নামো টাই ভাষাত অনেক ঠাইত এতিয়াও চলি আছে। যেনে — টিফুক্, টিয়ক, তিপাম, মাকুম, টিৰাপ, তিপং, তিতাবঃ (তিতাবৰ), চেংপন, মেলেং, চেংলেঙ্ ইত্যাদি। অসমীয়া তিতাবৰ শব্দটো টাই তিঃ-তা-বঃ-ৰ। টাই ভাষাৰ অৰ্থ টি-মানে ঠাই, তা-ঘাট, বা-বাট, ব-হ'ল নিজৰা, খনি বা উঁহ। গতিকে তিতাবৰ মানে উঁহ খনি অৰ্থাৎ খনিৰ ঘাট। হয়তো আগৰ দিনত খনিৰ ঘাট বা নিজৰাৰ উঁহ ঘাট আছিল। সেই কাৰণে নাম পালে খনিৰ ঘাট বা তিতাবঃ, পিছলৈ বঃৰ ঠাইত বৰ হৈ পৰে। সেইদৰে নামবঃ শব্দটো গৰম পানীৰ উঁহ থকাৰ কাৰণে নামবঃ দিয়া হৈছিল। কওঁতে কওঁতে নামবঃ, নামবৰ হৈ পৰে। সি যিয়েই নহওক, অসমত থকা টাইসকলৰ ভাষা অসমীয়া ভাষাৰ লগত সংমিশ্ৰিত হৈ অসমীয়া ভাষা চহকী কৰা বুলি আমি ভাবোঁ।

টাই ভাষাটো উচ্চাৰণ কৰোঁতে একে ধৰণৰ সুৰ লহৰৰ তাৰতম্য ঘটি বেলেগ বেলেগ অৰ্থ হোৱাৰ কাৰণে অ-টাইসকলৰ কাৰণে কোৱাত আৰু বুজাত টান হয়। টাই ভাষাটো সুৰপ্ৰধান হোৱাৰ বাবে একোটা শব্দৰ পাঁচ-ছটা সুকীয়া সুৰলহৰ ওলায়। যেনে—

$\Omega$ = কা শব্দটিলৈ চোৱা যাওক

| | | |
|---|---|---|
| (১) কাঃ (দীৰ্ঘ স্বৰ) | অৰ্থ হৈছে | - কাউৰী |
| (২) কাঃ (মধ্যম) | " " | - কঠীয়া |





| | | |
|---|---|---|
| (৩) কাঃ (উচ্চ দীৰ্ঘ) | " " | -বেপাৰ |
| (৪) কা' (দীৰ্ঘ নিম্ন) | " " | -থোৰা |
| (৫) কাঃ (মধ্যম) | " " | -নাচা |
| (৬) কাঃ˚ (দীৰ্ঘ) | " " | -নাটনি |

এইবোৰৰ বেলেগ বেলেগ উচ্চাৰণ বেলেগে বেলেগ সুৰ লহৰ অনুসৰি বিভিন্ন অৰ্থ হয়। উচ্চাৰণৰ ধৰণ আৰু বাক্যৰ সংগতিৰ লগতহে সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰে। উচ্চাৰণৰ স্তৰ উঠা, নমা, মধ্যম হৈ থাকে। খামতি, আইতন, ফাকে, খাময়াং (খামজাং) সকলৰ বৰ্ণমালাবিলাক একে। কাৰণ তেওঁলোক একে টাই গোষ্ঠীৰ লোক। তেওঁলোকে অতীতৰ পৰা একেটা বৰ্ণমালাকে লিখা-পঢ়া কৰি আহিছে। সেই কাৰণে তেওঁলোকৰ ভাষাও একে; কিন্তু তেওঁলোকৰ ঠাই অনুসৰি অসমীয়া প্ৰভাৱ য'ত বেছি তাত ভাষাটো অলপ পাৰ্থক্য বা পৰিৱৰ্তন হৈছে। আনহাতে ঠাই বিশেষে দুই এটা শব্দৰ পৰিৱৰ্তন হয়। তেওঁলোকৰ ভিতৰত কথা-বতৰা পাতিলে বুজাত সহজ হয়। অসমীয়া ভাষাতো ঠাই বিশেষে অলপ পাৰ্থক্য হোৱা দেখা যায়। সেইদৰে টাই খামতি, টাই আইতন, টাই ফাকে, টাই খাময়াং আৰু টাই তুৰুং অসমত থকা এই পাঁচটা ভাষা-ভাষী লোকৰ মাজতো ঠাই বিশেষে ভাষাগত অলপ পাৰ্থক্য পোৱা যায়। কিছুমান মাতৰ ক্ষেত্ৰত, কিছুমান শব্দৰ বেলিকা আৰু কিছুমান উচ্চাৰণৰ ক্ষেত্ৰত পাৰ্থক্য হয়। কিন্তু একেলগে গোট খাই থকা ভাষা-ভাষী লোক একেদৰে চলি আছে। টাই ভাষাও ভিতৰুৱা গাঁও অঞ্চলত আৰু অসমীয়া মানুহৰ গাঁৰৰ লগত লগ লাগি থকা ঠাইত উচ্চাৰণৰ ক্ষেত্ৰত অলপ পাৰ্থক্য হোৱা দেখা যায়।

খামতি, আইতন, ফাকেসকলৰ স্বৰ বৰ্ণবিলাক চিনৰ ওপৰতে নিৰ্ভৰ কৰে। যেনে —

| | | |
|---|---|---|
| ဢႃ | = | আ /আঃ |
| ဢိ | = | ই |
| ဢီ | = | ঈ |
| ဢု | = | উ |
| ဢူ | = | ঊ |
| ဢေ | = | এ |
| ဢႆ | = | আই |
| ဢေႃ | = | অ /ও |
| ဢေႃး | = | অঃ |
| ဢံ | = | আম |
| ဢႃး | = | আঃঃ |

এই সকলোবিলাক স্বৰবৰ্ণ কেৱল মাত্ৰ এটা। আ স্বৰবৰ্ণ চিনৰ সৈতে া, ি, ী ু যোগ দি বাৰটা স্বৰবৰ্ণ কৰা হয়। গতিকে খামতি, আইতন, ফাকে, খাময়াং আৰু তুৰুংসকলৰ স্বৰবৰ্ণৰ সংখ্যা বাৰটা। তদুপৰি ৌ কাৰ, ইউ-কাৰ, অয়-কাৰ আদি চিন আছে। খামতি

বৰ্ণমালা তলত দেখুওৱা হ'ল। যেনে—

| | | | | | | |
|---|---|---|---|---|---|---|
| [illegible] | [illegible] | [illegible] | = | কা | খা | ঙা |
| [illegible] | [illegible] | [illegible] | = | ছা | ছা | ঞা |
| [illegible] | [illegible] | [illegible] | = | তা | থা | না |
| [illegible] | [illegible] | [illegible] | = | পা | ফা | মা |
| [illegible] | [illegible] | [illegible] | = | য়া | ৱা | লা |
| [illegible] | [illegible] | [illegible] | = | ৰা | হা | আ |

কা-ৰ পৰা আ-লৈকে ১৮টা ব্যঞ্জন বৰ্ণ আছে।

কিন্তু টাই আহোমৰ ব্যঞ্জন বৰ্ণমালা ২৪ টা আছে। ২৪টা ব্যঞ্জনবৰ্ণ থাকিলেও ইয়াৰে ৪টা বৰ্ণ সাঁচিপতীয়া পুথিত আৰু পুৰণা পুথিবিলাকত ব্যৱহাৰ কৰা দেখা নাযায়। যেনে — ধা, ঘা, ভা, ঝা এই চাৰিটা বৰ্ণৰ আখৰ কেইটা। এই চাৰিটা বৰ্ণৰ আখৰ পিছত সংযোগ কৰা বুলি অনুমান কৰা হয়। অসমীয়া বা সংস্কৃত ভাষাৰ নাম-সংজ্ঞা বুজাবলৈ এই বৰ্ণ লৈছে। টাই আহোমৰ ব্যঞ্জন বৰ্ণবিলাক টাই আইতন, খামতি আদিৰ দৰে একে। কেৱল অলপ পাৰ্থক্য যেন দেখি। লিখাৰ ধৰণ আৰু আখৰৰ গঢ়বোৰ একে, কেৱল অলপ জোঙা যেন দেখা যায়।

| | | | | | | |
|---|---|---|---|---|---|---|
| [illegible] | [illegible] | [illegible] | = | কা | খা | ঙা |
| [illegible] | [illegible] | [illegible] | = | না | তা | পা |
| [illegible] | [illegible] | [illegible] | = | ফা | বা | মা |
| [illegible] | [illegible] | [illegible] | = | য়া | চা | থা |
| [illegible] | [illegible] | [illegible] | = | ৰা | লা | ছা |
| [illegible] | [illegible] | [illegible] | = | ঞা | হা | আ |
| [illegible] | [illegible] | [illegible] | = | দা | ধা | গা |
| [illegible] | [illegible] | [illegible] | = | ঘা | ভা | ঝা |





## ব্যঞ্জন বৰ্ণ

পিছৰ যুগৰ অসমীয়া ভাষাৰ উচ্চাৰণৰ অসুবিধাৰ কাৰণে এই ধা, ঘা, ভা, ঝা বৰ্ণ চাৰিটা বঢ়াই লোৱা অনুমান হয়। খামতি আৰু আইতনত এই চাৰিটা বৰ্ণ নাই। তেওঁলোকৰ মাত্ৰ ১৮ টাহে ব্যঞ্জন আছে। বহুতে ক'ব পাৰে যে তেওঁলোকৰ বৰ্ণ কম কাৰণে ভাষাটোত সুৰ লহৰৰ উচ্চাৰণ বেছি। কিন্তু এইটো নহয়। প্ৰত্যেকটো টাই জাতিৰ ভাষা সুৰ লহৰ বিশিষ্ট। খামতি ভাষাৰ কথাকে কওঁ। তেওঁলোকে বৰ্ণমালাত দ, ধ, ব, ভ, ঝ নথকাৰ কাৰণে বাৰ্মা ভাষাৰ পৰাও ধাৰ কৰি ল'ব লগা হয়। টাই ভাষা বা খামতি ভাষাত ধ আৰু ভ নথকাৰ কাৰণে তেওঁলোকে পালি ভাষাত থকা ধ উচ্চাৰণত যেনে — 'ধাম্মা' শব্দটো লিখিবলৈ হ'লে 'থাম্মা' বুলিহে লিখিবলগীয়া হয়। 'ভাগাৱাতু' শব্দ লিখিবলৈ হ'লে লিখা হয় 'ফাকাৱাতু; দ উচ্চাৰণতো ত হয় আৰু গ > ক হয়। যেনে — নমো দাচ্চা ভাগাৱতো (নমো তত্ৰ ভগৱতো)ৰ উচ্চাৰণ টাই ভাষী মানুহৰ মুখত 'নামুঃ তাছা ফাকাৱাতো' আদি। দ-ৰ ঠাইত ত, ভ-ৰ ঠাইত ফ, আৰু ব-ৰ ঠাইত প আৰু গ-ৰ ঠাইত ক উচ্চাৰণ হোৱা দেখা যায়। কাৰণ খামতি, আইতন, ফাকে, খামজাং আদি প্ৰকৃত টাই ভাষা কোৱা মানুহৰ মুখত ব, ভ, দ, ৰ উচ্চাৰণ নহয়। বৰ্ণমালাতো ব, ভ, দ নথকাৰ বাবে মুখত উচ্চাৰণ নাহে। দা, ভা, বা, ধা, গা আদি ব্যঞ্জন বৰ্ণ নথকাৰ বাবে প্ৰয়োজন হ'লে বাৰ্মা বৰ্ণৰ পৰা ধাৰ কৰি লোৱা হয়। থাইলেণ্ড (শ্যাম) দেশত থাই মানুহেও দ-ৰ ঠাইত ত, থ উচ্চাৰণ কৰা শুনা যায়। যেনে— প্ৰদেশ বুলি কওঁতে তেওঁলোকে 'প্ৰথেত ' বুলি উচ্চাৰণ কৰে; দ-ৰ ঠাইত থ হৈ পৰে। আহোম ভাষাটো এই চাৰিটা বৰ্ণ আগৰ যুগত লিখা সাঁচিপতীয়া পুথিত ধ, ভ, ঘ, ঝ পোৱা নাযায়। পিছৰ যুগত অসমীয়া আৰু সংস্কৃতৰ প্ৰভাৱত ঠাইৰ নাম , ব্যক্তিবাচক শব্দ আদিৰ লিপ্যন্তৰ কৰাতহে এই বৰ্ণ বা আখৰকেইটা প্ৰয়োগ কৰা দেখা যায়। খামতি, আইতন, ফাকে আদি অন্যান্য টাইসকলে ধ, ভ, ঘ, ঝ বৰ্ণ নথকাৰ কাৰণে অসমীয়া বা পালি, সংস্কৃত ভাষাৰ শব্দৰ উচ্চাৰণ কৰা অসুবিধা হৈ পৰে। যেনে — সংস্কৃত ধৰ্ম >পালি ধৰ্ম>টাই 'থাম্ম'। ধ-ৰ ঠাইত লিখোঁতে (ω) থ বৰ্ণৰে লিখা হয়। অসমীয়াৰ 'ভাটি' শব্দ লিখিবলগীয়া হ'লে খামতি, ফাকে আৰু আইতনে 'ফাতি' বুলি লিখিব লগা হয়। কাৰণ ভ-ৰ ঠাইত ফ উচ্চাৰণ হয়। গতিকে খামতি, আইতন, ফাকেসকলে টাই ভাষা পঢ়িব লগা হ'লে লগতে বাৰ্মা ভাষাও পঢ়িব লগা হয়। বাৰ্মা ভাষাত পালি শব্দ, পালি গাঁথা, শ্লোকবিলাক ব, ধ, দ, গ, ঘ, ঝ আদি বাৰ্মা ভাষাৰ বৰ্ণৰ সহায়ত লিখা হয়। এই বিলাক বৰ্ণ আখৰ ধাৰ কৰিহে টাই ভাষাত লিখিব পৰা যায়। পালি ভাষাৰ শব্দ বৌদ্ধ শাস্ত্ৰত বহুত সোমাই আছে। সেই পালি শব্দবোৰ পঢ়িবৰ কাৰণে বা লিখিবৰ কাৰণে বাৰ্মা বৰ্ণমালা পঢ়াৰ আৱশ্যক হৈ পৰে।

অসমত বসতি কৰা টাই গোষ্ঠীৰ লোকসকলৰ অৰ্থাৎ খামতি, খাময়াং, আইতন, ফাকে আৰু তুৰুংসকলৰ বৰ্ণমালা একে। কিন্তু বহুতে এই লোকসকলক ভাগ ভাগ কৰি সৰু সৰু গোট কৰি দিয়াৰ ফলতহে এনে ভাগ হৈ পৰে। উদাহৰণ স্বৰূপে নিধাম চাহাবে " লিংগুইষ্টিক্ চাৰ্ভে অফ ইণ্ডিয়া"ৰ দ্বিতীয় ভাগত লিখা টাই মানুহবিলাকৰ বৰ্ণ আৰু ভাষা এটা-এটাকৈ সুধি লিখিবলৈ দিয়াত মানুহবিলাকৰ হাতৰ আখৰ বেলেগ বেলেগ ৰূপত বৰ্ণবোৰ লিপিবদ্ধ কৰা আছে। টাই ভাষাত আ-কাৰ, ই-কাৰ চিনবিলাক এনে ধৰণৰ—

টাই ঃ ႃ ိ ီ ု ူ ေ ႆ ႂ ံ ိူ ႇ

অসমীয়া প্ৰতিৰূপ -া, -ি, ু, ূ, -ে- আই ো ৌ আম্ ইউ (আৰু ) অয়। এই চিন কেইটা দিহে বাক্য, শব্দ, স্বৰ উচ্চাৰণ কৰা হয়। যেনে—

কা = ၵႃ      কি = ၵိ      কু = ၵု

কূ = ၵူ      কে = ၵေ

টাই ভাষাতো অসমীয়া, ইংৰাজীৰ দৰে কাল, বচন, লিংগ, পুৰুষ, বিভক্তি আছে। বৰ্তমান কাল বুজাবলৈ হ'লৈ উ, অ; অতীত কাল বুজাবলৈ কা, য়াউ, পুন্, আৰু ভৱিষ্যত কাল বুজাবলৈ তি আৰু তাক যোগ কৰি কৰা হয়। উদাহৰণ ঃ

(১) মই কালিলৈ যোৰহাটলৈ যাম।

কাউ মুফুক্ তিপাই (তিকা) যোৰ্হাট্।

(২) আইচামে কালি আহিব।

মুফুক্ আইচাম্ তাক্মা

এই বাক্য দুটাত এটাত তি আৰু আনটোত তাক্ লগাই ভৱিষ্যত কাল বুজোৱা হৈছে। ইয়াৰ প্ৰথম বাক্যৰ কাউ শব্দটোৱে মই, মুফুক=কালি, তিপাই=যাম বুজাইছে। টাই বাক্যৰ অৰ্থ হ'ব — মই কালি যাম যোৰহাট। দ্বিতীয় বাক্যটো — আইচাম্ কালিলৈ আহিব। মুফুক্ আইচাম্ তাক্মা মুফুক্ আইচাম্ তিমা। মু-টোৱে সময় বুজাইছে। তিমা আৰু তাক্মা দুটাই ভৱিষ্যত কাল বুজাইছে। বৰ্তমান কাল বুজোৱা বাক্য এনে ধৰণৰ —

(১) আইচাম্ মা অঃ - আইচাম আহিছে।

(২) কাউকিন্ উ - মই খাওঁ।

অতীত কাল

(১) মান পাইকা - তেওঁ গ'ল।

(২) জীখাম হিত্কা - জীখামে কৰিলে।





টাই ভাষাত প্ৰচলিত কেইটামান কালৰ উদাহৰণ তলত দেখুওৱা হ'ল ঃ

**কাল**

| পুৰুষ | বৰ্তমান কাল | অতীত কাল | ভৱিষ্যত কাল |
|---|---|---|---|
| প্ৰথম পুৰুষ এক বচন | কাউ পাই/কা মই যাওঁ। | কাউপাইকা থাও/কা কা মই গ'লোঁ/গৈছিলোঁ। | কাউ তিপাই/কা মই যাম। |
| বহুবচন | হাউ কা/পাই আমি যাওঁ | হাউ পাইকা/কা যাউ আমি গ'লোঁ। | হাউ তিকা/পাই আমি যাম |
| তৃতীয় পুৰুষ একবচন | মান কা মান পাই সি যায়। | মান কা য়াও মান পাই য়াও তেওঁ গ'ল। | মান তাক পাই/ তাক কা সি যাব। |
| তৃতীয় পুৰুষ বহুবচন | খাউ পাই/কা তেওঁলোক যায়। | খাই কাই য়াও/ - কা য়াও/ তেওঁলোক গ'ল। | খাউ তিপাই/কা কা তেওঁলোক যাব। |

**বচন ঃ**

(১) টাই ভাষাত বচন (অসমীয়া ভাষাৰ দৰে) দুটা পোৱা যায়। যেনে —

| **এক বচন** | **বহুবচন** |
|---|---|
| কুন্ (মানুহ) | কুন্ আউখাউ (মানুহবোৰ) |
| কুন্ কঃ লেঙ্ (এজন মানুহ) | কুন্ছং -কঃ (দুজন মানুহ) |
| লুক্ অন্ ক ঃ লেঙ্ (এজন ল'ৰা) | লুক্ অন্ নাম্ নাম্(বহুত ল'ৰা)। |

(২) জন্তু বুজোৱা জাতিবাচক শব্দবোৰত বচন প্ৰয়োগ এনে ধৰণৰ—

| | |
|---|---|
| বু (গৰু) | বু আন্ খাউ (গৰুবোৰ) |
| | বু নাম্ নাম্ (বহুত গৰু) |
| মা (কুকুৰ) | মা আন্ খাউ (কুকুৰবোৰ) |
| | মা নাম্নাম্ (বহুত মেকুৰী) |

**(৩) সংখ্যাবাচক শব্দ ঃ—**

| | |
|---|---|
| মা তুলেঙ্ (এটা কুকুৰ) | মাছং তু (দুটা মেকুৰী) |
| মিউ তুলেঙ্ (এটা মেকুৰী) | মিউ চাম্তু (তিনিটা মেকুৰী) |

## লিংগ

টাই ভাষাত ভালেমান শব্দ স্বাভাৱিকতে পুংলিংগ আৰু স্ত্ৰীলিংগত বিভক্তি হয়।

সম্বন্ধবাচক শব্দৰ ক্ষেত্ৰত—

| পুংলিংগ | | স্ত্ৰীলিংগ | |
|---|---|---|---|
| পঃ | - দেউতা | মে | - মা |
| ফু | - মতা | মিঃ | - মাইকী |
| ফুচাই | - মতা মানুহ | ফুয়িং | - মাইকী মানুহ / মহিলা |
| চাউ | -ভদ্ৰলোক | নাং | - কন্যা/মহিলা |
| পা মাউ | - ডেকা | পাছাউ | - গাভৰু |
| পুঃ | - ককা | য়া | - আবু |
| নুং চাউ | - বৰ দেউতা | পা | - আপা, বৰমা, জেঠী |
| আউ | - খুৰা | মেলু | - খুৰী |
| পংনা | - মহা | মেনা | - মাহী |
| আথৈ | - পেহা | আ | - পেহী |
| পিচাই | - ককাই | পিনাং | - বাই |
| পিচাই | - ককাই | লু | - বৌ |

উভয় লিংগ বুজাবলৈ অসমীয়াত কেৱল মানুহ, হাতী, চৰাই আদি ব্যৱহাৰ কৰাৰ দৰে টাই ভাষাতো উভয় লিংগত ব্যৱহাৰ হয়। যেনে — ৱু (গৰু), চাং (হাতী), নুক্ (চৰাই), মা (কুকুৰ), কুন্ (মানুহ), না (মাছ) ইত্যাদি।

**ক্লীৱ লিংগ ঃ**

টাই ভাষাত ক্লীৱ লিংগ বুজোৱা জড় পদাৰ্থবিলাক - হিন্ (শিল), মাই (কাঠ), তাংকাক্ (চকী), তাং (মেজ), তন্‌মাই (কাঠ টুকুৰা) ইত্যাদি।

অসমীয়া ভাষাত ব্যৱহাৰ হোৱা টাই শব্দ কেইটামানৰ উদাহৰণ—

| **টাই শব্দ** | **অসমীয়া** |
|---|---|
| ৱান্ | বান-বাটি (বানবাটি ) |
| ফ্ৰাক/ফাক | দা - ফ্ৰাক/দা-ফাক্ |
| মিত | মিত - কটাৰী |
| হেংদাং | হেংদাং |
| লং | লুংলুঙীয়া |
| তক্ | টক্‌টকীয়া (অনুকাৰ শব্দ) |
| লাং | লাংখাই পৰা |
| মতু | টো |
| তুম্ | টোম (সজা) |





**ঠাইবাচক টাই শব্দ ঃ**

| | |
|---|---|
| চ'ক | চ'ক |
| মাঃকুম (লগ লগা) | মাকুম (মাৰ্ঘেৰিটাৰ ওচৰৰ এখন ঠাই) |
| নাঃফুক (বগা পথাৰ) | নাফুক |
| তি-ফুক (বগা ঠাই) | তিফুক |
| তি-পাম (যুঁজৰ ঠাই) | তিপাম |
| চেঃলেং (জনশূন্য ঠাই) | চেলেং |
| মেঃলেং (জনশূন্য ঠাই) | মেলেং |
| নামতি (জলাতক ঠাই) | নামতি |
| চেঃৰাইদয় ( পাহাৰৰ ওপৰত থকা নগৰ) | চৰাইদেউ |
| তিতাঃৱঃ (নিজৰাৰ ঘাট) | তিতাবৰ |
| নামবঃ (পানীৰ উঁহ) | নামবৰ |
| তি-ৰাপ (জিৰণিৰ ঠাই) | টিৰাপ |
| বাকথা (.................) | বকথা (বকতা) |
| তিংখাং (...............) | টিংখাং |

**পানীবাচক ঃ** পানী আৰু নদীৰ ক্ষেত্ৰত বৰ্তমানে অসমীয়া ভাষাত থকা টাই ভাষাৰ শব্দৰাজি হ'ল ঃ

| **টাই শব্দ** | **অসমীয়া** |
|---|---|
| নামৰুক্/নামহুক্ | নামৰূপ |
| নামচিক্ | নামচিক |
| নামদাং/নামদৈং | নামদাং |
| নাম-বঃ | নামবৰ |
| নামচাউ /নামজেন | নামচাউ |
| নামতি | নামতি |
| নামলাউ | লাউপানী |
| চন্‌তক্ | চণ্টক |

অলংকাৰত ব্যৱহাৰ হোৱা টাই শব্দ ঃ

| | |
|---|---|
| কেন্‌হু/ কেন্‌ৰু | কেৰু |
| জাংফাই | জাংফাই কেৰু |

তদুপৰি আৰু কিমান টাই শব্দ অসমীয়া ভাষাত সোমাই আছে ভালকৈ চালি-জাৰি

অধ্যয়ন কৰিলে ওলাই পৰিব। সম্বন্ধবাচক শব্দ — আপাদেউ (বৰমা, জেঠাই), নিচাদেউ (জেঠাদেউ), আনাদেউ (আইতা), পুথাউ (ককাদেউতা) ইত্যাদিও উজনি অসমত ব্যৱহাৰ কৰা দেখা যায়। কিন্তু নামনি অসমত এই শব্দবিলাক ব্যৱহাৰ নহয়। কেৱল চক্, আপা আৰু আপী এই তিনিটাহে শুনিবলৈ পোৱা যায়। চক্ টাই শব্দ; ইয়াৰ অৰ্থ হৈছে চুক বা কোণ।

চীনা, বাৰ্মিজ আদি ভাষাৰ দৰে টাই ভাষাও সুৰ প্ৰধান(Tonal language)। মানুহে ক'ব পাৰে যে খামতি, আইতন, ফাকে, খামজাংসকলৰ ভাষাৰ বৰ্ণমালাত কেৱল ওঠৰটা বৰ্ণ বা আখৰ থকাৰ কাৰণে তেওঁলোকৰ উচ্চাৰণ সুৰ প্ৰধান। এইটো সত্য নহয়। আচলতে টাই ভাষাটোৱেই সুৰপ্ৰধান ভাষা। কিয়নো উচ্চাৰণৰ ক্ষেত্ৰত উঠা-নমা মধ্যস্থ ধৰণৰ শব্দবোৰ ক'ব লগা হয়। অসমৰ বাহিৰেও থাইলেণ্ড, লাওচ, শ্যান, কম্বোডিয়া, চীনৰ য়ুনানত থকা টাইসকলৰ ভাষাত পাঁচৰ পৰা সাতটালৈকে সুৰ উচ্চাৰণ কৰা হয়। লাওচত স্বৰ ধ্বনিসূচক বৰ্ণমালা ২৮ টাৰ পৰা ৩৩টা পৰ্যন্ত আছে। তথাপি প্ৰতিটো শব্দতে ছটা বা সাতোটাকৈ সুৰ ভিন্ন-ভিন্ন অৰ্থ মতে উচ্চাৰণ কৰা দেখা যায়। থাইলেণ্ড ভাষাত ৪৪টা স্বৰধ্বনি বা স্বৰবৰ্ণ আছে। লাওচৰ ভাষাত ২৮টা। তেওঁলোকৰ ইমানবোৰ বৰ্ণ থাকোঁতেও পাঁচ-ছটাকৈ সুৰ থকা দেখা যায়। অসমৰ আইতন, খামতি, ফাকে আৰু খাময়াং ভাষাৰ বৰ্ণমালাত এই উঠা নমা মধ্য সুৰবাচক চিন নাই। কিন্তু টাই, লাওচ আৰু থাইলেণ্ডৰ ব্যঞ্জন বৰ্ণৰ উচ্চাৰণৰ উঠা-নমা বুজোৱা চিন আছে। তেওঁলোকৰ খ' আখৰটোৱে চাৰিটামান ভিন্ন ৰূপৰ থাকে আৰু 'ত'টোৱে তিনিটামান ৰূপ থাকে। কিন্তু আইতন, খামতিত নাই, কেৱল 'ত' এটাহে আছে। এই একেটা 'ত' আখৰে বেলেগ বেলেগ উচ্চাৰণসূচক ধ্বনিৰ সৃষ্টি কৰে। উদাহৰণস্বৰূপে 'মা' শব্দটিয়ে ভিন্‌ভিন্ অৰ্থ বুজায়। যেনে — (১) মা = কুকুৰ, (২) মা = অহা, (৩) মা = ঘোঁৰা, (৪) মা = পাগল, (৫) মা = পৰি যোৱা ইত্যাদি।

তলত টাই ভাষাৰ কেইটামান শব্দৰ ৰিজনি দেখুওৱা হ'ল ঃ

| অসমীয়া | খামতি | আইতন | চান বা শ্যাম | ফাকে | নৰা, খাময়াং | পাণ্ডুলিপিত লিখিত আহোম |
|---|---|---|---|---|---|---|
| ভাত | খাও | খাও | খাও | খাও | খাও | খাও |
| শাক, তৰকাৰী | ফাক | ফাক | ফাক | ফাক | ফাক | ফাক |
| গাহৰি | মু | মু | মুঃ | মু | মু | মু |
| গৰু | বু | বু | বু | ঙ, বু | বু | হু |
| মই | খাই | খা | খ্বা | খাই | খাই | খ্বাই |





| | | | | | | |
|---|---|---|---|---|---|---|
| অহা | মাঃ | মা | মা | মা | মা | মা |
| যোৰা | কা | কা° | ক্বা | কা | কা | টোপাই |
| সময়, যোৰা | মু | মু | মু | মু | মু | মু |
| মই আহোঁ | কাউ মা | কাউ মা | কাউ মা | কাউ মা | কাউ মা | কাউ মা |
| মই খাওঁ | কাউ কিন | কাউ কিন | কাউ কিন | কাউ কিন | কাউ কিন | কাউ কিন |
| মই পিন্ধোঁ | কাউ নুঙ্ | কাউ নুঙ্ | কাউ নুঙ্ | কাউ নুঙ্ | কাউ নুঙ্ | কাউ নুঙ্ |
| সি কিতাপ | মানফাত | মানফাত | মানফাত | মানফাত | মানফাত | মানফাত |
| পঢ়ে | লিক্ | লিক্ | লিক্ | লিক্ | লিক্ | লিক্ |
| লাউপানী | লাউ | লাউ | লাউ | লাউ | লাউ | লাউ |
| মিতিৰ; | পিনং | পিনং | পিনং | পিনং | পিনং | পিনং |
| ভাইককাই | | | | | | |
| মাক | মে | মে | মে | মে | মে | মে |
| দেউতা | পঃ | পঃ | প | উঃ, প | প | প |
| ককা | পুঃ | পু | পু | পু | পু | পু |
| আইতা | নাই | আনাই | নাই | নাই | নাই | আনাই |
| ককাদেউতা | পুনাই | পুনাই | পুনাই | পু | পুনাই | পুনাই |
| বাই | পিছাউ | পিছাউ | পিছাউ | পিছাউ | পিছাউ | পিছাউ |
| বৰমা, জেঠাই | পা | আপা | পা | পা | পা | আপা |
| তাই | নংচাই | নংচাই | নংচাই | নংচাই | নংচাই | নংচাই |
| মোমাই | না | না | না | না | না | না |
| হাতী | চাং | চাং | চাং | চাং | চাং | চাং |
| বাঘ | ছু | ছু | ছু | ছু | ছু | ছু |
| হৰিণ | ফান | ফান | ফান | ফান | ফান | ফান |

✦ ✦ ✦

